# দত্তবৰুৱাৰ জীৱন-কথা

তিনি খণ্ডত সমাপ্ত

প্ৰথম খণ্ড

জীৱন-স্মৃতি

হৰিনাৰায়ণ দত্তবৰুৱা

দ্বিতীয় খণ্ড

জীৱনী

শ্ৰীকমলেশ্বৰ চলিহা

তৃতীয় খণ্ড

জীৱন-আলেখ্য

শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৰ
দ্বাৰা সংযোজিত






দত্তবৰুৱা এণ্ড কোম্পানী

কৃতজ্ঞতা স্বীকাৰ : (১) ৯৬-৯৭ পৃঃত প্ৰকাশিত আলোক চিত্ৰ দুখন নলবাৰীৰ শ্ৰীযুক্ত আদ্যনাথ শৰ্মাৰপৰা প্ৰাপ্ত। (২) ১৪৫, ১৯২ নং সন্মুখ পৃষ্ঠাৰ উৰ্দ্ধস্থ আৰু ১৯৩ পৃষ্ঠাৰ সুন্মুখস্থ আলোক চিত্ৰ কেইখন শিল্পী শ্ৰীকামাখ্যা দত্তই তোলা। (৩) সংযোজন, সম্পাদন আৰু আহি কাকত শুধৰণত সহকৰ্মী শ্ৰীনিত্যানন্দ তামুলী এম. এ. দেৱে সহায় কৰিছে। (৪) বিশেষ কৃতজ্ঞতা—তৃতীয় খণ্ডৰ সমল যোগোৱা লোকসকলৈ।

প্ৰকাশক ঃ
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা
দত্তবৰুৱা এণ্ড কোম্পানী
নলবাৰী ঃ গুৱাহাটী

দত্তবৰুৱাৰ জীৱন-কথা
প্ৰথম প্ৰকাশ, ১৯৬৬

বেচ তিনি টকা

দত্তবৰুৱা অনুষ্ঠানৰ শ্ৰীগুৰু প্ৰেছ, গুৱাহাটী-১১ত মুদ্ৰিত।

# ভুমিকা

আমাৰ বিচাৰমতে কোনো লোকৰ জীৱনক কেন্দ্ৰ কৰি পূৰ্ণাঙ্গ জীৱন-চৰিত আজিলৈকে অসমত প্ৰকাশ হোৱা নাই। বৰ বৰ লোকৰ জীৱন-বৃত্তান্তৰ সমল গোটাই সাঁচি থোৱাৰ অভ্যাস অথবা আগ্ৰহ আমাৰ অসমীয়া সমাজৰ নাই। কেই দশকমান আগতে প্ৰয়াণ কৰা আনন্দৰাম ঢেঁকীয়াল ফুকন, আনন্দৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি সিংহ-পুৰুষসকল আৰু সৌ সিদিনা মাথোন আমাৰ মাজতে জীয়াই থকা লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বড়া, কমলাকান্ত ভট্টাচাৰ্য্য, জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰমুখ্যে জাতিৰ ধৰণীসকলৰ জীৱন-বৃত্তান্ত নজনা আৰু জানিবলৈ প্ৰযাস নকৰা, এনে সমলৰ অনাটনৰ বাবেই যে প্ৰকাশ হোৱা নাই ই ধ্ৰুৱপ।

পিতৃদেৱৰ জীৱন-কথা প্ৰকাশ কৰাৰ হাবিলায কৰোঁতে এই কথাবোৰে অন্তৰত ভুমুকি মাৰিছিল আৰু এই মানসে জীৱন-কথাত সন্নিৱেশ কৰিব পৰা সমলবোৰ থুপুৰিযাবলৈ যথাসম্ভৱ প্ৰচেষ্টা চলোৱা হৈছিল। (১৬৭ পৃঃ দ্ৰষ্টব্য)। আমাৰ এই প্ৰচেষ্টাৰ অপূৰ্ব সঁহাৰি পোৱা সত্বেও প্ৰায় তিনি বছৰ কাল এই সমল গোটাওঁতে অতিবাহিত হয়। বাকী কালখিনি জীৱন-কথাৰ জীৱনীখণ্ড লিখোঁতে, কথাবোৰ জুকিয়াই শুধ-অশুধ বাছ-বিচাৰ কৰি উলিয়াওঁতে, পাণ্ডুলিপি প্ৰস্তুত কৰোঁতে আৰু ছপাওঁতে অতিবাহিত হয়।

জীৱন-কথাৰ বৃত্তান্ত তিনিটা খণ্ডত সমাপ্ত কৰা হৈছে। প্ৰথম খণ্ড পিতৃদেৱে নিজে ৰচা 'জীৱন-স্মৃতি' ('নীলাচল'ৰ পহিলা বছৰৰ পহিলা সংখ্যাত প্ৰকাশিত); দ্বিতীয় খণ্ড শ্ৰীকমলেশ্বৰ চলিহাদেৱে লিখা 'জীৱনী' আৰু তৃতীয় খণ্ড অসমৰ নানা সহৃদয় লোকৰপৰা প্ৰাপ্ত সমলেৰে পুষ্ট 'জীৱন-আলেখ্য'।

আজি পিতৃদেৱৰ পুণ্যতিথিত অকিঞ্চন পুত্ৰৰূপে এই পুথিখন অসমৰ সুধীবৃন্দলৈ নিবেদিলোঁ।

ইতি—

শুক্লাদশমী, ১৮৮৭
২ মাৰ্চ, ১৯৬৬ ইং
গুৱাহাটী

শ্ৰীমণীন্দ্ৰ নাৰায়ণ দেৱ বৰুৱা

# দত্তবৰুৱাৰ জীৱন-কথা

**জন্ম আৰু পৰিয়াল**

অসমৰ কামৰূপ জিলাৰ বাঁহজানি মৌজাৰ পূব কালাকুচি গাঁৱত মোৰ জন্ম হয়—১৮০৭ শকৰ ভাদ মাহৰ ১৮ দিন যোৱাত কৃষ্ণপক্ষৰ নৱমী তিথিৰ মৃগশিৰা নক্ষত্ৰত। মোৰ পিতা দেৱীৰাম, মাতৃ উমা প্ৰিয়া অৰ্থাৎ মই উমা দেৱীৰ পুত্ৰ।

মোৰ ওপৰত তিনি গৰাকী বাই—মই চতুৰ্থ সন্তান; এই কাৰণে ঘৰ-ঘৰুৱাৰ অপাৰ আনন্দ। আবু জীৱিত আছিল, আৰু আছিল দুজনা খুৰা আৰু দুগৰাকী খুৰী—চাকৰ-ভেন্নাও আছিল কেইবাজনো। বংশৰ এজনা জেঠা আছিল, তেখেতেও বৰ মৰম কৰিছিল—তেখেতৰ সন্তান নাছিল, মোকেই সন্তান জ্ঞান কৰিছিল আৰু বাফী (বাপী) বুলি মাতিছিল।

ঘৰৰ আৰ্থিক অৱস্থা সচচল আছিল; পিতা আছিল স্কুলৰ শিক্ষক, এজনা খুৰা আছিল মণ্ডল আৰু আনজনা খুৰাই খেতি চলাইছিল।

গুটিধানৰ ভঁৰাল আছিল দুটা—ধানে ভৰা আছিল। খীৰতী গাই কেবাজনীও আছিল—বাৰীত আছিল তামোল, পাণ, নানাবিধ টেঙা, আম, কঁঠাল, সফুৰী কঁঠাল, জাম। আমাৰ বাহৰ বাৰী আছিল সুকীয়া। নিজৰ নিস্পিখেৰাজ মহলৰ ভিতৰতে মজুমদাৰ ডোবা নামৰ এখন সৰু বিল আছিল, তাতে আকৌ নিজৰ মাছৰ বাবে বিলৰ বুকুত খালো খান্দি ৰাখিছিল। ইয়াৰ উপৰি ওচৰত বিলো আছিল দুখন। মাছৰ অভাৱ নাছিল। অলপ হ'লেও ঐশ্বৰ্য্যৰ মাজত মোৰ জন্ম—গাঁৱলীয়া মানুহ, অভাৱো কম।

আমাৰ কীৰ্ত্তনঘৰ (সৎসঙ্গী কীৰ্ত্তনঘৰ) আছিল; তাত দুবেলা প্ৰসঙ্গ হয়—পিতাৰ আদেশ গধূলিৰ প্ৰসঙ্গত ল'ৰা-ছোৱালীয়ে যোগ দিব লাগে। কীৰ্ত্তনঘৰক সাধাৰণতে গোসাঁই-আদি গুৰুৰ শিক্ষা ঘৰহে বোলা হৈছিল। গোসাঁইঘৰলৈ ভৰি-হাত ধুই কাপোৰ সলাই যাব লাগে—শুচি সংযম হৈ। আমি ৰঙা কাপোৰ পিন্ধি গৈছিলোঁ—জাৰ-কালি উৰা কাপোৰো শুদ্ধ কাপোৰ-হে নিব পাৰিছিলোঁ; পিতাই কিন্তু সাধাৰণ চেলেং এখন লৈয়েই গৈছিল।

জহকালি কোনো কোনো দিন আমি চোতালত বহি জুৰ লৈছিলোঁ। আবুৰে সাধুকথা কৈছিল। পিতাই ভাত খাওঁতে মই তেওঁৰ ওচৰতে বহি খাব লাগিছিল—ৰঙা কাপোৰ সলাই খাই-ছিলোঁ আৰু খাই থাকোঁতে পিতাই তেওঁৰ পাতৰপৰা ভাল মাছখিনি মোৰ পাতত দলিয়াই দি আনন্দ কৰিছিল।

ভাত খাই উঠি আমি শুইছিলোঁ। মই সদায় পিতাৰ লগতে শুইছিলোঁ—ৰাতিপুৱাৰ লগে লগে পিতাই মোক শ্লোক মতাইছিল। কেতিয়াবা ৰামায়ণ, মহাভাৰতৰ গল্পও তেওঁ কৈছিল। ৰাতি গোসাঁই ঘৰৰপৰা আহি সময় পালে তেতিয়াও পিতাই আমাক ৰামায়ণ, মহা-ভাৰতৰ গল্প কৈছিল। বাল্য কালতেই ৰামায়ণ, মহাভাৰতৰ প্ৰধান প্ৰধান গল্পবোৰ পিতাৰপৰা শুনিছিলোঁ। ৰামায়ণ পঢ়োঁ মই ১৮।১৯ বছৰ বয়সতে—নৰ্মাল স্কুলত। আৰু মহাভাৰতৰ দুই চাৰিখন বধ-কাব্য আৰু দুই চাৰিটা পৰ্ব পঢ়োঁ—প্ৰায় ৩৫।৪০ বছৰ বয়সত। বঙালী ৰামায়ণ, মহাভাৰত মই পঢ়া নাই—যি পঢ়িছিলোঁ—পাচত আমাৰ অসমীয়া মহাভাৰত সম্পাদন কৰিবলগীয়া হোৱাতহে। কালী-প্ৰসন্ন সিংহৰ অনুবাদ মহাভাৰত মাজে মাজে পঢ়োঁ। বাল্যকালত পিতৃদেৱৰপৰা পোৱা জ্ঞানেই মোৰ জীৱনৰ সম্বল।

পিতাই মাজে সময়ে আবেলি পথাৰলৈ খেতিৰ কাম চাবলৈ গৈছিল; ময়ো তেওঁৰ লগতে গৈছিলোঁ। পিতাই বাটে বাটে যাওঁতে নানা বিষয়ে শিক্ষা দিছিল—যেনে খোজ কাঢ়োঁতে "আগৰ ফালে চাইহে খোজ কাঢ়িব লাগে। মানুহে কথা সুধিলে ভাবি-চিন্তিহে উত্তৰ দিবা"—ইত্যাদি। ভাত খাওঁতে কোনো বস্তু খাব নুখুজিলে মাই কৈছিল—"এ শাকে শুকুতাই ভক্ষণ, সেই পুৰুষৰ

লক্ষণ।" পিতাই কৈছিল—"আহাৰ, নিদ্ৰা, মৈথুন, ভয়, যিমান বঢ়োৱা সিমান হয়।" সেই বুলি আধাপেটে উঠা উচিত নহয়; কথাতে কয়--আধাপেটী ভাতে পুত্ৰশোকে সমান। পেট নভৰাকৈ খালে মনত কষ্ট হয়, শৰীৰ দুৰ্বল হয়। সেইবুলি ডিঙিলৈ পেট ভৰায়ো খাব নালাগে। খাওঁতে খোৱা আহাৰ ধীৰে-সুস্থিৰে খাব লাগে—ৰান্ধনীৰ অসাৱধানতেও কেতিয়াবা ভাতত চুলিও পৰে, মাছত কাঁইট থাকে; বজাৰৰ চাউলতো শিল-গুটি থাকে। লৰালৰিকৈ খালে এইবোৰো পেটলৈ যায়। অসাৱধানকৈ খালে ডিঙিত কাঁইট লাগে—মৃত্যুও হব পাৰে। ধীৰে-সুস্থিৰে, ৰংমনে চোৱাইহে আহাৰ খোৱা উচিত--তেহে তেজ-বল বাঢ়ে--মানুহ স্বাস্থ্যবান হয়। "ভাতে মৰ্দা, ঘাঁহে বলধা।" হজম হোৱাকৈ ভাত তৰকাৰী যথেষ্ট খাব লাগে। পৰাখিনিত পিতাৰ আদেশ পালন কৰি চলিছিলোঁ।

আমাৰ গাঁৱৰ ওচৰতে চৰিয়া নামৰ নমঃশূদ্ৰ গাঁও এখন আছে। এই গাঁৱৰ মাজতে চৰিয়া নামৰ পঢ়াশালি, আমাৰ ঘৰৰপৰা আধা মাইলমান দূৰ। এই পঢ়াশালিতেই মোৰ আদিশিক্ষা আৰম্ভ হয়। মোৰ পিতাই আছিল শিক্ষাগুৰু; তেওঁ নৰ্মাল স্কুলৰপৰা পাছ কৰি আহি এই পঢ়াশালি পাতি ঘৰতে বহি যায়। আমাৰ নিজ গাঁৱতো আছিল কিছুমান নমঃশূদ্ৰ মানুহ; এই নমঃশূদ্ৰবিলাকে হীৰা-বৃত্তি কৰিছিল—একৰকম কুমাৰৰ দৰে। কিছুমানে খেতি-খোলাও কৰিছিল। এওঁলোকৰ কিছুমান ভকত আছিল। এওঁলোকক নাম-কথা দিছিল আমাৰ বংশৰ মহন্তসকলে। এই নমঃশূদ্ৰসকলে নিজক হীৰা বুলিহে পৰিচয় দিছিল। আজি-কালিও হীৰাহে বোলে।

প্ৰাথমিক পঢ়াশালিৰ শিক্ষা

আমাৰ গাঁৱত "বুঢ়া গোসাঁই"ৰ থান নামে এটা গোসাঁই ঘৰ আছে। ইয়াৰ এটা মণিকূট আৰু এটা নামঘৰ আছে। মণিকূটটো হীৰাসকলে মেৰামত কৰি ৰাখে—নামঘৰটো গাঁৱৰ আন জাতিৰ মানুহে সজায় আৰু মেৰামত কৰে। মণিকূটত এচটা ক'লা শিল থাপনাত আছে; এয়ে বুঢ়া গোসাঁই। হীৰাসকলৰ ভিতৰৰপৰা নিৰ্বাচিত দেউৰীয়ে এই গোসাঁই ধুৱায় আৰু গোসাঁই ঘৰ মোচায়। বুঢ়া গোসাঁইৰ নামত তিনি পূৰামান মাটি আছে। দেউৰীয়ে এই

মাটি ভোগ কৰে। আগতে মাটি বহু আছিল হেনো। নামগুণ সকলো হিন্দুৱে নামঘৰত বহি ধৰে—হীৰাসকলে পৃথকে বহে মাত্র; প্ৰসাদ আদি সেৱা কাম উচ্চ শ্ৰেণীৰ হিন্দুৰ দেউৰীয়ে কৰে।

প্ৰায় ডেৰ শ বছৰ আগতে আমাৰ উপৰি পুৰুষ মধুনাৰায়ণ দলৈ আতা ইয়ালৈকে আহিছিল। মধুনাৰায়ণৰ পিতামহ হলিৰাম বৰকাকতীক ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ৯৯।। পুৰা মাটি নিস্কৰ কৰি দিছিল। হলিৰাম বৰকাকতী আছিল চাৰি মাইলমান পুব-উত্তৰে নন্দগাঁৱত। হলিৰামে পুব কালাকুচিত ৰাজ আজ্ঞা ৰক্ষা কৰি সৎ সঙ্গী মঠ সাজিছিল। তেওঁৰ পুতেক শ্যামনাৰায়ণ মাজে সময়ে গৈ পুব কালাকুচিৰ মঠত আছিল; পাচত পুতেক মধুনাৰায়ণ তাত নিগাজীকৈ থাকিবলৈ ধৰে, তেওঁক সকলোৱে দলৈআতা বুলিবলৈ ধৰে। এই সময়ৰপৰা আমাৰ বংশত মহন্ত হৈ নামধৰ্ম প্ৰচাৰ কৰিব ধৰে।

মই বাল্যকালত এজন অতি বুঢ়া বগা হীৰা মানুহ পাইছিলোঁ; তেওঁৰ ঘৰ আমাৰ চুবুৰিতে আছিল—তেওঁক বুলিছিল সাউদ। সাউদেও হীৰা বৃত্তিকে কৰিছিল, খেতিও কৰিছিল—তেওঁ ধনী আছিল, টকা ধাৰে দিছিল; সেয়ে তেওঁক মানুহে "সাউদ" বুলিছিল।

তেওঁ মোক কৈছিল—আমাৰ সম্মুখৰ আলিবাটটোৰ উত্তৰে থকা গোটেই গাঁও পথাৰ হীৰাসকলৰ আছিল। মাজ-পথাৰত আছিল তেওঁলোকৰ বুঢ়া গোঁসাঁই; পাচত আমাৰ পূৰ্ব-পুৰুষ ইয়ালৈ আহি লাৰু-পিঠা খুৱাই এই মাটিবোৰ হীৰাসকলৰপৰা লয়। হীৰাসকলৰ হাতত অলপ মাটিহে ৰয়গৈ। আগৰ বৰলোকৰ চৰিত্ৰ যেনে আছিল—সাউদৰ কথাষাৰ অবিশ্বাস কৰিব নোৱাৰি।

পঢ়াশালি বহিছিল ৰাতিপুৱা। আমি পিতাৰ লগতে পঢ়াশালিলৈ গৈছিলোঁ। পঢ়াশালিত ছাত্ৰ আছিল ৬০।৭০ জন। ল'ৰাবিলাক চাৰিত বহিছিল—কেইখনমান বাঁহৰ চাঙো আছিল—ওপৰ শ্ৰেণীৰ ছাত্ৰ চাঙত বহিছিল। পিতাই অকলে পঢ়াব নোৱাৰিছিল। ওপৰ শ্ৰেণীৰ ছাত্ৰই ওজা-ছাত্ৰ হিচাবে সৰু সৰু ল'ৰাক পঢ়াইছিল; ধৰ্মশিক্ষা কিন্তু পিতাইহে দিছিল। পঢ়াশালিৰ শিক্ষণীয় বিষয়ৰ

শিক্ষাগুৰুৰ প্ৰতি ভক্তি

ভিতৰত বৰ্ত্তমানতকৈ ব্যাকৰণ আৰু পৰিমিতি বেচি আছিল ; কিন্তু ভূগোল নাছিল।

পঢ়া নোৱাৰিলে পিতাই কোনো ছাত্ৰক নামাৰিছিল—চেকনী কিন্তু ৰাখিছিল, কোনোৱে আন দুষ্টালি কৰিলে তেওঁক কোবাইছিল। ছাত্ৰবিলাকে পিতাক বৰ ভক্তি কৰিছিল। যেতিয়া যি কয় ছাত্ৰই তাকে শুনিছিল ; আৰু পঢ়াশালি ছুটী হ'লে যাওঁতে সকলোৱে পিতাক সেৱা কৰিহে গৈছিল।

পঢ়াশালিৰ ওচৰত জাহা, তৰমথা, মাধাপুৰ আৰু আমাৰ গাঁও পূব-কালাকুচি। এই গাঁও কেইখনৰ ল'ৰা চৰিয়া স্কুলত পঢ়িছিল। পিতাই আছিল পণ্ডিত, সাধু, মধুভাষী, উদাৰ, দয়ালু আৰু সজ পৰামৰ্শদাতা ; এই কাৰণে ওচৰৰ সকলোৱে বিশেষকৈ ওচৰৰ গাঁৱৰ মানুহে টানে-মস্কিলে পিতাৰ পৰামৰ্শ লৈছিল। পিতাক সাধাৰণতে 'বাপু' বুলি মাতিছিল আৰু কেতিয়াবা পিতা সেইবোৰ গাঁৱৰ মাজেদি গ'লে বহুতে লৰি আহি তেওঁক সেৱা কৰিছিলহি। সেইবোৰ গাঁৱৰ বহুতে নতুন গছৰ লাউ-কোমোৰা, ন-খেতিৰ চাউল আমাৰ ঘৰত নিদিয়াকৈ নাখাইছিল। এই কাৰণে পিতাৰ একোৰে অভাৱ নাছিল। আমাৰ আতা-আবুৰ কামৰ সময়ত গাখীৰ মিঠৈ, কল, চাউলৰ ভাৰ আহি আমাৰ ঘৰ ভৰি পৰিছিল। পিতাই সেই সময়ত দৰমহা পাইছিল কিন্তু মাহিলি পাঁচ টকা। আজি-কালিৰ প্ৰায় পঁয়সত্তৰ টকাৰ সমান।

এইসময়ত মোৰ বয়স বাৰ বছৰ, মই সেই বছৰে নিম্ন-প্ৰাথমিক স্কুলৰ পৰীক্ষা দিব লাগে। আহাৰ মাহ ভূমিকম্পৰ দিনা আবেলি পৰত মই আগচেইলাত (বাৰাণ্ডা) বহি বোকা চাউল খাব ধৰিছোঁ ; এনেতে মাটি হঠাৎ জোকাৰ খাই উঠিল, ঘৰবোৰ খুব লৰিব ধৰিলে, আমি মাটিত পৰি গলোঁ, অলপ পাচতে চোতালত পানী উঠিল—কোনোবা এজনে বাৰীৰপৰা লৰি আহি ক'লে—আমাৰ বাৰীৰ পুখুৰীটোৰ পাৰবোৰ স্থলকি পৰিব ধৰিছে ; এজনে ক'লে বিলৰপৰা নাও আহিব ধৰিছে—মই আগ চোতাললৈ গলোঁ—পানী মোৰ কঁকাল পালেগৈ। দেখিলোঁ পুখিৰ পেৰাবোৰ চোতালৰ পানীত ভাঁহি ফুৰিব ধৰিছে—

১৮৯৭ চনৰ ভূমিকম্প

কাঠৰ পাত কিছুমানো ভাঁহি ইফাল-সিফাল কৰিব ধৰিছে। এনেতে মাতৃৰ ডাক পৰিল—পিতাৰ আহ্বান আহিল—মই লাহে লাহে তেওঁ-লোকক লগ ধৰিলোঁ ; আৰু সকলোৱে চোতালৰপৰা ওলাই পদূলি পালোঁহি।

এই সময়ত আমাৰ কিছুমান মানুহে কলগছ কাটি আনিব ধৰিছে। অলপ সময়ৰ ভিতৰতে ভেল তৈয়াৰ হ'ল, আমি ভেলত উঠিলোঁ—কেইজনমান চ'ৰাঘৰৰ চালতো উঠিল। সকলোৰে মুখত বিষাদৰ চিন—মুখত হৰি হৰি ৰাম ৰাম। চোতালত একঁকাল পানী হ'ল। পদূলিৰ ভেলৰ ওপৰতেই বেৰ দি শোৱাৰ ব্যৱস্থা কৰিলে আৰু গাৰ ঘৰত যি গুৰা মাটি আছিল আনি তাকেই খালে।

ই এটা খণ্ড-প্ৰলয়। বিলবোৰ দাং খালে—বস্তিবোৰ ডুব গ'ল—গাঁৱত মানুহ থাকিব নোৱাৰা হ'ল—পানীত তল নোযোৱা যাৰে য'ত মিতিৰ-কুটুম আছিল, তাৰে ঘৰলৈ গ'ল। আমাক আনি থলে চাৰি মাইল দূৰৰ তেৰেচিয়াৰ পেহীৰ ঘৰত, পিতা নিজৰ ঘৰতে সম্পত্তি ৰখি থাকিল। মোক তেৰেচিয়াৰ সেনাপতি মেম্বৰ ভিনীহিৰ ঘৰত ৰাখি সেই গাঁৱৰ পঢ়াশালিতে পঢ়িবলৈ দিলে। শিক্ষক আছিল বালিকৰিযাৰ দণ্ডীৰাম দত্ত। তেখেত ভাল শিক্ষক আছিল ; আমাক ভালকৈ পঢ়াইছিল—কিন্তু চৰিয়াৰ পঢ়াশালিৰ দৰে এই পঢ়াশালিৰ ছাত্ৰৰ গুৰুভক্তি নাছিল।

আহিন-কাতিমহা পানী শুকাল, আমি ঘৰলৈ গলোঁ আৰু চৰিয়া পঢ়াশালিৰপৰা মই প্ৰাইমাৰী পৰীক্ষা দিলোঁ। সেই সময়ত পৰীক্ষা দিবলগীয়া হৈছিল—গুৱাহাটীত (আমাৰ গাঁৱৰপৰা প্ৰায় ২৫ মাইল দূৰ), খোজকাঢ়ি যাব লাগিছিল। পিতাই এজন মানুহৰ ভাৰত চাউল, বিচনা দি মোক লগত লৈ গুৱাহাটীলৈ গৈছিল।

সেইবাৰ পৰীক্ষা দি মই ২য় বিভাগত পাছ হলোঁ, তাকে দেখি মোক আৰু এবছৰ ৰাখিলে।

মাটি-বাৰী পানীত ডুব যোৱাত খেতি-খোলা বন্ধ হৈছিল ; ঘৰৰ অৱস্থা লাহে লাহে বেয়াৰ ফালে ঢাল লৈছিল। মোক পিতাই আকৌ এবছৰ প্ৰাথমিক পঢ়াশালিতেই ৰাখিলে ; কিজানি বৃত্তি পাওঁ—মোৰ পঢ়াৰ সুবিধা হয়। পানীত ডুব যোৱা গাঁৱৰ খোৱা-লোৱা, ফুৰা-চকা, স্কুললৈ যোৱা-অহা কৰা আদি যিবোৰ অসুবিধা হব পাৰে

আমাৰো সেইবোৰ হৈছিল। মই ২য় বাৰ পৰীক্ষা দিও বৃত্তি লাভ কৰিব নোৱাৰিলোঁ।

মঙ্গলীয়া ইংৰাজী স্কুলৰ শিক্ষা

আমাৰ ঘৰৰ আৰ্থিক অৱস্থা ক্ৰমে বেয়া হৈ আহিল—ভূঁই মাটিবোৰ জলাতন হৈয়েই থাকিল; বাৰীৰ শাহ-পতান একো নোহোৱা হ'ল। পিতাৰ ভায়েক দুজন বেলেগ হ'ল। স্কুলৰ ছাত্ৰ কমি যোৱাত পিতাক দূৰৰ স্কুললৈ বদলি কৰিলে; কৰাত পিতাই চাকৰি ত্যাগ কৰিলে। আমি ভাই তিনিজন, ভনী ছয় জনী, পিতা-আইৰ সৈতে এঘাৰ জন খাওঁতা; খেতি যৎসামান্য—আন ব্যৱসায় একো নাই। কেৱল মাই সূতা কাটে, কাপোৰ বয়।

পিতাৰ ইচ্ছা মোক ইংৰাজী স্কুলত পঢ়াই বৰলোক কৰা; কিন্তু সদায় ধানৰ অভাৱ নুগুচাত আৰু ময়ো বৃত্তি ধৰিব নোৱাৰাত স্বৰগ ভাগি মূৰত পৰাৰ দৰে হ'ল।

পিতাৰ ডাঙৰ বায়েকক তেৰেচিয়াত বিবাহ দিছিল। তেওঁ পিতাক বৰ মৰম কৰিছিল; পিতাই মোক নলবাৰী মাইনৰ স্কুলত ভৰ্তি কৰি দি এই পেহী গৰাকীৰ ঘৰতে থৈ দিলে। তেৰেচিয়াৰ পৰা নলবাৰী আঢ়ৈ মাইল দূৰ। প্ৰায় ৪।৫ মাহ থকাৰ পাচত তেৰেচিয়াৰ ভিনীহিয়ে নলবাৰীৰ আধা মাইল দূৰৰ তেওঁৰ খাৰজাৰা গাঁৱৰ বোন্দা গাঁওবুঢ়াৰ ঘৰত বাঁহা কৰি দিয়ে। পিতাই ঘৰৰপৰা চাউল-খৰি আদি দিব ধৰিলে। এইদৰে এবছৰ পঢ়াৰ পাচত মই স্কুল-বোৰ্ডিঙলৈ আহোঁ। ইয়াত চান্দকুচিৰ চিত্ৰমল্ল বৰুৱা, ব্ৰহ্মমল্ল বৰুৱা, দ্বাৰিকমল্ল বৰুৱা আদিৰ লগত একেলগে থাকি পঢ়িবলৈ ধৰিলোঁ।

স্কুলত মই ভাল ছাত্ৰই আছিলোঁ। সেই সময়ৰ শিক্ষক বিজয় চন্দ্ৰ মেধি, ধনেশ্বৰ শৰ্মা, লক্ষ্মীনাথ শৰ্মা, দানপতি দাস, প্ৰতাপ চন্দ্ৰ হাজৰিকা, মহেশ্বৰ পাটোৱাৰী আদিয়ে মোক বৰ স্নেহ কৰিছিল। বছৰেকীয়া পৰীক্ষাত মই প্ৰায় ১ম, ২য় হৈছিলোঁ—ছাত্ৰসভাত মই মাজে-সময়ে ৰচনা লিখি প্ৰশংসা লাভ কৰিছিলোঁ। কিন্তু বক্তৃতা দিয়া নাছিলোঁ।

পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী ধৰ্ম-ভূষণ, বিদ্যা-বিশাৰদদেৱ

সেই সময়ত কৈৰাৰ পঢ়াশালিত পঢ়ি কিবা এটা পৰীক্ষাত পাছ্ কৰি আছিল ; তেখেতে মাজে-সময়ে আমাৰ স্কুল-বোৰ্ডিঙলৈ আহিছিল আৰু আমাৰ বিছনাতে বহি পঢ়া-শুনাৰ নানা কথা আলচ কৰিছিল। আমাৰ ১ম শ্ৰেণীৰ (বৰ্তমান ৬ষ্ঠ) অসমীয়া পাঠ্যপুথি আছিল "সাহিত্য-সংগ্ৰহ"। ইয়াৰ কেইটামান পাঠ টান আছিল ; গোস্বামীদেৱে সেইবোৰ পাঠৰ টান টান বাক্যবোৰৰ ব্যাখ্যা কৰি আমাক শুনাইছিল। তেখেতে মোক মৰমো কৰিছিল বেচি— ভিনীহিৰ লগত তেখেতসকলৰ পিতাকৰ ভাল ভাব আছিল ; আমাৰ পিতাকো মাজে সময়ে লগ পাইছিল। এয়ে কাৰণ আছিল নেকি ? মোক মাজে সময়ে ভাত খাব মাতিছিল—বুঢ়ী গোস্বামীয়ে মাতৃৰ দৰে স্নেহ কৰিছিল।

১৯০৪ চনত মাইনৰ পৰীক্ষা দিলোঁ ; ইয়াতো বৃত্তি লাভ কৰিব নোৱাৰিলোঁ। পিতাই মাইনৰ স্কুলৰ খৰচ দিয়াটোৱেই আছিল বৰ কষ্টকৰ, তাৰ ওপৰৰ ফালে কেনেকৈ ভাবিব ? সেই সময়ত কামৰূপত হাইস্কুল দুখন—এখন গুৱাহাটীত আৰু এখন বৰপেটাত। হাইস্কুলত পঢ়িবলৈ হ'লে ঘৰৰপৰা খৰচ যোগাব লাগে ; মোৰ উপায় নাইকিয়া হ'ল।

গুৱাহাটীৰপৰা ধুবুৰীলৈ জাহাজত গৈছিলোঁ ; জাহাজত জীৱনত এয়ে প্ৰথম উঠো। প্ৰথম জাহাজত উঠা অভিজ্ঞতা পাই কি যে আনন্দ হৈছিল তাক বৰ্ণাব নোৱাৰোঁ, সেই কাৰণে পৰীক্ষাৰ খবৰ ওলাবলৈ বাট নাচাই মই হাইস্কুলত পঢ়া সুবিধা বিচাৰি গৌৰীপুৰলৈ গলোঁ।

*উচ্চ ইংৰাজী স্কুলৰ শিক্ষা লাভৰ চেষ্টা*

গৌৰীপুৰ হাইস্কুলত আমাৰ ওচৰৰ বিষ্টৰাম মজুমদাৰ নামৰ আত্মীয় এজনে হাইস্কুলৰ বোৰ্ডিঙত থাকি পঢ়িছিল ; মই তেওঁৰ লগত কেইদিনমান থাকি পঢ়াৰ সুবিধা বিচাৰিলোঁ। মাতৃদেৱীৰ মুখত শুনিছিলোঁ মোৰ মামা দুজন ঘুল্লাত (গৌৰীপুৰৰ পৰা ২৪ মাইল উত্তৰ-পশ্চিমে) আছিল। ঘুল্লাত সৰু সৰু ভূম্যাধিকাৰ "বৰুৱা" আছে। মামা দুজন তাতে থাকে বুলি শুনিছিলোঁ। তেওঁলোকক লগ পালে সুবিধা হব পাৰে বুলি মই খোজ কাঢ়ি অকলে তালৈ যাত্ৰা কৰিলোঁ। গধূলি

গৈ এঘৰ বৰুৱাৰ ঘৰত সোমালোঁ—খাবলৈ পানী খোজাত এজন চাকৰে এক গিলাচ পানী আৰু চাৰিখন বাতাচা দিলে। তাৰ পাচতেই মোক ভিতৰলৈ মাতি নি ছিৰা আৰু তপত গাখীৰ খাব দিলে; মই তাকে খাই পৰম তৃপ্তি বোধ কৰিলোঁ। মই খাব বহোঁতে মোৰ ওচৰতে এগৰাকী বুঢ়ী আহি বহিল। তেওঁ মোক পৰিচয় লৈ ক'লে—"বাছা, কাৰ হৃদয়ৰ ধন তুই। এই ঠাই বয়া—তুই ইয়াত থাকিব নালাগে। ইয়াৰ প্ৰায় বিলাক ঢকা। তুই কালি সকাল সকাল চলি যাবি।"

ঘুল্লাৰ বেচিভাগ বৰুৱাই কন্যা দূৰলৈ বিবাহ নিদিছিল; কামৰূপৰপৰা কায়স্থৰ ল'ৰা নি তাতেই কন্যা বিয়া দি ৰাখিছিল, আৰু বহুত খৰচ কৰি কামৰূপৰপৰা কন্যা বিয়া কৰাই নিছিল। মোকো কেনেবাকে কোনোৱে ঘৰ-জামাই কৰি ৰাখিব পাৰে বুলি বুঢ়ীয়ে ভয় কৰিছিল। সেই কাৰণেই তেওঁ মোক পিচ দিনাই ঘূৰিবলৈ আদেশ কৰিছিল। ময়ো বুঢ়ীৰ কথাকে ৰাখিলোঁ। ৰাতিতেই দুজনমান যাক লগ পালোঁ ভাল নালাগিল। পিচদিনা পুৱাতেই দুটামান ভাত খাই গৌৰীপুৰলৈ ঘূৰিলোঁ। ঘুল্লাত মামা দুজনৰ অলপ খবৰ লৈছিলোঁ। কোনোৱে একো কব নোৱাৰে। মই আহি গৌৰীপুৰ পালোঁ। তাত ২।৩ দিন থাকি ঘৰ পালোঁ।

স্কুলৰ জহৰ বন্ধত আমাৰ আত্মীয় ল'ৰা দুজনমান গৌৰীপুৰৰ পৰা ঘৰলৈ আহিছিল; মই তেওঁলোকৰ লগত কথা হৈ আকৌ তেওঁলোকৰ লগত গৌৰীপুৰলৈ যাওঁ। এইবাৰ গৌৰীপুৰৰ সেই সময়ৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ খুলশালী ভূকান্ত অধিকাৰীদেৱৰ মই আলহী হওঁগৈ। তেখেতে ৰজাৰ পূজাৰীৰ লগত মোৰ খোৱাৰ ব্যৱস্থা কৰি দিয়ে। মই কেইজনমান স্বজাতীয় লোকৰ ওচৰলৈ গলোঁ। ৰজাৰ ওচৰলৈও গলোঁ—সেই সময়ত হাইস্কুলৰ বাবে থকা নিৰ্দিষ্ট সংখ্যাৰ ষ্টাইপেণ্ডবোৰ শেষ হৈছে। অতিৰিক্তকৈ মোক দিব নোৱাৰি ৰজাই বেজাৰ কৰিলে। পাচত তেখেতে দয়া কৰি গুৱাহাটীলৈ অহা জাহাজ ভাৰাখিনি মোক দিয়ালে।

মই জাহাজ ভাৰা লৈ গোৱালপাৰালৈ আহিলোঁ; ইতিমধ্যে মোৰ খৰচৰ বাবে পিতাই টকা দহটা মণি-অৰ্ডাৰ কৰিছিল। সেই টকা মই নাপালোঁ; আগতে আহিলোঁ।

গোৱালপাৰাত আমাৰ এই ফালৰ সাধিৰাম কাকতি নামৰ এজনা কায়স্থ পণ্ডিত আছিল ; তেখেতে তাৰ সদৰ মজলীয়া স্কুলত হেড পণ্ডিতৰ কাম কৰিছিল। কাকতি বিদ্বান আৰু সমাজ গুৱনী পুৰুষ আছিল। মোক দেখি তেখেতে আদৰ কৰি ৰাখিলে। পাচত পঢ়াৰ স্থবিধা বিচাৰি ফুৰা বুলি শুনি আনন্দ পাই ক'লে—"গ'লে অভয়াপুৰীলৈ যাব পাৰা। তাত নতুন হাইস্কুল হৈছে, ৰাণীয়ে ষ্টাইপেণ্ড দিলে দিব পাৰে।" পিচদিনাখনেই বৰ-নৈ পাৰ হৈ যোগীঘোপা পালোঁ আৰু তাৰপৰা প্ৰায় বাৰ মাইল খোজ কাঢ়ি যাব ধৰিলোঁ। সেই সময়ত পানী হৈছিল, আলিটো মাজে মাজে ছিগি-ছিল। মই গামোচা সলাই কাপোৰৰ বেগটো এবাৰ হাতত, এবাৰ কান্ধত, এবাৰ মূৰত লৈ যাব ধৰিলোঁ। গৈ অভয়াপুৰী পালোঁ আৰু সৌভাগ্যক্ৰমে আগৰবাৰ গৌৰীপুৰলৈ যাওঁতে চিনাকি হোৱা ৰাজবংশী ল'ৰা এজনক লগ পালোঁ। তেওঁ দেখিযেই মোক আদৰি তেওঁলোকৰ ঘৰলৈ মাতি নিলে।

গৈ পাওঁতেই কিবা এটা জলপান দিলে ; পাচত সিধা দিয়ালে আনি। মই ৰান্ধিবলৈ গৈ দেখি আচৰিত হলোঁ—মাচ, তৰকাৰী, দালি আৰু কিবা কিবি বহুতো। তাৰ লগতে দৈ গুড়ো দিছে। মই অলপ মাছ ৰান্ধিলোঁ আৰু অলপ দৈ ৰাখি বাকীবোৰ বস্তু নিবলৈ দিলোঁ। নিশা শুলোঁ—পিচ দিনা পঢ়াৰ খৰচ পাব পাৰিনে অনুসন্ধান কৰিলোঁ। শুনিলোঁ মাছুল মাফ পাব পাৰি ; কিন্তু খোৱা খৰচ নিজৰ লাগিবই। খোৱা খৰচ ঘৰৰপৰা দিব পাৰিলেতো মই গুৱা-হাটীতেই পঢ়িব পাৰোঁ ; গতিকে তাৰ পৰাও ঘূৰি আহিলোঁ, আৰু গোৱালপাৰাইদি গুৱাহাটী পালোঁহি।

গুৱাহাটী পাই দুদিনমান থাকোঁতেই চান্দকুচিৰ বাল্য বন্ধু ব্ৰহ্মমল্ল বৰুৱাক লগ পালোঁ। তেওঁৰ সৈতে চাৰ্ভে স্কুলত পঢ়াকেই ঠিক কৰিলোঁ। স্কুললৈ এদিন দুযো গলোঁ—মাষ্টৰ আছিল প্ৰভাত সৰস্বতী ; তেখেতে দৰখাস্ত দিবলৈ আদেশ দিলে। কি কথা, তাতেই দুয়ো অপমান বোধ কৰি তাত নপঢ়া হলোঁ আৰু পাঠশালাৰ শিক্ষক হবলৈ যত্ন কৰিলোঁ।

সেই সময়ত কামাখ্যা চৰণ সেন নামৰ এজনা বঙালী ভদ্ৰলোক আছিল নলবাৰীত স্কুল চব ইন্সপেক্টৰ ; কিবা কাৰণত তেখেতক

লগ ধৰি পণ্ডিত কাম বিচৰাত তিনিটকীয়া এপ্ৰাণ্টিচ শিক্ষকৰ পদ যাচিলে। আমি তাতেই বেয়া পাই ঘূৰি আহিলোঁ।

মই আছিলোঁ চন্দ্ৰকান্ত বৰুৱা নামৰ এক আত্মীয়ৰ লগত। তেখেতে উকীলৰ মহৰী কাম কৰিছিল; কিন্তু লিখা-পঢ়া জানিছিল বেচি, আজৰি পালেই তেখেতে বাহিৰা কিতাপ পঢ়িছিল। তদুপৰি মিস্ত্ৰীকামো জানিছিল। মিস্ত্ৰীৰ সঁজুলিবোৰ বাকচ ভৰাই ৰাখিছিল—যেতিয়াই সুযোগ মিলে মেজ, চকী, টুল, পীৰা, চালপীৰা আদি সাজিছিল। তেখেতৰ মোক্কলো আছিল বহুত। পইচা যথেষ্ট পাইছিল। তেখেতৰ লগত দুজন ভায়েক থাকি পঢ়িছিল; চাকৰ লগত আছিল, আলহী-অতিথি আছিল, গতিকে বাঁহা খৰচ তেনেই কম নাছিল। এইবিলাক দেখি মই সৰহদিন তাত থাকিবলৈ ভাল নাপাইছিলোঁ।

এনেতে এদিন হঠাৎ প্ৰতাপচন্দ্ৰ হাজৰিকা দেৱক বাটত লগ পালোঁ। তেখেত আমাৰ নলবাৰী মাইনৰ স্কুলৰ হেডমাষ্টৰ আছিল—মোক বৰ মৰম কৰিছিল। সেই সময়ত তেখেত শিৱসাগৰৰ স্কুল চব ইন্সপেক্টৰ আছিল। তেখেতে মোৰ পঢ়া বন্ধ হোৱা দেখি বেজাৰ কৰিলে; পাচত যেতিয়া পাঠশালাৰ কাম কৰিবলৈ ইচ্ছা কৰা শুনিলে তেখেতে লগতে শিৱসাগৰলৈ নিব খুজিলে। ব্ৰহ্মমল্লৰ সৈতে দুয়ো যাওঁ বুলিলোঁ—যোৱা দিন ঠিক হ'ল।

পিতাই গৌৰীপুৰলৈ পঠোৱা মণিঅৰ্ডাৰখন ঘূৰি গুৱাহাটী পালে। মই চাৰ্ভেস্কুলত পঢ়িম বুলি পিতালৈ গুৱাহাটীৰপৰা লিখিছিলোঁ। পিতাই চিঠি পায়েই চাউল আৰু কিবা-কিবি তৰকাৰী এভাৰ এজন মানুহৰ কান্ধত দি গুৱাহাটী পালেহি। আৰু পায়েই মোৰ শিৱসাগৰ যাত্ৰাৰ কথা শুনি বোধকৰোঁ কষ্ট পালে। পিতৃদেৱৰ খুৰাৰ পুত্ৰ শ্ৰীহৰি খুৰা তেতিয়া ভৰলুমুখত আছিল। তেওঁক কিবা সুধিম বুলিয়েই বোধকৰোঁ দোকমোকালিতে তেওঁৰ ওচৰলৈ গ'ল। সেইদিনাখনেই আছিল আমাৰ শিৱসাগৰ যাত্ৰাৰ দিন—আগবেলা ১০ কি ১১ বজাৰ ৰেলত যাব লাগে। ভাত-পানী খাই মই পিতৃদেৱলৈ বাট চালোঁ—লাহে লাহে দহ বাজিল—তথাপি আহি নোপোৱা দেখি মই ৰেল ষ্টেচনলৈ খোজ ললোঁ। সেইদিনা আমাৰ শিক্ষাগুৰু হাজৰিকাদেৱ যাব, তেখেতেই হৈছে আমাৰ আশ্ৰয়; তেখেতৰ

লগত নগলে অকলে যোৱাত অসুবিধা হব পাৰে। সেই কাৰণে যাত্ৰা কৰোঁতে মনতে পিতৃদেৱক সেৱা কৰি যাবলগীয়া হৈছিলোঁ। পাচত শুনিলোঁ—পিতৃদেৱ লৰালৰিকৈ মই থকা বৰুৱাৰ ঘৰলৈ আহিছিল; মোক নাপাই লৰি ষ্টেচন পাইছিল। তেখেত গৈ পাওঁতেই ৰেল এৰি দিছিল হেনো। সৌভাগ্য মোৰ এইখিনি যে যোৱাৰ আগদিনা তেখেতক পাইছিলোঁ আৰু সেৱা কৰিছিলোঁ।

আমি গৈ নামতিআলি ষ্টেচন পালোঁ। বৰষুণ বৰ বেচি। হাজৰিকাদেৱলৈ নগৰৰপৰা তেখেতৰ চাপ্ৰাচীয়ে ঘোঁৰা লৈ গৈছিল। আমি আহি গৌৰীসাগৰ পালোঁ। ইয়াৰ পুখুৰী পাৰত এখন ডাঙৰ প্ৰাইমাৰী স্কুল আছে; তাৰ শিক্ষকজন চলিহা বংশৰ। তেখেতে ভাত ৰান্ধিছে। হাজৰিকাদেৱে মোক ক'লে—এই পণ্ডিত জনো কায়স্থ—চলিহা বংশৰ; তুমি খোৱাত আপত্তি নকৰিবা। ভাত খালোঁ আৰু পুনৰ খোজ কাঢ়ি গৈ গধূলি নগৰ পালোঁ।

হাজৰিকাদেৱৰ বাঁহাত ২।৩ দিন থকাৰ পাচত তেখেতে দুয়ো-জনকে দুখন নিযুক্ত পৰোৱানা দিলে—মোক দিলে নগৰৰপৰা তেৰ মাইল দূৰৰ টেঙা পুখুৰী স্কুলত আৰু ব্ৰহ্মমল্লক দিলে—এঙাৰ ধোৱা স্কুলত। দুয়োখন স্কুল ট্ৰাঙ্কৰোডৰ দাঁতিতে—ব্ৰহ্মমল্লৰ বয়স বেচি আছিল—লোকজন শকত-আৱতো আছিল; সেই কাৰণে বোধকৰোঁ তেখেতক অলপ দূৰত দিছিল। ইয়াৰপৰা চৰাইদেউ মৈদামলৈ সৰহ দূৰ নহয়।

**নিম্ন প্ৰাথমিক স্কুলত শিক্ষকতা**

দুয়ো চাকৰি কৰিলোঁ—এমাহ এমাহকৈ সাত মাহ। এই কেইমাহৰ ভিতৰতে ওচৰ-কাষৰৰ গাঁৱৰ মানুহৰ লগত আমাৰ প্ৰীতি-ভাব জন্মিল। মোক কেইবা ঘৰেও গামোছা কাপোৰ উপহাৰ দিলে। মোৰ স্কুলৰ ওচৰতে আছিল শিলাকুটি মৌজাৰ মৌজাদাৰ ইন্দ্ৰেশ্বৰ ৰাজখোৱাৰ মৌজাৰ বাঁহা ঘৰ। এখেত শিৱসাগৰ নগৰৰ মৌজা চলাইছিল—তাত থাকি। এখেতৰেই সুযোগ্য পুত্ৰ ডাঃ সুৰেশচন্দ্ৰ ৰাজখোৱা সহকাৰী ডাইৰেক্টৰ (বৰ্তমান ডি. পি. আই.)। মৌজাদাৰ ৰাজখোৱা ডাঙৰীয়াই মোক বৰ মৰম কৰিছিল। তেখেতে আদেশ দিছিল—সদায় আবেলি তেখেতৰ

**উচচসঙ্গ লাভ**

ওচৰলৈ যাবলৈ। তেখেতে মাজে সময়ে মোক জা-জলপানো খুৱাছিল আৰু পুৰণি কালৰ নানা সদালাপ কৰি আনন্দ দিছিল—তেখেতৰ বয়স সেই সময়ত ৬৬ বছৰ, থুলন্তৰ শৰীৰ, পকা কমলাৰ দৰে বৰণ, দাঁত এটাও সৰা নাছিল, চুলি দুই এডাল পকিছিল—সদায় পাগুৰী মাৰিহে বহিছিল আৰু ফুৰিছিল। ঘোঁৰা দুটা ৰাখিছিল—নগৰলৈ যাবলৈ হ'লে ঘোঁৰাত গৈছিল। এদিন মোকো নগৰৰপৰা আহোঁতে ঘোঁৰাত তুলি আনিছিল। পুত্ৰবৎ মৰম কৰিছিল কিয়, আজিও ভাবিলে আনন্দ পাওঁ। মোৰ বয়স সেই সময়ত গোতৰ বছৰ; মোৰ বাঁহাৰ ওচৰতে আছিল মুছলমান মানুহ কিছুমান। তেখেতে বোধকৰোঁ কিবা ভয় কৰি মোক সদায় তেখেতৰ ঘৰলৈ যাবলৈ বাধ্য কৰিছিল। আজিও তেখেতৰ গলগলীয়া মাতৰ আদেশসূচক কথাবোৰ মোৰ মনত পাৰে।

আমাৰ শিক্ষাগুৰু হাজৰিকাদেৱে গুৱাহাটীৰ নৰ্মাল স্কুলত পঢ়াৰ দৰখাস্ত একোখন আমাৰ লৈছিল; আৰু ওপৰলৈ পঠাইছিল। আমি ছুটী লৈ ঘৰলৈ আহোঁতে গুৱাহাটী পাৰেই নৰ্মালত বৃত্তি পোৱা শুনিলোঁ। ঘৰলৈ অহা নহ'ল; নৰ্মালতেই ভৰ্তি হলোঁ। মোৰ আত্মীয় চন্দ্ৰকান্ত বৰুৱাই মোক ৰাখিলে। মই মনোযোগেৰে পঢ়িব ধৰিলোঁ; বৃত্তি আছিল মাহিলি পাঁচ টকা। বৃত্তি পালেই টকাখিনি বৰুৱা ডাঙৰীয়াক দিব ধৰিলোঁ। তেখেতে সেই টকা নিজে নাৰাখি ডাক ঘৰত মোৰ নামত ৰাখিছিল। মোৰ বিয়াৰ সময়ত সেই টকা মোৰ হতুৱাই উলিয়াই মোকেই দিছিল।

নৰ্মাল স্কুলৰ শিক্ষা

এই সময়ত শ্ৰীঅম্বিকানাথ বৰা এম্-এ, বি-এল, শ্ৰীজ্ঞাননাথ বৰা বি-এল, শ্ৰীসৰ্বেশ্বৰ....আদিয়ে উজান বজাৰত "একতা" নামে এখন সভা পাতিছিল; ময়ো এই সভাত যোগ দিওঁ। গুৱাহাটীত প্ৰায় ডেৰ বছৰমান থাকি পঢ়োঁ। পাচত নৰ্মাল স্কুলখন যোৰহাটলৈ যায়। আমিও যোৰহাটলৈ গৈ বোৰ্ডিঙত থাকি পঢ়োঁ। এই সময়ত মোৰ খৰচৰ অলপ টান হৈছিল। পিতাই মাজে সময়ে দুই এক টকা পঠাইছিল। আমাৰ

একতা সভাত যোগদান

বংশৰ এজনে কাছাৰীত কেৰাণী কাম কৰিছিল ; তেওঁলৈ মই লিখাত তেওঁ এটকা মণি-অৰ্ডাৰ কৰিছিল—সেই টকাটো সেই সময়ৰ অভাৱত পাই কিমান আনন্দ কৰিছিলোঁ ।

আমাৰ নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল ঘনকান্ত বৰুৱা বি-এ দেৱ। তেখেত নাগপুৰত প্ৰশিক্ষণ লৈ আহিছিল। তেখেতে আমাক বৰ মৰম কৰি পঢ়াইছিল আৰু আবেলি আমাৰ সৈতে সদায় বল খেলিছিল। তেখেতৰ ইমান উৎসাহ আছিল যে স্কুলৰপৰা গৈ জলপান খায়েই বোৰ্ডিঙলৈ আহি আমাক মাতিছিল—“কোমল চাউল খোৱা পেটুৱাহঁত, আহিবৰ হোৱা নাই নে ?”

তেখেতে এদিন শ্ৰেণীত পাঠ পঢ়াই থাকোঁতে আমাক সুধিছিল—“লিখাচোন, জীৱনৰ কাৰ কি সঙ্কল্প ?” মই লিখিছিলোঁ—

সঙ্কল্প “কিছুদিন স্কুলত চাকৰি কৰি পিতাৰ নামত এখন স্কুল পাতিম।” মোৰ সঙ্কলপটো পঢ়ি তেখেত গহীন হৈছিল। অনুমান হয়, তেখেতে মনে মনে আশীৰ্বাদ দিছিল।

সেই বছৰ আমাৰ শেষ পৰীক্ষা, পৰীক্ষা দিলোঁ। সেই বছৰ নতুনকৈ “সাধাৰণ জ্ঞান” নামৰ এটা পৰীক্ষা হৈছিল, আমাক শ্ৰেণীত শিকোৱা নাছিল ; পাঠ্য পুথিও নাছিল। এনেই উত্তৰ কৰা হ’ল—মোৰ উত্তৰ ভাল নহ’ল বুলি বিশ্বাস হ’ল ; আৰু কৃতকাৰ্য্য নহম বুলি ভাবিলোঁ। পৰীক্ষা দি ঘৰলৈ গৈ বেগতে কোনো স্কুলত চাকৰিত সোমাম বুলি স্থিৰ কৰিলোঁ।

ঘৰত এমাহমান থাকিলোঁ, তাৰ পাচত চাকৰি বিচাৰি যোৰহাটলৈ গলোঁ। নৰ্মাল স্কুলৰ বোৰ্ডিঙতে কিছুদিন থাকিলোঁ। মোৰ শিক্ষাগুৰু প্ৰতাপচন্দ্ৰ হাজৰিকা ডাঙৰীয়া সেই সময়ত স্কুল ইন্‌সপেক্টৰ অফিচৰ হেডক্লাৰ্ক। সেই সময়ত স্কুল ইন্‌সপেক্টৰ কেৱল এজনা—তেখেতৰ অফিচ যোৰহাটত। হাজৰিকা ডাঙৰীযাই ইতিমধ্যে ডাইৰেক্টৰলৈ লিখি মোৰ পৰীক্ষাৰ নম্বৰবোৰ আনিছিল। তেখেতে নম্বৰবোৰ মোক দেখুৱাই পাছ হম বুলি ক’লে। কেইদিনমান পাচতেই পাছ হোৱা খবৰ আহিল—মই ২য় স্থান অধিকাৰ কৰি পাছ হৈছোঁ (১৯০৭)। প্ৰথম বছৰৰ পৰীক্ষাত মই প্ৰথম হৈছিলোঁ। শেষ পৰীক্ষাত মোৰ পঢ়া বেয়া হৈছিল, সঙ্গদোষেও অলপ বেয়া কৰিছিল।

গুৰুদেৱ হাজৰিকা ডাঙৰীয়াই ইন্‌সপেক্টৰ অফিচৰ সৰ্বে-সৰ্বা ; তেখেতে চৰকাৰী স্কুলৰ খালী পদ দৃষ্টি কৰি আছিল। মোৰ পৰীক্ষাৰ খবৰ পায়েই নগাঁও মজলীয়া স্কুলৰ ৬ষ্ঠ শিক্ষকৰ পদত মোক নিযুক্ত কৰোৱাই নিযুক্ত পত্ৰখন মোলৈ পঠাই দিয়ে। (১৯০৭ চনৰ ৩১ জুলাই)। মই হাততে স্বৰ্গ পোৱা যেন হলোঁ। সেই পদত আছিল পণ্ডিত কনকচন্দ্ৰ শৰ্মা। তেখেতে ছমাহৰ ছুটী লৈ পঢ়িবলৈ গৈছিল—মোক সেই পদতে নিযুক্ত কৰে।

শিক্ষকতা

মই আহি হেড পণ্ডিতৰ বহাতে উঠিলোঁ। হেড পণ্ডিত আছিল—হলিৰাম মেধি ; উচচ শিক্ষিত ধাৰ্মিক আৰু নিষ্ঠাবান লোক। মেধি স্বপাক খায় ; মই তেখেতৰ ঘৰতে থকা ঘৰৰ মালিক স্কুলীয়া ল'ৰা শ্ৰীগোলাপ বেজবৰা নামৰ বামুণৰ ল'ৰাৰ লগত খোৱাৰ ব্যৱস্থা কৰিলোঁ।

মেধি ডাঙৰীয়াৰ ওচৰলৈ নগৰৰ শিক্ষিত লোকসকল মাজে সময়ে অহা-যোৱা কৰে। গুৱাহাটীৰ মল্লনাৰায়ণ চিৰস্তাদাৰ নামৰ ভক্ত এজনৰ লগত মেধি ডাঙৰীয়াই "হৰি প্ৰসঙ্গ" নামৰ পুথি এখন সঙ্কলন কৰিছিল ; সেই কাৰণে বটদ্ৰৱা আৰু আন আন সত্ৰৰ দুই এজনা গোসাঁয়ো তেখেতৰ বাঁহালৈ আহিছিল। এই সময়তেই তেখেতে শ্ৰীমন্ত শঙ্কৰদেৱৰপৰা বাৰ ধৰ্মাচাৰ্য্য আৰু সত্ৰৰ এখন লিষ্টি কৰিছিল আৰু তাক এজোপা গছৰ দৰে কৰি লিখিছিল। মই তেখেতৰ লগত থকা বাবে সেইবোৰ প্ৰভাৱ মোৰ ওপৰত পৰিছিল। এই লিষ্টিখন মই নকল কৰি লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়ালৈ পঠাই-ছিলোঁ। তেখেতে "বাঁহী"ত মোৰ নামত প্ৰকাশ কৰিছিল।

দৰমহা পাইছিলোঁ এঘাৰ টকা। তলৰ শিক্ষকৰ দৰমহা সিমানেই আছিল। খৰচো বেচি নাছিল ; চাউল টকাত আছিল ১৪।১৫ সেৰ ; দালিৰ সেৰে দুই অনা ইত্যাদি। মই মাহিলি পাঁচ টকামানকৈ ঘৰলৈ পঠাইছিলোঁ।

কিছুদিন থকাৰ পাচত মোক বদলি কৰিলে গুৱাহাটী সদৰ মজলীয়া স্কুললৈ (১১।৬।০৮)। এই সময়ত মই আগৰ আগাৰ বাঁহাতেই "বৰুৱা এজেন্সী" নাম দি কিতাপৰ দোকান আৰম্ভ কৰোঁ। মই ইয়াৰপৰা বদলি হোৱাৰ পাচত গোলাপ বৰুৱাই ইয়াক চলায় ; আজিলৈকে জীয়াই আছে। গুৱাহাটীত ছমাহ থকাৰ পাচত মোক

১৫৲ টকালৈ প্ৰমোচন দি উত্তৰ লক্ষীমপুৰ মাইনৰ স্কুললৈ বদলি কৰিলে (২৩।১২।০৮)। এই সময়ত ইয়াতেই মোৰ জীৱনৰ ভালে-খিনি পৰিবৰ্ত্তন ঘটে।

১৯০৮ চনত মোৰ বিবাহ হয়—তেতিয়া মোৰ বয়স ২১ বছৰ আৰু ভাৰ্য্যাৰ বয়স ১১ বছৰ। পৰিবাৰৰ নাম ভবানী দেৱী। এওঁলোক মহাপুৰুষ মাধৱদেৱৰ দাদা দামোদৰৰ বংশধৰ।

বিবাহ

বিবাহ মণ্ডপ ঘৰৰপৰা অলপ আঁতৰত ৰাজহুৱা নাম-ঘৰৰ সম্মুখত আছিল। বিয়া হৈ যোৱাৰ পাচত বৰ কন্যাক এখন দোলাত ভৰাই আনন্দ কৰি ঘৰলৈ লৈ গৈছিল; স্ত্ৰী-আচাৰৰ পাচত আমাক বিদায় দিয়ে। প্ৰায় পাঁচ বছৰ পাচতহে পাচবিয়া ঘটে; পৰিবাৰ আমাৰ ঘৰলৈ আহে। তেওঁৰ হাত-ভৰি ল-নি আছিল যদিও পৈণত হৈ উঠা নাছিল। দুবছৰমান পাচতহে গা ভৰি উঠে। শৰীৰৰ আকৃতি সৰু হ'লেও ক্ষীণ নাছিল—ওখ আছিল প্ৰায় পাঁচ ফুট। গাৰ বৰণ চক্‌চকীয়া তামতকৈ কিছু বগা আছিল, শুধ বগা নহয়—নাক ফেচা নাছিল, কিন্তু টন্-টনীয়াও নাছিল। কপাল অলপ ওখ আছিল; ভৰি পতা দেখিবলৈ বিতোপন; মাত সুমিষ্ট কিন্তু মানুহৰ লগত বৰ কম কথা হৈছিল; সদায় কামতে আৱদ্ধ আছিল। বৰ্ত্তমান পৰিবাৰৰ লগত গাৰ গঠন, বৰণ, মাত-কথা, ভাব-ভঙ্গি প্ৰায় মিলিছিল। কিন্তু তেওঁৰ মুখখন অলপ দীঘলীয়া আছিল। পৰিবাৰে মানসিক কষ্ট ভোগ কৰিবলগীয়া হৈছিল। তেওঁ ১৭ বছৰ বয়সত এটী কন্যা সন্তান জন্ম দিয়ে—নাম থৈছিল শশীবালা; পিতৃদেৱে সদায় লগত ৰাখিছিল। আঠে বছৰ বয়সত তেওঁৰ মৃত্যু হয়। ১৯ বছৰ বয়সতো এটী কন্যা জন্মে। সেই কন্যাও অলপ দিন থাকি চলে। তাৰ পাচত ২১ বছৰ বয়সত এটি কন্যা জন্মে—নাম হয় চন্দ্ৰপ্ৰভা। তেওঁ দুবছৰ পাচত মৰা পৰে। তাৰ পাচত ২৪ বছৰ বয়সত এটি পুত্ৰ সন্তান জন্মে, এবছৰ পাচত ঢুকায়।

উত্তৰ লক্ষীমপুৰ মাইনৰ স্কুলৰ হেড মাষ্টৰ আছিল ৰোহিতেশ্বৰ শইকীয়া; তেখেতে সাহিত্য-চৰ্চা কৰিবলৈ ভাল পাইছিল। ইংৰাজী, অসমীয়া দুয়ো ভাষাত হাত আছিল। আমাৰ সেই স্কুলত কনক নাথ গগৈ নামৰ এজনা সহকাৰী শিক্ষক আছিল।

তেখেতেও আমাৰ লগত যোগ দিয়ে। আমি তিনিওজনে আৰু ৰায় বাহাদুৰ পদ্মনাথ গোহাঁইবৰুৱাৰ ভায়েক নীলকণ্ঠ গোহাঁইবৰুৱা চাৰিও জনৰ ভিতৰত এটা সাহিত্য আলোচনা-চক্র গঠন কৰা হ'ল ; চাৰিওজনে লগ লাগোঁ ; প্ৰায় প্ৰতি সপ্তাহে বহি নানা বিষয়ে আলোচনা কৰোঁ। শেষত "কবিতালতা" নামে এখনি তিনিমহীয়া আলোচনী প্ৰকাশ কৰোঁ। ছপা কৰিব লগা হৈছিল কলিকতাত ; আমি থাকোঁ উত্তৰ লক্ষীমপুৰত। জাহাজেই সম্বল—ইয়াৰ ঘাট বদতিঘাট আৰু কমলাবাৰী ঘাট—দুয়োটা ঘাট সাতাইশ মাইলকৈ দূৰ।

উত্তৰ লক্ষীমপুৰত তিনি বছৰ পাচত মোক আকৌ নগাঁও মজলীয়া স্কুললৈ বদলি কৰে (২০।১।১২)। মই আগৰ বাহাতেই উঠোঁ আৰু আগৰ লগ শ্ৰীৰত্নকান্ত বৰকাকতী মোৰ সাহিত্য-আলোচনাৰ সঙ্গী হয়। এই সময়ত ৰুদ্ৰকান্ত গোস্বামী নামৰ এজনা উদ্যোগী ডেকা আছিল, তেখেতো আমাৰ লগত সোমায়। বৰকাকতী আৰু গোস্বামীয়ে মাজে সময়ে কবিতা ৰচনা কৰি মোক শুনাইছিল, আৰু বৰকাকতী ডাঙৰীয়া গধূলি কলঙৰ পাৰত মোৰে সৈতে বহি গান গাইছিল। তেখেতে ৰবিঠাকুৰৰ গান বৰ ভাল পাইছিল আৰু প্ৰায় তাকেই গাই আনন্দ কৰিছিল। "সম্মুখে ৰাঙা, মেঘ কৰে খেলা, ওগো তৰি বেয়ে...." এই গানটো প্ৰায় সদায় গাইছিল। ৰায় বাহাদুৰ ডঃ সূৰ্য্যকুমাৰ ভূঞা, ডি-লিটৰ ঘৰো নগাঁৱত। তেখেতেও মাজে সময়ে কলঙৰ পাৰত আমাৰ লগত বহিছিল। ভূঞাদেৱৰ কথাবোৰ তেতিয়াই গহীন—তেখেতৰ বয়স মোতকৈ কম আছিল যদিও মই শ্ৰদ্ধা কৰিছিলোঁ বেচি।

লাইআটী সত্ৰৰ মোহনচন্দ্ৰ গোস্বামী নামৰ মেট্ৰিক পাছ ডেকা এজনো আহি মাজে সময়ে মোৰ লগ লাগিছিল। এসময়ত মোক তেখেতৰ ঘৰলৈকেও নিছিল, আৰু পুৰণি সৰ্বহ দেখুৱাইছিল। এই সময়ৰপৰা মই পুৰণি পুথিলৈ আগ্ৰহ দেখুৱাইছিলোঁ, আৰু য'তে যি পাওঁ সংগ্ৰহ কৰিছিলোঁ। মোহন গোস্বামীৰপৰাও অলপ লোৱা হৈছিল।

স্কুলত মই মনোযোগেৰে কাম কৰিছিলোঁ ; সেই কাৰণে হেড পণ্ডিত মহম্মদ চুলেমান খাঁ চাহাবে মোক আদৰ কৰিছিল আৰু

ডেপুটি ইন্সপেক্টৰ কমলাকান্ত বৰুৱা দেৱেও স্নেহ দৃষ্টিৰে চাইছিল। এই সময়ত মই ভূগোল পঢ়োৱাৰ এটা টোকা লিখিছিলোঁ—বৰুৱা-দেৱে টোকাটো চাই আনন্দ কৰিছিল আৰু ছপা কৰিবলৈ দিহা দিছিল।

ইয়াত থাকোঁতে সহকৰ্মী উপাৰ্জন শইকীয়া দেৱৰ সৈতে লগ হৈ "উজু কবিতা" নামৰ এখন কবিতা পুথি সংগ্ৰহ কৰোঁ। ইয়াত মোৰ দুটামান পদ্য আছিল। পুথিখনি পাঠ্যপুথি হিচাবে মঞ্জুৰও হৈছিল।

এই সময়ত এটা ডাঙৰ কাম আৰম্ভ হয়—যাদব চক্ৰৱৰ্ত্তীৰ পাটী-গণিতৰ অনুবাদ। মই চক্ৰৱৰ্ত্তী দেৱলৈ পত্ৰ দিছিলোঁ। তেখেত সেই সময়ত আলিগড় কলেজৰ অধ্যাপক আছিল; মই লিখোঁতেই তেখেতে মোক অংশীদাৰ হিচাবে পুথিখনি অনুবাদ কৰি অসমীয়া ৰূপ দি সঙ্কলন কৰিবলৈ অনুমতি দিয়ে।

এই সময়ত জগৎগুৰু শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ তিথিৰ সময়ত আৰু শ্ৰীশ্ৰী মাধৱদেৱৰ তিথিৰ সময়ত দুটা স্তোত্ৰ লিখোঁ। জগৎগুৰুৰ স্তোত্ৰটো আমোলাপট্টীৰ ৰাজহুৱা উৎসৱত মহেন্দ্ৰ মহন্ত মৌজাদাৰে আমাৰ সৈতে গাইছিল।

২৫।২।১৩ চনত মোক ২০ টকালৈ প্ৰমোচন দি কাকজান (যোৰহাট) মাইনৰ স্কুললৈ বদলি কৰে। তাতেই পাটীগণিতৰ অনুবাদ কাৰ্য্য শেষ হয়। নগাঁৱত ২য় বাৰ থাকোঁতে মই মোক্তাৰি পঢ়িম বুলি আইনবোৰ আনি লৈছিলোঁ। কাকজান পাই সেই বোৰ পুথি মোৰ সহকৰ্মী এজনক দি মই মেট্ৰিকৰ কিতাপবোৰ সংগ্ৰহ কৰি পঢ়িবলৈ ধৰোঁ। এই সময়ত মই হেডপণ্ডিতৰ পদলৈ প্ৰমোচন পাওঁ (১৭।৪।১৬)। দৰমহা হয় মাহিলি ২৫ টকা। এই সময়ত মই ব্যাকৰণ পঢ়োৱাৰ বিষয় চিন্তা কৰি এটা টোকা লিখি-ছিলোঁ—সেইমতে পঢ়োৱাত ছাত্ৰৰ সহজতে পদ পৰিচয় হোৱা দেখি যোৰহাটৰ বৰকটকী কোম্পানীৰ হতুৱাই "ব্যাকৰণ পাঠ" নাম দি প্ৰকাশ কৰাওঁ।

সকলোৰে পৰিচিত শিক্ষাবিদ্ শৰৎচন্দ্ৰ গোস্বামী সেই সময়ত যোৰহাটৰ এচিষ্টেণ্ট ইন্সপেক্টৰ হৈ আছিল। কাকজানৰপৰা যোৰহাট ৯ মাইল; তথাপি প্ৰায় শনিবাৰে মই যোৰহাটলৈ গৈছিলোঁ;

আৰু তেখেতৰ লগত দুই চাৰি আষাৰ কথা হৈছিলোঁ। তেখেতেও স্নেহ কৰিছিল। এদিন যাওঁতে ক'লে—"এখন ইংল্যাণ্ডৰ বুৰঞ্জী লাগে, তুমি নিলিখা কিয় ?" মই ইংল্যাণ্ডৰ বুৰঞ্জী আগতে পঢ়া নাই ; সেই কাৰণে আপত্তি কৰিলোঁ। তেখেতে মোৰ ফালে চাই ক'লে—"তুমি লিখিব পাৰিবা। মই এখন বাৰু ইংৰাজী দিওঁ ; তুমি পঢ়ি লিখিবা।" এই বুলি ভিতৰলৈ গৈ আলমাৰীৰপৰা এখন সৰু ইংৰাজী বুৰঞ্জী আনি মোক দিলে। মই বাধ্য হৈ কিতাপখন ললোঁ—আৰু নৰ্মাল স্কুলৰ বোৰ্ডিঙলৈ আহিলোঁ। নৰ্মাল স্কুলত সেই সময়ত ঈষাণ চন্দ্ৰ ঘোষৰ বঙালী ইংল্যাণ্ডৰ বুৰঞ্জী চলে। মই তাৰো এখন ললোঁ ; আৰু এখন ডাঙৰ ইংৰাজী ইংল্যাণ্ডৰ বুৰঞ্জী সংগ্ৰহ কৰি লৈ কাকজান পালোঁ।

স্কুলৰ সময়ৰ বাহিৰা সময়খিনি ইংল্যাণ্ডৰ বুৰঞ্জী পঢ়া কামকে কৰিব ধৰিলোঁ—মেট্ৰিকৰ পাঠ্য পঢ়া বন্ধ হ'ল। ভাবিছিলোঁ—মেট্ৰিক পাছ কৰি স্কুল চব-ইন্সপেক্টৰ হম, তাৰ আগতে ভাবিছিলোঁ মোক্তাৰি পঢ়ি ভাল মোক্তাৰ হ'ম—এটাও নহ'ল। শিক্ষকৰ ল'ৰা শিক্ষকহে হব লগা হলোঁ।

কাকজানৰ ওচৰত ফুলবাৰী নামে এখন সত্ৰ আছিল। ডাই-ৰেক্টৰ চাহাবৰ পাৰ্চনেল এচিষ্টেণ্ট শ্ৰীগোপাল চন্দ্ৰ গোস্বামীৰ পিতা আছিল অধিকাৰ আৰু দদাক আছিল ডেকা অধিকাৰ। মই মাজে সময়ে এই সত্ৰলৈ গৈছিলোঁ। অধিকাৰে পুত্ৰবৎ স্নেহ কৰিছিল। অধিকাৰৰ মাজু ল'ৰা ৺কমল চন্দ্ৰ গোস্বামীৰ লগত মোৰ ভাল ভাব আছিল আৰু তেখেত মাজে সময়ে মোৰ বাহালৈ আহিছিল। তেখেতৰ লগত মোৰ শাস্ত্ৰালাপ হৈছিল আৰু তেখেতৰ সহায়তেই বহুতো পুৰণি পুথি মই আনি পাঠ কৰিছিলোঁ।

ইয়াত থাকোঁতেই পাটীগণিতখনৰ সম্পাদনৰ কাম শেষ হয় আৰু ইংল্যাণ্ডৰ বুৰঞ্জীখনো লিখা হয়। ইংল্যাণ্ডৰ বুৰঞ্জীখন গোস্বামীক আনি দিয়াত তেখেতে ডাইৰেক্টৰ চাহাবলৈ পঠাই দিলে। এই সময়ত স্কুলৰ হেড মাষ্টৰ আছিল ভৰত চলিহা বি-এ আৰু সহকাৰী মাষ্টৰ আছিল ডম্বৰুধৰ খাউণ্ড ; দুয়োজনৰ চৰিত্ৰৰ প্ৰভাৱ মোৰ ওপৰত পৰিছিল।

ইয়াৰ কিছুদিন পাচত ইন্সপেক্টৰ G. A. Small চাহাব কাকজান স্কুল চাবলৈ যায়। সুখৰ কথা তেখেতে স্কুল পৰিদৰ্শন কৰি মোৰ কামত সন্তুষ্ট হ'ল আৰু নৰ্মাল স্কুললৈ যাব লাগিব বুলি যাওঁতে মোক কৈ গ'ল। আনন্দৰ কথা দুই তিনি মাহ পাচতেই মই যোৰহাট নৰ্মাল স্কুললৈ মাহিলি ৩৫ টকা দৰমহাত বদলি হওঁ (২৩।৬।১৭)। নৰ্মাল পাছৰ দৰমহা সেই কালত এয়ে শেষ সীমা।

কাকজানত থাকোঁতে মোৰ অনুজ শ্ৰীমান বিচিত্ৰ লগতে থাকি পঢ়িছিল। তেওঁ মাইনৰ পাছ্ কৰাত যোৰহাট গৱৰ্ণমেণ্ট হাই-স্কুলতেই ভৰ্তি কৰাই দিওঁ। মই যোৰহাটলৈ অহাত তেওঁৰ সুবিধা হয়—মোৰ লগতে থাকি পঢ়িবলৈ ধৰে। এই সময়ত নৰ্মাল স্কুলত ৩য় বাৰ্ষিক শ্ৰেণী খোলে। পাঠ্য বিষয়ও আগতকৈ ওখ খাপৰ হয়। মই দুই বছৰীয়া পাঠ্য পঢ়ি উত্তীৰ্ণ হোৱা মানুহ; মোৰ পক্ষে ইয়াত শিক্ষকতা কৰা বৰ টান হৈ উঠিল। তাতে আকৌ মোক পঢ়াবলৈ দিলে তৃতীয় বাৰ্ষিক শ্ৰেণী। ইয়াৰ ভূগোল বিষয়টো বৰ ওখ খাপৰ আছিল—বিশেষকৈ গণিত আৰু জ্যোতিষ ভূগোলৰ কথাবোৰ মোৰ সমূলি পঢ়া নাছিল। সেই সময়ত নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল শৰৎচন্দ্ৰ গোস্বামী দেৱ আৰু বিজ্ঞান শিক্ষক আছিল প্ৰাণনাথ বুজৰ-বৰুৱাদেৱ। দুয়োজনা আছিল বিদ্বান পুৰুষ। গোস্বামীদেৱে গণিত ভূগোলৰ এটা মূল্যবান টোকা লিখিছিল; তেখেতে মোক সেইটো পঢ়িবলৈ দিয়ে। বুজৰবৰুৱাদেৱে জ্যোতিষ ভূগোলৰ কথাবোৰ মোক শিকায়। ময়ো কেইখনমান বঙালী আৰু ইংৰাজী কিতাপ সংগ্ৰহ কৰি লওঁ আৰু দিনে-ৰাতিয়ে পঢ়ি টোকা লিখিব ধৰোঁ। তিনি বছৰমান একাদিক্ৰমে পঢ়োৱাত মই নিজে আনন্দ পোৱা হলোঁ। তৃতীয় বাৰ্ষিক শ্ৰেণীত প্ৰায় প্ৰতি বছৰে ১ম বিভাগত পাছ্ কৰা মেট্ৰিক পাছ্ ছাত্ৰ থাকি, এইসকলে মাজে সময়ে বেচিকৈ প্ৰশ্ন কৰি আমাক বেচি পঢ়িবলৈ সুবিধা দিছিল।

স্কুলৰ এচিষ্টেণ্ট চুপাৰিণ্টেণ্ডেণ্ট মৌ: আব্দুল লতিফ বৰুৱাই ছুটী লোৱাত কিছুদিন মোক সেই পদত এক্টিং কৰিবলৈও দিছিল। নৰ্মাল স্কুলৰ হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট কৰি মোক দিছিল আৰু স্কুলৰ বাহিৰৰ বহু বিষয় মোৰ ওপৰত ন্যস্ত ৰাখিছিল।

১৯০৭ চনত ১১ টকা দৰমহাত সোমাওঁ আৰু ১৯১৭ চনতহে ৩৫ টকা দৰমহাত যোৰহাট নৰ্মাল স্কুললৈ আহোঁ। এই দহ বছৰ মোৰ অতি কষ্টৰ কাল। পিতাৰ চাকৰি নাই। সামান্য মাটি আবাদ হৈছিল—খাওঁতা ল'ৰা-ছোৱালী কেইবাটাও। পিতৃদেৱে তেখেতৰ শিষ্যপুত্ৰ স্বৰূপ ছাত্ৰৰ সহায়ৰ ওপৰতেই নিৰ্ভৰ কৰিবলগীয়া হৈছিল। মই প্ৰতি মাহে ৫।৬ টকা পঠাই আছিলোঁ—২৫ টকা দৰমহা পোৱাত দহ টকা মানকৈ পঠাই-ছিলোঁ। ঘৰৰ দেৱকাৰ্য্য, পিতৃকাৰ্য্য, মোৰ আৰু মাজু ভাইৰ বিবাহ আদিও ইয়াৰ ভিতৰতে হৈছিল। কি কষ্টত জীৱন অতিবাহিত হৈছিল আজি ভাবিলেও আচৰিত হওঁ।

অত্যধিক আৰ্থিক কষ্টৰ কাল

এই সময়ত আমি সঙ্কলন কৰা যাদব বাবুৰ পাটীগণিতখন মঞ্জুৰ হয়। লৰালৰিকৈ ছপা কৰি দিবলগীয়া হওঁ। মই নিজে কলিকতালৈ নগ'লে সময়মতে কিতাপ পোৱা টান হব ভাবি মই কলিকতালৈ যোৱাকে স্থিৰ কৰোঁ।

বৰদিনৰ বন্ধ আৰম্ভ হ'ল; পিতৃদেৱৰ আদেশত অনুজ শ্ৰীবিচিত্ৰক কেইদিনমান আগেয়ে পঠাই দিলোঁ। মোৰ একো জঞ্জাল নাই। মই বাহিৰে বাহিৰে কলিকতালৈ যাত্ৰা কৰিলোঁ। নল-বাৰীত নামি ভাত খালোঁ; পাচত ষ্টেচনলৈ যাওঁতে বাটতে এজন আত্মীয়ক লগ পোৱাত তেওঁ পিতৃদেৱৰ অসুখ বুলি ক'লত মই থমকিলোঁ, আৰু সেইদিনা যাত্ৰা স্থগিত ৰাখি ঘৰলৈ গ'লোঁ।

ঘৰ পায়েই মোৰ মূৰত বজ্ৰপাত পৰাৰ দৰে বোধ হ'ল। পিতৃ-দেৱে আগৰাতি বৈকুণ্ঠপ্ৰয়াণ কৰিছে—দুদিন আগতে সামান্য অসুখ বোধ কৰি কীৰ্তন ঘৰৰ টুপত বিছনা কৰোৱাই আছিল; পিচদিনা মাজুভাই কালীনাৰায়ণক নাম-কথা দি নিজে চাউল সিজা খাই বৈকুণ্ঠ-প্ৰয়াণ কৰে। ৰাতি কান্দিলোঁ—শেষ ৰাতি অলপ চিলিমিলি টোপনি আহিল; দোকমোকালিতে উঠি মাতৃদেৱীক মাতি আনি দহা-কাজৰ আলোচনা কৰিলোঁ।

ভগৱানৰ কৃপাত সকলো কাম সুসম্পন্ন হ'ল। মই অলপ দিনৰ ছুটী লৈ কলিকতালৈ গলোঁ—আৰু কিতাপ কেইখনৰ ছপা কাম শেষ কৰোৱাই আহিলোঁ; কিন্তু "পিতৃ অবিহনে ৰাজ্যৰ মহাভাৰ" মূৰত পৰিল। যি দৰমহা পাওঁ তাৰে সংসাৰ চলোৱা টান হৈ উঠিল।

এবছৰমান বৰ কষ্টত কাল কটোৱা হ'ল—তাৰ পাচত ম্যাকমিলান কোম্পানীৰ কিতাপ অনুবাদৰ কাম শৰৎচন্দ্ৰ গোস্বামী আৰু দুৰ্গাধৰ বৰকটকী ডাঙৰীয়াদ্বয়ৰপৰা কিছুমান পাব ধৰোঁ ; আৰু এয়ে কিছু অভাৱ পূৰণ কৰে।

আমাৰ পূৰ্বপুৰুষসকল নিহ্‌পিখেৰাজ মহলতেই ঘৰ কৰি আছিল —ইয়াত মাটি আছিল ৫৬ পুৰা আৰু বিল এটা। বস্তিত বাটঘৰৰ সৈতে তিনিটা থকা ঘৰ, ৰান্ধনি ঘৰ, কীৰ্তন ঘৰ আৰু গোহালি ঘৰ আছিল।

১৮৯৭ চনৰ ভূমিকম্পত বস্তি বহি যায়। কেইবছৰমান পাচত পিতা তাৰপৰা উঠি আহি উত্তৰৰ ওখ খেৰাজ মাটিত ঘৰ কৰেহি। তেখেতৰ ভায়েক দুজন তাতেই থাকে। নতুন বস্তিত ১৯১৮ চনত পিতৃদেৱে বৈকুণ্ঠ-প্ৰয়াণ কৰে।

মহাগুৰু (পিতৃ) চলিলে সাধাৰণতে মানুহৰ নানা দুখ-বিপদ হয়—আমাকো সেইদৰে বিপদে আগুৰি ধৰিলে।

আমাৰ বংশৰ যজ্ঞৰাম মহন্ত নামৰ এজনা জেঠা (বৰ পিতা) আছিল, তেওঁ অপুত্ৰক আছিল ; কন্যা মাত্ৰ এজনী আছিল।

দুৰ্ভাগ্যৰ লগত যুঁজ
১৯১৯-২৪

তেওঁৰ পত্নীয়ে তেওঁৰ অংশৰ মাটিখিনি মোক দান-পত্ৰ কৰি দিয়ে (১৯২১ চন)। তাতে আমাৰ বংশৰ আন কিছুমানৰ ঈৰ্ষাৰ কাৰণ হয়। গাঁৱৰ এঘৰ অৱস্থাপন্ন মানুহে জেইঠৈৰ আঠ বিঘা মাটিত এৰি দিয়া সূত্ৰে নামজাৰি কৰে ; তাতে আমি আপত্তি দিয়াত মোকৰ্দমা চলে। জেইঠৈৰ লগত কাজিয়া আৰম্ভ হয় ; ঘৰত অশান্তিয়ে দেখা দিলে।

এই সময়ত মোৰ দুজনী ছোৱালী আৰু এটি ল'ৰা আৰু মাজু ভাইৰ ছোৱালী এজনী ঢুকায়। ইয়াৰ উপৰিও ল'ৰাটি শ্মশানত থৈ অহাৰ পাচতেই জেইঠৈৰ জবানবন্দী লবলৈ চব-ডেপুটি মহাশয় উপস্থিত হবলগীয়া হৈছিল। ইয়াৰ পাচতেই মাজু ভাই স্বৰ্গী হয়, জেইঠে দিয়া সম্পত্তি ত্যাগ কৰি সেই বস্তি ত্যাগ কৰি যাওঁ। তাৰ প্ৰায় ছমাহ পাচত মোৰ ভাৰ্য্যাই ল'ৰা এটি জন্ম দি স্বৰ্গী হয় ; কনিষ্ঠা ভাই-বোৱাৰী স্বৰ্গী হয়। ইয়াৰ প্ৰায় এবছৰ পাচত নকৈ বিয়া কৰোৱা ভাৰ্য্যাও ঢুকায়। ইয়াৰ উপৰি আত্মীয়-স্বজনৰ নানা প্ৰকাৰৰ উৎপীড়ন।

অলপ বহলাই কোৱা যাওক—আমাৰ ভনী ছজনী, ভাই তিনি জন, এই দ্বিতীয় ভেটিতেই সৰহ ভাগ জন্মিছিল—ডাঙৰ হৈছিল, বিয়া-বাৰু হৈছিল—বেমাৰ-পাতি কম হৈছিল।

১৯২১ চনত জেইঠেৰ মাটি লৈ যেতিয়া তেওঁক চপাই লোৱা হ'ল ; তাৰ পাচৰ পৰাই নানা বেমাৰ—ছলিৰ অল্পায়ু হব ধৰিলে। তেতিয়া মাতৃদেৱীয়ে অশান্তি বোধ কৰিলে ; পাচত যেতিয়া তেওঁৰ মাটিৰ মোকৰ্দমা হ'ল তেতিয়া তেওঁৰ অশান্তি আৰু বাঢ়িল। এই মোকৰ্দমাত জেইঠে দুবাৰো বিৰুদ্ধ দলৰ লগত আদালতলৈ গৈছিল ; মাজু ভাই এদিন আদালতৰপৰা ঘূৰি যাওঁতে বাটত পানী খাওঁতে পুখুৰীত পৰি গৈছিল। এইবোৰ কথা মাতৃদেৱীয়ে যিমানে শুনিব ধৰিলে সিমানে তেওঁৰ অশান্তি চৰি গ'ল। তদুপৰি মোৰ কন্যা দুটী আৰু মাজু ভাইৰ কন্যাটী ঢুকোৱাত তেওঁ বেচি অস্থিৰ হ'ল। মোকৰ্দমা উপলক্ষে মই কেইদিমান ছুটী লৈ ঘৰত আছিলোঁ ; মোকৰ্দমাৰ উপৰিও আৰু কেইটামান লেঠাই মোক জুমুৰি ধৰিলে।

আমাৰ বংশৰ গোপাল নামে এজন অকলশৰীয়া ভাই আছিল। মোৰ সহায় লৈ তেওঁ বিয়া পাতে। আমাৰ লগত থকা জেইঠেৰ কন্যাটীৰ পাচ-বিয়া ধৰে ; তেওঁৰ জ্বৰ থকাত আমি আপত্তি কৰাতো জোৰ কৰি বিয়াৰ দিন কৰে। সেই সময়ত জাহাৰ কছাৰীৰ ভিতৰত এখন ডাঙৰ মেল হয় আৰু মই তালৈ যাবলৈ বাধ্য হওঁ। এই সময়ত মোৰ একমাত্ৰ এবছৰীয়া ল'ৰাটিৰ হাঁগনি জ্বৰ হয়। গাঁৱৰ চিকিৎসা চলে। মযো কছাৰী মেল, ভাগীৰ বিয়া আদিত মাজে সময়ে যোগ দিওঁ ; কিন্তু জেইঠেৰ জীয়েকৰ পাচবিয়াৰ লেঠাই ডাঙৰ হ'ল—হাতত টকাও নাই। মই বাধ্য হৈ টকা বিচাৰি গুৱাহাটীৰ বৰুৱা এজেন্সীৰ গোপাল বৰুৱাৰ ওচৰলৈ যাবলগীয়া হওঁ। গৈ দেখিলোঁ তেওঁৰ জ্বৰ—শুশ্ৰূষা কৰোঁতা কোনো নাই। মই ঔষধ আনি খুৱালোঁ ; দুদিনৰ পাচত জ্বৰ এৰিলে—মই টকা লৈ ঘৰলৈ আহিলোঁ।

নলবাৰী ষ্টেচন পাই দেখিলোঁ—তেৰেচিয়াৰ পেহীৰ নাতি গোপালক। তেওঁ মোক দেখি ক'লে—আজি পাচ-বিয়াৰ দিন কৰি বৰ ঘৰে যোগাৰ কৰিছে, কইনা নহা দেখি মানুহে খেদি আহিছে ; আপুনি দেখোঁ এতিয়াহে আহি পালে। মই নামাতি বেগ দিলোঁ ;

কিন্তু অলপ যাওঁতেই আমাৰ ভাগীৰ গোপালে (বিয়া পাতা) লগ ধৰি ক'লে—"কন্যা ঘৰে কন্যাদানৰ ভোজৰ সম্ভাৰ দলিয়াই দিলে—কম হ'ল বোলে। তুমি বাজে বাজে কন্যাঘৰলৈ নগ'লে নহ'ব।" কন্যাঘৰ বালিকৰিয়াত (নলবাৰীৰ ওচৰতে); মই তালৈ যাত্ৰা কৰিলোঁ, আৰু নানা ভাৱে কৈ-মেলি সন্মত কৰালোঁ।

ঘৰ পাই দেখিলোঁ—পাচ-বিয়াৰ কইনা পঠাব নোৱাৰাত বৰ পক্ষৰ কেইজনমান মানুহ বহি আছে। মই এজনক ভিতৰলৈ মাতি নি কইনাটীক (ভনীক) দেখুৱালোঁ। তেওঁৰ তেতিয়াও জ্বৰ—পৰি আছে। জ্বৰ ভাল হ'লে দিন কৰি বিয়া দিয়া হব বুলি কৈ পঠালোঁ।

ল'ৰাটিৰ অসুখ বেচি; মই ওচৰতে বহিলোঁ—নিশা উজাগৰে থাকিলোঁ। পাচদিনা জেইঠেৰ মাটিৰ মোকৰ্দমাৰ দিন। চব-ডেপুটি আমাৰ ঘৰৰপৰা তিন মাইল দূৰ দাগাপাৰাত আছে। তাতে মোকৰ্দমা সুধিব। মই পুৰা তালৈ গলোঁ। তাৰপৰা ঘূৰি আহি দেখোঁ ল'ৰাটিৰ টান—মাজু ভায়ে গাঁৱলীয়া ঔষধ আনি খুৱাই আছে। কছাৰীবিলাকৰ মেল ছিগা নাই—দলে দলে মানুহ মোৰ তালৈ আহিয়েই আছে। মোৰ বিপদ দেখি আমাৰ ঘৰলৈ আহি তাতেই কিবা এটা সিদ্ধান্ত কৰিলে।

ল'ৰাটি পাচদিনা আগা পৰত ঢুকাল—মাজু ভাইৰ কন্যাটী সাত দিনমান আগতে গৈছিল—এওঁকো তেওঁৰ ওচৰতে সমাধি কৰা হ'ল। আমি শ্মশানৰপৰা আহি ঘৰ পালোঁ। সেই সময়ত চব-ডেপুটি মহাশয় আহি উপস্থিত হয়। তেখেতে আমাক সান্ত্বনা দি অলপ সময় বহে আৰু জেইঠেৰ জবানবন্দী গ্ৰহণ কৰে আৰু বিপক্ষক কৈ মোকৰ্দমাটো মাতমিত কৰি দিয়ে।

সেইদিনা ওপৰত উল্লেখ কৰা আমাৰ ভাগীৰ গোপালৰ বিয়াৰ তেলৰ ভাৰ। তেলৰ ভাৰ পঠোৱা হ'ল; পাচ দিনা বিয়া। কন্যা পক্ষৰ মন আকৌ ঘূৰিল—বিয়া নিদিওঁ বুলি কৈ পঠালে; তেলৰ ভাৰও নাৰাখিলে। এই বিয়াৰ কৰ্তা ময়েই। মোৰ বৰ খং উঠিল। গোপালৰ টকা কম আছিল—মই কিছুমান ধাৰ কৰি টকা ললোঁ। শ্ৰাদ্ধ কৰিবলৈ আদেশ দিলোঁ। ওচৰৰ গাঁও কেইখনমানলৈ বিয়াৰ নিমন্ত্ৰণ দিলোঁ। জাহাৰ কছাৰী কেইজনমানো লগতে ওলাল। আমি গৈ কন্যা পক্ষৰ ঘৰ পালোঁ। কন্যা পক্ষই বিয়া নিদিম বুলি

বহি আছিল। আমাৰ বৰযাত্ৰীৰ সংখ্যা দেখি ভয় কৰি বিয়া দিবলৈ স্বীকাৰ কৰিলে—কিন্তু সেইদিনা নিদি পিচ দিনা দিবলৈ স্থিৰ কৰিলে। বৰ যাত্ৰী কিছুমানক আমাৰ আত্মীয় এঘৰে ৰাখিলে আৰু পিচদিনা আকৌ শ্ৰাদ্ধ কৰি বিয়া পাতিলে। মই লগত থাকি বৰ-কন্যাক একেলগে বৰৰ ঘৰলৈ পঠাইহে আহিলোঁ।

নতুন বিপদ

কিন্তু ঘৰ পাই দেখোঁ সৰ্বনাশ, মাতৃদেৱীক মহৰি এখন তৰি শুৱাই থৈছে—বৰ বোৱাৰীয়েক ওচৰতে বহি আছে। শুনিলোঁ —ল'ৰাটি ঢুকোৱাৰ দিনাৰেপৰা তেওঁ আৰু বৰ বোৱাৰীয়েকে খোৱা নাছিল—বিযালৈ অহা মানুহ কিছুমানকো খুৱাবলগীয়া হৈছিল, সেই কাৰণে মাই ভাত ৰান্ধিবলৈ যায়। ভাত হোৱাৰ পাচত মূৰ ঘূৰাই জুইতে পৰি যায—গাৰ এফাল পুৰিছিল। বাগৰ সলাব নোৱাৰে, মই আৰু কেইদিনমান ছুটী লৈ ঘৰতে থাকোঁ। আমাৰ ঘৰৰ ইমান শোক-তাপতো জেইঠৈৰ নানা প্ৰকাৰ অত্যাচাৰ হৈছিল। তাকে 'দেখি মাতৃদেৱীয়ে সদায় মোক এই সম্পৰ্ক ছিঙি দিবলৈ কৈছিল—মোৰো ইচ্ছা হৈছিল, কিন্তু মই এৰি দিলে তেওঁ মাগি খাব লগাত পৰে—এই ভাবি মই সুদিনলৈ অপেক্ষা কৰিছিলোঁ। এই অশান্তি এৰাবলৈ আমাৰ বস্তিৰ দক্ষিণ ফালে এটা নতুন বস্তি পতাৰ দিহা কৰিলোঁ।

ভাৰ্য্যাব মানসিক অৱস্থাৰ কথা অনুমান কৰিব নোৱাৰি—এটি এটিকৈ তিনটী কন্যা আৰু একমাত্ৰ ল'বাৰ বিয়োগত তেওঁ পাগলিনীৰ দৰে হৈ উঠিছিল। তাকে দেখি জহৰ বন্ধৰ পাচত (১৯২৩ চন, জুন) তেওঁক যোৰহাটলৈ লৈ গলোঁ। নৰ্মাল স্কুলৰ বোৰ্ডিং চুপাৰিণ্টেণ্ডেণ্ট কৰি মোক ৰাখিছিল—চৰকাৰী ভাল ঘৰ এটা দিছিল, থকাৰ সকলো প্ৰকাৰ সুবিধা হৈছিল। কিন্তু খৰচৰ অলপ টান হৈছিল—শ্ৰীমান বিচিত্ৰ কলেজত পঢ়িছিল—মই দৰমহা পাইছিলোঁ মাত্ৰ ৪৬ টকা, পাটীগণিত আৰু ব্যাকৰণ পাঠ মঞ্জুৰ হৈছিল, তাৰপৰা অলপ প্ৰাপ্তি হৈছিল।

আমাৰ এই ভাৰ্য্যা আছিল ভিতৰুৱা গাঁৱৰ। ঘৰত থকাত আমাৰ লগত দেখা-সাক্ষাৎ নাছিল। তেওঁ চোলাও পিন্ধা নাছিল; নগৰ গৈ পোৱাত পিন্ধিব লগা হ'ল। এটকা ন অনাত এটা বগা

ব্লাউজ কিনি আনি দিওঁ ; তাকে তেওঁ অমূল্য চোলা বুলি পিন্ধে। গাখীৰ এপোৱা ৰাখোঁ, তাৰে অলপ দৈ কৰে—অলপ অলপ দুই বেলা চাহত দিয়ে। আটা, ময়দা কিনিব নোৱাৰোঁ ; তেওঁ চাউল পতাত বাটি তাৰে পিঠা কৰি দিয়ে। তেওঁ কাৰবাৰপৰা শাল আনি মাতৃ-দেৱীৰ বাবে পোনতে এখন পাটৰ মেখেলা লগাইছিল ; সেইখন ওলোৱাৰ পাচত মোৰ চোলাৰ কাপোৰ বৰলৈ আৰম্ভ কৰে। আমাৰ থকা ঘৰৰ পূব ফালে মুকলি খেলাৰ পথাৰ ; সৰু সৰু ল'ৰা-ছোৱালীয়ে তাত ধেমালি-ধুমুলা কৰে ; কেতিয়াবা দেখোঁ—ভাৰ্য্যাই খিৰিকীয়েদি ল'ৰা-ছোৱালীবোৰ চাই থাকে। তেওঁৰ মনৰ অৱস্থা দেখি মই কেতিয়াবা শৰৎ গোস্বামীদেৱৰ ঘৰলৈ লৈ যাওঁ ; গোস্বামীদেৱৰ ভাৰ্য্যাই এওঁক বৰ মৰম কৰিছিল। আমি গৈ পোৱাৰ কেইদিনমান পাচতেই আমাৰ আগৰ পুৰণা চাকৰ এটা আহি লগ লাগিছিল।

মোৰ মৰমৰ ছাত্ৰ শ্ৰীবাণীকান্ত শৰ্মাই (বৰ্তমান তেজপুৰ সদৰ মজলীয়া স্কুলৰ হেড পণ্ডিত) মোৰ অনুৰোধত পৰিবাৰক আবেলি ৰামায়ণৰ গল্প কৈছিল। এইদৰে আমাৰ নতুন সংসাৰ চলিছিল ; কিন্তু বিপদ তেতিয়াও শেষ হোৱা নাছিল। ১৯২৩ চনৰ নবেম্বৰৰ শেষত টেলিগ্ৰাম পালোঁ মাজু ভাই কালীনাৰায়ণ হঠাৎ স্বৰ্গী হ'ল। মই বাধ্য হৈ, ৪ মাহৰ ছুটী লৈ ঘৰলৈ আহিলোঁ। ঘৰ পাই দেখোঁ মাতৃদেৱী ভাত-পানী এৰি পৰি আছে। ভাতৃৰ দহা-কাজ সামান্য-ভাৱে কৰা হ'ল ; আৰু লগে লগে সেই শ্মশান এৰিবলৈ স্থিৰ কৰিলোঁ।

দক্ষিণ ফালে যি নতুন বস্তি কৰিম বুলিছিলোঁ—তালৈ ঘৰ নিয়াৰ ঠিক কৰিলোঁ। জেইঠে দিয়া মাটি এৰি দিলোঁ—প্ৰায় দুমাহৰ ভিতৰতেই গাঁৱৰ মানুহৰ সহায়ত ঘৰবোৰ তুলি নি পতা হ'ল।

এই নতুন বস্তিত শ্ৰীমান দুৰ্লভৰ জন্ম হয় ; শ্ৰীমান মুনীন্দ্ৰও ইয়াতেই জন্ম লাভ কৰে। শ্ৰীমান বিচিত্ৰৰ ইয়াতেই পাচ-বিয়া হয়।

এই বস্তিও শ্মশান হয়—শ্ৰীমান মুনীন্দ্ৰৰ তিনি মাহ হওঁতেই আমাৰ ১মা ভাৰ্য্যাই প্ৰসূতাৰ বেমাৰত বৈকুণ্ঠ-প্ৰয়াণ কৰে। জহৰ বন্ধ, মই ঘৰতে আছিলোঁ।

মই যোৰহাটত কেইমাহমান থাকিলোঁ। ছাত্ৰ কেইজন মানৰ

--বিশেষকৈ শ্ৰীকনকচন্দ্ৰ শৰ্মাৰ যত্নত নগাঁৱৰ আইভেটি ন সত্ৰত ২য় বাৰ বিবাহ হয় (১৯২৫)। বিয়াৰ ছমাহমান পাচত তেওঁক ঘৰলৈ অনা হয় আৰু ইয়াতেই কেশাৰ্চন হয়। এওঁৰ নাম আছিল—প্ৰভাৱতী। এওঁ কিছুদিন যোৰহাটত আছিল—পাচত ঘৰলৈ অনা হয়। ইয়াত কেইমাহমান থাকোঁতেই স্বৰ্গী হয়।

এই সময়ত মোৰ ক্ষণিক বৈৰাগ্য ভাব উদয় হয় আৰু পোনতে গয়ালৈ যাত্ৰা কৰেঁা, তাৰ পাচত শ্ৰীক্ষেত্ৰ পাওঁ। মই কাকো একো কোৱা নাছিলোঁ। শ্ৰীশ্ৰীজগন্নাথৰ সেই সময়ৰ অসম পাণ্ডা ভীমসেন মহাপাত্ৰ ডাঙৰ পণ্ডিত আছিল। এদিন নে দুদিন মই তেখেতৰ যাত্ৰী থকা ঘৰত থাকোঁতে মোক তেখেতৰ ওচৰলৈ মাতি নি বহুৱায় আৰু ধীৰে ধীৰে কবলৈ ধৰে—"তুমি পুনৰ দাৰপৰিগ্ৰহ কৰিব লাগিব; তোমাৰ বহু কাম কৰিবলগীয়া আছে। দেশে তোমাৰপৰা বহু পাব, আমিও তোমাৰপৰা, তোমাৰ বংশধৰসকলৰ পৰা বহুতো পাম; যোৱা, শীঘ্ৰে তুমি পুনৰ বিবাহ কৰাগৈ। এই ভাৰ্য্যা লক্ষ্মী-সৰস্বতী স্বৰূপা হব। ১মা ভাৰ্য্যা আছিল লক্ষ্মী গুণযুক্তা, তেওঁ অহাৰপৰা সৌভাগ্য উদয় হোৱা নাছিল নে? ২য়া ভাৰ্য্যা আছিল সৰস্বতী গুণযুক্তা—নাক টিপ্‌টিপীয়া বগা নাছিল নে? তুমি ঘৰলৈ ঘূৰা; মাতৃৰ আদেশ পালন কৰিবা। জগন্নাথৰ আদেশ বুলি ভাবিবা।" মই একো নামাতিলোঁ—পিচদিনা ঘৰলৈ আহিলোঁ আৰু পাচত কাৰ্য্যস্থল যোৰহাট পালোঁগৈ।

ইয়াৰ কেইমাহমান পাচতেই শ্ৰীমান বিচিত্ৰৰ পৰিবাৰ এই বস্তিতে সামান্য কিবা অসুখত স্বৰ্গী হয়; শ্ৰীমানে তেওঁৰ দহা-কাজ কৰে—তেওঁ গৰ্ডন হাইস্কুলত শিক্ষকতা কৰিছিল। জহৰ বন্ধত মই ঘৰলৈ অহাৰ আগতে শ্ৰীমানৰ শহুৰ পূজনীয় প্ৰতাপ নাৰায়ণ চৌধুৰী মহাশয়ৰ এখন চিঠি পাওঁ—তাত তেখেতে লিখে—কালাকুচিৰপৰা জ্ঞাতি সঙ্গ লৈ অহা কথা।

নলবাৰীৰপৰা শ্ৰীমান বিচিত্ৰৰ সৈতে ঘৰলৈ গলোঁ—মৰোৱাৰ-পৰা এখন নাও লৈ গৈছিলোঁ। শ্ৰীমানে নাও বাব জানে। ঘৰ পালোঁ—চাকৰটো চ'ৰা ঘৰত শুইছে—মাই আৰু বিধৱা ভাই বোৱা-ৰী আপা দুটা লৈ বৰঘৰত শুইছে। আমি যোৱা খবৰ পাই উঠিল, ভাত ৰান্ধিবলৈ খৰি নাই—বেৰ ভাঙি মাই ভাত ৰান্ধিলে। সুদা

ঘৰবোৰ পৰি আছে—মানুহ নাই—কেনেবা লাগিল ; ভাত খাওঁতে মাইক সুধিলোঁ—"নলবাৰীক যাবা নে ?" মাই তৎক্ষণাৎ সন্মতিৰ ভাব প্ৰকাশ কৰিলে। পুৱা উঠিয়েই অলপ খাই নলবাৰীলৈ যাত্ৰা কৰিলোঁ আৰু সম্প্ৰতি মাইক বিধৱা আৰু ছলি দুটাৰ সৈতে তুলি আনি নন্দৰাম ভূঞা কেৰাণীৰ বহা ঘৰতে ৰখাৰ ব্যৱস্থা কৰোঁ। তাৰ পাচত নলবাৰীৰ পূবফালে খাতাবাৰীত পাঁচ বিঘা মাটি কিনি তাতেই ঘৰ সাজিবলৈ শ্ৰীমানক অনুমতি দিওঁ।

মই মাতৃৰ চৰণত সেৱা কৰি যোৰহাটলৈ যাবলৈ ওলাওঁতেই তেওঁ সাবটি ধৰি চুমা খাই বিয়াত সন্মতি খোজে। মই বাধ্য হৈ সন্মতি দিওঁ।

গৌৰীপুৰৰ ৰজাৰ বংশৰ এঘৰ লোক চামতাত আছে ; সেই ঘৰৰেই চন্দ্ৰপতি বৰুৱা দেৱৰ কন্যাৰ লগত পুনৰ সম্বন্ধৰ ঠিক কৰায় আৰু শ্ৰীমান বিচিত্ৰৰ হতুৱাই মতাই অনাই সেই কেৰাণীৰ বহা ঘৰতে বিয়া পাতে (১৯২৭ চন)। ভাৰ্য্যাৰ বয়স তেৰ বছৰ। মই যোৰহাটত থাকোঁ; শ্ৰীমান বিচিত্ৰই নলবাৰীত ঘৰ সাজে আৰু ইয়াতেই তেওঁৰ ২য় বাৰ বিবাহ হয় আৰু মোৰ কেশাৰ্চন হয়। শ্ৰীমান যোগীন্দ্ৰ (বাবুলি) এই বস্তিতেই জন্মলাভ কৰে (১৯৩১ চন)।

এই সময়ৰপৰা শোক তাপ কমি যায়—একাণপতীয়াভাৱে বিষয় চিন্তা কৰিব পৰা হওঁ। মই যোৰহাট নৰ্মাল স্কুলত কাম কৰি যি দৰমহা পাইছিলোঁ তাৰে আমাৰ খৰচ কোনোমতেহে চলিছিল।

পাঠ্যপুথি সঙ্কলন

বছৰে বছৰে মঞ্জুৰী পাঠ্যপুথিৰ লিষ্টি ছপা হৈ ওলায়, তাত দেখা পাওঁ প্ৰায়বিলাক পুথি ম্যাকমিলানৰ ; কিছুমান অক্সফোৰ্ড আৰু আৰু দুই চাৰিখন লংম্যানচৰ। ম্যাকমিলানৰেই বেচি —অসমীয়া প্ৰায়বোৰ পাঠ্যপুথি ম্যাকমিলানৰ। আনকি বঙালী পাঠ্যপুথিও ম্যাকমিলানে অনুবাদ কৰি মঞ্জুৰ কৰোৱাই লৈছে। ম্যাকমিলানৰ প্ৰতিনিধি ঘূৰি ফুৰে ; বিশেষকৈ শিক্ষা বিভাগৰ বৰ-মূৰীয়া সকলৰ ঘৰে ঘৰে বঙালীত নানাভাৱে অনুৰোধ কৰি ফুৰে। এইবোৰ দেখাত মোৰ মনত এটা বিজতৰীয়া ভাব জন্মিছিল। কেতিয়াবা কেতিয়াবা দুই এজন বৰমূৰীয়াক টান কথা কৈও কষ্ট দিবলগীয়া হৈছিলোঁ। মই কৈছিলোঁ—আমাৰ দেশত শিক্ষিত মানুহ কিছু

আছে ; এই সকলে পাঠ্যপুথি ৰচিব পাৰে আৰু অসমীয়া কোম্পানীয়ে তাক সহজতে ছপাব পাৰে। এনেস্থলত শিক্ষিত লোক সকলে অসমীয়া কিতাপ লিখি, ইংৰাজী কিতাপ অসমীয়াত অনুবাদ কৰি বিদেশী কোম্পানীৰ হতুৱাই কিয় ছপাব ! এই সময়তে দেখিলোঁ— কলিকতাৰ কোনোবা "বসাক" কোম্পানী এটাই আমাৰ "কীৰ্ত্তন ঘোষা"খনো ছপা কৰি অসমৰ অসমীয়া দোকানবোৰলৈ পঠাব ধৰিছে। এই পুথিখন দেখি মই উত্তেজিত হৈ উঠোঁ। লৰালৰিকৈ এখন "কীৰ্ত্তন ঘোষা" পঢ়ি চাই, পাতনি লিখি যোৰহাটৰ বৰকটকী কোম্পানীক দিওঁ। তাৰ পাচত নামঘোষাৰ টীকা লিখিবলৈ আৰম্ভ কৰোঁ। এই টীকা লিখোঁতে মোৰ তিনি বছৰ মান লাগিছিল। শ্ৰীমন্নামঘোষা নাম দি অমৃতভূষণ অধিকাৰীদেৱে নামঘোষাৰ ব্যাখ্যা লিখিছিল। তাৰ মাজে মাজে কিছুমান ঘোষাৰ ব্যাখ্যাত মোৰ মত নিমিলিছিল। সেই কাৰণে এই চেষ্টা হৈছিল। পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী ধৰ্মভূষণ, শ্ৰীকান্ত ভট্টাচাৰ্য্য ব্যাকৰণ তীৰ্থ, তাৰানাথ কাব্যতীৰ্থ আদি পণ্ডিতসকলে মাজে সময়ে অলপ-অচৰপ সহায় কৰিছিল। যোৰহাটত থাকোঁতেই এই কাম কৰা হৈছিল। "সটীক নামঘোষা"ৰ টীকা লিখোঁতে কেতিয়াবা কোনো ঘোষা টান পালে লৰি গৈ কছাৰিৰ খেল-পথাৰ পাইছিলোঁ—আৰু তাতে আকাশলৈ দৃষ্টি কৰি চিন্তা কৰিছিলোঁ, আৰু বোধ হলেই লৰি ঘৰ পাইছিলোঁ আৰু লিখিছিলোঁ। গধূলি ফুৰোঁতে কেতিয়াবা কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াক লগ পাই এঘণ্টাতকৈও বেচি সময় ফুৰা হৈছিল আৰু ফুৰোঁতে তেখেতে সংস্কৃত কাব্যৰ কথা কৈ আনন্দ কৰিছিল ; কেতিয়াবা আকৌ ফুৰি ফুৰি আমাৰ জুপুৰি পাইছিল আৰু খন্তেক বহি আনন্দ দিছিল। সন্দিকৈ ডাঙৰীয়াৰ খন্তেকীয়া সঙ্গয়ো মোক উৎসাহ দিছিল।

নৰ্মাল স্কুলৰ ৩য় বাৰ্ষিক শ্ৰেণী খুলিলে অথচ স্কুলৰ পাঠ্যপুথি নাই। বেচি ভাগ পুথি শিক্ষকসকলে টোকা লিখি পঢ়াবলগীয়া হয়। শৰৎ গোস্বামী দেৱে শিক্ষা বিধি এখন লিখি তাৰ "মনোবিজ্ঞান" খন ছপা কৰে। মই যাদব পাটীগণিত মেট্ৰিকৰ খন অসমীয়া কৰি দিওঁ—সেইখনেই চলে। ভূগোলৰ টোকা কিছুমান কৰোঁ।—সেয়ে

নৰ্মাল স্কুলৰ পৰা পোৱা শিক্ষা

পৰবৰ্তী কালত সৰল ভূগোল, ভূগোল আৰু ভূগোল প্ৰবেশ হয়। ইংল্যাণ্ডৰ বুৰঞ্জী মই ইতিপূৰ্বে লিখিছিলোঁ, সেইখনেই পুৰস্কাৰ লাভ কৰাত তাক ছপা কৰা হয়। এইদৰে বিজ্ঞানৰ পুথিও সঙ্কলিত হয়। ইয়াৰ পাচত "পুৰণি সাহিত্য"নাম দি এটা সংগ্ৰহ আমি কৰি তৃতীয় বাৰ্ষিকৰ বাবে ছপা কৰি দিওঁ; এইদৰে এই স্কুলত চাকৰি কৰা বাবে স্কুলেই বাধ্য কৰি নানা বিষয়ে শিক্ষা কৰিবলৈ বাধ্য কৰায়। মই বাধ্য হৈ ইংৰাজী বুৰঞ্জী আৰু ভূগোল, আকাশ-বিজ্ঞান আদি পঢ়িবলগীয়া হৈছিলোঁ।

আমাৰ আৰু যাদব চক্ৰৱৰ্তীৰ পাটীগণিত খ মানৰ পৰা ৩য় মানলৈ চলে। ব্যাকৰণপাঠ নামৰ ব্যাকৰণ এখনো চলে। এইবোৰৰ প্ৰকাশক যোৰহাটৰ বৰকটকী কোং। মই মাজে

পাঠ্যপুথিৰ অভাৱ পূৰাবলৈ সঙ্কল্প

সময়ে গধূলি বৰকটকী কোম্পানীৰ দোকানলৈ যাওঁ। অধ্যক্ষ গঙ্গাধৰ বৰকটকী ডাঙৰীয়াই কৈছিল— আমাৰ অসমীয়া প্ৰকাশকৰ সাহিত্য পুথি নাই—ইংৰাজ কোম্পানীয়ে ছপা কৰা সাহিত্যহে চলাব লাগে। সেই সময়ত হেড মাষ্টৰ ৰামেশ্বৰ বৰুৱাৰ সঙ্কলিত ম্যাকমিলান প্ৰকাশিত নীতিমালা চলে। তাৰ পাচত চলে—দুৰ্গাধৰ বৰকটকী সঙ্কলিত ম্যাকমিলান প্ৰকাশিত নীতিপাঠ। দুৰ্গাধৰ বৰকটকী ইন্সপেক্টৰ হৈ থকা সময়তেই তেখেতে বিদেশী কোম্পানীক সহায় কৰা বাবে নানা কথা শুনাইছিলোঁ। তেতিয়া নিজে পাঠ্য-পুথি সঙ্কলিত কৰি ইয়াৰ প্ৰতিশোধ লবলৈ প্ৰতিজ্ঞা কৰোঁ।

কাম আৰম্ভ হ'ল—গঙ্গা বৰকটকীক হাতত লোৱা হ'ল— আৰু এবছৰৰ ভিতৰতে ১ম ৰ পৰা ৭ম লৈ সাতখন সাহিত্য পুথি সঙ্কলন কৰি প্ৰকাশ কৰা হ'ল। ১ম—৩য়লৈ পুথিৰ নাম হ'ল— শিশু সাহিত্য, ১ম, ২য়, ৩য়; ৪ৰ্থৰ পৰা ৭মলৈ সাহিত্যৰ নাম হ'ল "সাহিত্য" ৪ৰ্থ, ৫ম, ৬ষ্ঠ, ৭ম। এই কামত মোক নানা প্ৰকাৰে সহায় কৰে ৰায় চাহেব গোলাপ বৰুৱা ডাঙৰীয়াই। তেখেতে অৱসৰ লৈ ঘৰতে আছিল। অতি আনন্দৰ কথা যে সাহিত্য আটাই কেইখন পাঠ্য-পুথি হিচাবে মঞ্জুৰ হ'ল আৰু বৰকটকী কোম্পানী অসমত প্ৰকাশক হিচাবে দেখা দিলে। ম্যাকমিলানে শৰৎ গোস্বামীৰ

আসাম বুৰঞ্জী আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ ভাৰত বুৰঞ্জী মঞ্জুৰ কৰাই চলাইছিল। মই 'অসম বুৰঞ্জী পাঠ' লিখি বৰকটকীৰ হতুৱাই ছপা কৰোঁ—মঞ্জুৰো হয়। মুক্তালাল কাঠবৰুৱাক অনুৰোধ কৰি ভাৰত বুৰঞ্জী লিখাওঁ—সেইখন মঞ্জুৰ হয়। কাঠবৰুৱা দেৰে ১০মলৈ ভাৰত বুৰঞ্জী লিখিছিল। ৪ৰ্থ শ্ৰেণীৰ বাবে ভাৰত বুৰঞ্জী এখন মই লিখোঁ। সেইখনো মঞ্জুৰ হয়। ম্যাকমিলানৰ "পঢ়াশালিৰ পৰা বিশ্ব ব্ৰহ্মাণ্ড" ভূগোল ময়ে অনুবাদ কৰি দিছিলোঁ। পাচত মোৰ শ্ৰেণীত ভূগোলৰ টোকা বহীকেই কিতাপ কৰি গুৱাহাটীৰ বৰুৱা এজেন্সীৰ হতুৱাই ছপা কৰোৱা হয়। সেইখনো মঞ্জুৰ হয়। মেট্ৰিকৰ বাবে "ভূগোল প্ৰবেশ"খন ছপা কৰাওঁ—সন্তোষৰ কথা সিয়োখন কলিকতা বিশ্ব-বিদ্যালয়ে মঞ্জুৰ কৰে। আমাৰ সহকৰ্মী প্ৰাণনাথ বুজৰ বৰুৱাদেৱে জ্যামিতি আৰু পৰিমিতি দুখন লিখি প্ৰকাশ কৰে, সিও দুখন মঞ্জুৰ হয়। এইদৰে ম্যাকমিলান কোম্পানীৰ যিমান অসমীয়া পাঠ্যপুথি আছে—প্ৰতিখনৰেই লগত একোখন আমাৰ পুথি হ'ল। যাদব চক্ৰবৰ্তী আৰু আমাৰ পাটীগণিত বৰ বেচি চলিবলৈ ধৰে। তাকে দেখি একেবাৰে আমাৰ নিজা গণিতৰ কিতাপ তৈয়াৰ কৰিবলৈ যত্ন কৰোঁ। ১ম, ২য়, আৰু ৩য় পাটীগণিত খনৰ গ্ৰন্থকাৰ "এজন অভিজ্ঞ শিক্ষক" নাম দি প্ৰকাশ কৰাওঁ—মঞ্জুৰ হয় কিন্তু বিক্ৰী নহয়—গড়গঞা কটাৰীৰ ডাবে কটাৰ দৰে যাদব চক্ৰবৰ্তীৰ গণিতহে বিক্ৰী হয়। ৪ৰ্থ, ৫ম, ৬ষ্ঠ শ্ৰেণীৰ বাবেও পাটীগণিত তিনিখন মই নিজে লিখি ছপা কৰোঁ; এই তিনিখনত মোৰ শ্ৰম বৰ বেচি হৈছিল; আনকি কেতিয়াবা ৰাতি শুই থাকোঁতেও অঙ্ক ভাবিছিলোঁ আৰু নিয়মটো পালেই উঠি লেম্ জ্বলাই অঙ্কটো কৰিছিলোঁ। এই তিনিখন গণিতৰ কিতাপ মঞ্জুৰ ন'হল। "বাক্যৰ ৰচনা" নাম দি ৪ৰ্থ, ৫ম আৰু ৬ষ্ঠ শ্ৰেণীৰ বাবে তিনিখন ৰচনাৰ পুথি লিখি ছপা কৰিছিলোঁ —পুথিবছা সভাত সেইদিনা মোৰ বিপক্ষে ছপা কাকত বিলি কৰিছিল। সেই কেইখনো মঞ্জুৰ নহ'ল। মই ডিগ্ৰী লাভ কৰিব নোৱাৰাটোও এটা ডাঙৰ লেঠা আছিল—বহুতে মুখত ভাল ব্যৱহাৰ কৰিলেও অন্তৰত মোক হীন ভাব কৰিছিল বুলি বুজিব পাৰিছিলোঁ। "বাতৰি" কাকতত মাজে সময়ে মোৰ কিতাপৰ সমালোচনাও ওলাইছিল—সেইবোৰে মোক শুদ্ধৰ বাট দেখুৱাই দি পৰম বন্ধুৰ কাম কৰিছিল।

মেট্ৰিকৰ ভাৰত-বুৰঞ্জী এখন লিখিবলৈ অধ্যক্ষ শ্ৰীগুণগোবিন্দ দত্ত এম-এ ক মই অনুৰোধ কৰাত তেওঁ কামটো কৰিছিল। ময়ে বৰকটকী কোম্পানীক কৈ ছপা কৰোৱাই দিছিলোঁ—সুখৰ বিষয় মঞ্জুৰো হৈছিল। মেট্ৰিকৰ পাটীগণিত এখন লিখাবলৈ বৰ্ত্তমান আমাৰ বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ শ্ৰীফনিধৰ দত্তক (বৰ্ত্তমান প্ৰাক্তন) মই কেইবাদিনো অনুৰোধ কৰিছিলোঁ। তেখেতে কামটো নকৰাত যাদব চক্ৰবৰ্ত্তীৰ পাটীগণিতৰ অনুবাদটো ছপাবলৈ আদেশ দিওঁ—এতিয়া সেইখনেই চলি আছে। এই সঙ্কল্পটো ভগবানে সিদ্ধি কৰিলে ; কিন্তু ৰাজ বিষয়াসকল সপক্ষে নহলে কিতাপ ব্যৱসায়ৰ টকা বিদেশলৈ যোৱা বন্ধ হব নোৱাৰে। আজিও বহুতো তলৰ শ্ৰেণীৰ অসমীয়া কিতাপো বিদেশী কোম্পানীয়ে ছপা কৰি ব্যৱসায় পথ মুকলি ৰাখিছে। কথাতে কয়—"ৰজাই ভাল বোলে যাক ; ঢেঁকী পথলি নালাগে তাক।"

**সটীক নামঘোষা প্ৰকাশ**

সটীক নামঘোষাখন লিখা হ'ল। পুথিখন লৈ বহুতৰ ওচৰ চাপিলোঁ। ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াই ডেৰ শ টকা দি সহায় কৰিলে ; আৰু এজন বাগিচাৰ কেৰাণীয়ে দুশ টকা ধাৰলৈ দিছিল। পুথিখন প্ৰকাশ হৈ নুঠাতে তেওঁ নোটিচ দিয়াত টকা খিনি পৰিশোধ কৰা হ'ল। পাচত নিজৰ ওপৰতেই ভৰ দি কামটো সমাধা কৰা হয়। এইটোৱেই আত্মবলৰ ওপৰত নিৰ্ভৰ কৰি মোৰ জীৱনৰ প্ৰথম ডাঙৰ কাম।

**অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক**

কি বাবে কব নোৱাৰোঁ তেজপুৰত বহা অসম সাহিত্য সন্মিলনত (১৯২০) শৰৎ চন্দ্ৰ গোস্বামী দেৱক প্ৰধান সম্পাদক, মোক আৰু শ্ৰীহৰিনাথ পাঠক চৌধাৰীক সহকাৰী সম্পাদক নিযুক্ত কৰে। মই এই কাম ১৯২৭ চনলৈ কৰিছিলোঁ। ধুবুৰী আৰু গোৱালপাৰা সাহিত্য সন্মিলনলৈ গৈছিলোঁ আৰু তাৰ কামত সামান্য সহায় কৰিছিলোঁ। সম্পাদকৰ কামত থাকোঁতে বহুতো উচ্চ শিক্ষিত মানুহৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদান হৈছিল। বিশেষকৈ গোস্বামীদেৱৰ অনুপস্থিতিত

প্ৰধান সম্পাদকৰ গোটেইখিনি কাম মোৰ ওপৰত পৰিছিল। তাৰ ফলত কিছু বাহিৰা অভিজ্ঞতাও মোৰ লাভ হৈছিল। ইয়াৰ উপৰিও পুৰণি পুথি অনুসন্ধানত দুবাৰো মই যাবলগীয়া হৈছিলোঁ—এবাৰ গৈছিলোঁ মাজুলীলৈ—তাত দক্ষিণপাট, চামগুৰি, নৰসিংহ, আউনী-আটী, কমলাবাৰী, বেঙেনাআটী আদি সত্ৰ ফুৰিছিলোঁ আৰু এবাৰ গৈছিলোঁ—নগাঁৱৰ বটদ্ৰৱা, বালিসত্ৰ, আইভেঁটি নসত্ৰ, শ্ৰীশ্ৰীকৰ্চং আদিলৈ। এইবোৰ ঠাইত যিবোৰ প্ৰাচীন সম্পদ দেখিছিলোঁ—তাৰ টোকা আনি সভাত দিছিলোঁহি।

আউনীআটীত পাইছিলোঁ দুষ্প্ৰাপ্য পথি হস্তিবিদ্যা মহাৰ্ণব আৰু নগাঁৱৰ বালিসত্ৰত পাইছিলোঁ সচিত্ৰ ভাগৱত আদি। সেই সময়ত বালিসত্ৰত শ্ৰীযুত ধনেশ্বৰ গোস্বামী নামৰ এজনা পণ্ডিত নৈষ্ঠিক গোসাঁই আছিল, তেখেতৰ ঘৰতেই সৰহ ভাগ পুথি ভালদৰে ৰক্ষিত আছিল। আজিও পুতেক শ্ৰীযুত শিবেন্দ্ৰ দেৱাধিকাৰে ৰক্ষা কৰি আছে। মই যোৱা সময়ত গোসাঁইৰ অসুখ বৰ বেচি, বয়স বহুতো—যায় যায় অৱস্থা। মই গৈ আঠু লোৱাত তেৰাই আশীৰ্বাদ দিলে—'ভগৱন্তই মঙ্গলে ৰাখক—দুজনা মহাপুৰুষৰ কৃত পুথিবোৰ প্ৰকাশ কৰিবলৈ শক্তি দিয়ক।' ইয়াৰ পাচত পুথিবোৰ উলিয়াই দিয়ায়। মই চাওঁতে সচিত্ৰ ভাগৱতখন পাওঁ। ইয়াৰ আখৰ-বোৰ হমচমকতে দেৱনাগৰী যেন দেখিছিলোঁ।

বুঢ়া গোসাঁয়ে ২।৪ দিন পাচতেই বৈকুণ্ঠ প্ৰয়াণ কৰিলে—সম্ভৱতঃ আমাক আশীৰ্বাদ দিবলৈ বাট চাই আছিল আৰু তেৰাৰ আশীৰ্বাদতহে পুথিখন দেখিলোঁ। বহুত অনুনয় বিনয় কৰি আমি প্ৰায় কুৰি বছৰ পাচত পুথিখন নিজৰ হাতলৈ আনো। আৰু ইয়াৰ পদবো হুবহু নকল কৰি সম্পূৰ্ণ ভাগৱতত দিওঁ। বানান লৈ কিছুমানে আপত্তি কৰাত পাচত আধুনিক বানানত ছপা কৰাওঁ।

দক্ষিণপাটত বনমালী দেৱৰ স্থাপিত শ্ৰীধৰ স্বামীৰ টীকা থকা সংস্কৃত ভাগৱতৰ কেইটামান ভাল, কেইটামান আধাপোৰা সাঁচীপাত থাপনাত পোৱা হ'ল। পুথিৰ বাকচটোত পোকে ধৰিছিল। সেই সময়ত নাচালে যি কেইটা পাত আছিল সিও কিজানি নষ্ট হ'লহেঁতেন। বিবৰণ শুনিলোঁ—বনমালীদেৱে কোচবিহাৰৰপৰা আহোঁতে এই

পুথি লগতে আনিছিল, সোণৰ শলখা মাজতে দিয়া আছিল হেনো। কিছুমানে কয় শ্ৰীমন্ত শঙ্কৰ গুৰুৱে স্বহস্তে লিখি এই পুথি শ্ৰীদামোদৰ গুৰুক দিছিল। আমি পাচত ফটোগ্ৰাফাৰ পঠাই দুটামান পাতৰ ফটো অনাই চন্দ্ৰকান্ত হলত ৰখাই দিলোঁ।

সাধু মহন্তৰ সঙ্গ

নগাঁও, কাকজান আৰু যোৰহাটত থাকোঁতে ওচৰ-কাষৰৰ সত্ৰ সভালৈ মই মাজে সময়ে গৈছিলোঁ। গোসাঁই ভকত আৰু উচচ শিক্ষিত লোকসকলেও সুযোগ সুবিধামতে মোক মৰম দেখুৱাইছিল, এইটো আমাৰ পূৰ্ব পুৰুষৰ ধৰ্মৰ প্ৰতি আস্থা থকাৰ ফল হ'ব পাৰে।

সেইবোৰ সত্ৰ-সভাত ফুৰোঁতে মই পুৰণি পুথিৰ অনুসন্ধান কৰিছিলোঁ। আৰু বহুত সত্ৰৰপৰা কিছুমান দুৰ্লভ পুথি আনি নকল কৰি ৰাখিছিলোঁ। কিছুমান পুথি নিজে হাতে নকল কৰিব নোৱাৰি আনৰ হতুৱাই নকল কৰাইছিলোঁ।

মোৰ শ্ৰম আৰু স্বাস্থ্য

ৰাতিপুৱা সূৰ্য্য উদয়ৰ লগে লগে মই উঠিছিলোঁ—আৰু তেতিয়াই কামত ধৰিছিলোঁ—স্কুলৰ পাঠ্য বিষয়, ল'ৰাৰ পঢ়া চোৱাই প্ৰথম কাম আছিল। কিতাপ ৰচনা কৰা, ছপা কিতাপৰ প্ৰুফ চোৱা আছিল দ্বিতীয় কাম। কেতিয়াবা পাঠ্য-পুথিৰ পাঠ চোৱা শেষ কৰিব নোৱাৰিলে স্কুলত আজৰি সময়ত পাঠ কৰিছিলোঁ; সেই সময়ত ল'ৰাৰ লিখা বহীও স্কুলতে চাইছিলোঁ। কোনো কোনো দিন শেষ কৰিব নোৱাৰিলে ঘৰলৈ নিছিলোঁ। ল'ৰাহঁতে মোক কৰ্তব্যপৰায়ণ আৰু পঢ়াবলগীয়া বিষয়ত গভীৰ জ্ঞান থকা বুলি বিশ্বাস কৰিছিল।

পত্ৰাদি লিখা, প্ৰুফ আদি চোৱা কাম আবেলি স্কুলৰপৰা আহি কৰিছিলোঁ; আৰু সন্ধ্যাৰ কিছু আগতে সদায় ফুৰিবলৈ গৈছিলোঁ। তাৰ পাচতেই উপাসনা কৰিছিলোঁ। ভাত খাই উঠি ২।১ ঘণ্টা লিখা-পঢ়াৰ কাম কৰিছিলোঁ। মোৰ স্বাস্থ্য প্ৰায়ে ভালে আছিল।

এই সময়ত অসমৰ প্ৰাইমাৰী ছাত্ৰবৃত্তি, মাইনৰ স্কুলৰ ভিতৰত "অসম শিক্ষক সন্মিলন" নামে এখন সন্মিলন গঠিত হয়। ইয়াৰ

অসম শিক্ষক সন্মিলন

প্ৰধান সম্পাদক মই হ'ব লগাত পৰোঁ। এই কাম কেইবা বছৰো কৰিব লগীয়া হওঁ। শিক্ষকসকলৰ দৰমহা বৃদ্ধিৰ অৰ্থে এই সময়ৰ ভিতৰত মই কেইবা-বাৰো সেই সময়ৰ শিক্ষামন্ত্ৰীৰ ওচৰত আবেদন নিবেদন কৰোঁ আৰু সাক্ষাৎ হৈ প্ৰাৰ্থনা জনাওঁ। আগতে প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ দৰমহা ৭ টকা আছিল—মজলীয়া স্কুলৰ দৰমহা ১১ টকা আৰম্ভ আছিল। পাচত বৃদ্ধি হৈ প্ৰাইমাৰী শিক্ষকৰ ১২ টকা আৰু মজলীয়া স্কুলৰ শিক্ষকৰ দৰমহা ১৫ টকা হয়।

শিক্ষকতা কাম কৰা; ছাত্ৰাবাস পৰ্য্যবেক্ষণ কৰা

মই স্কুললৈ সদায় নিৰ্দিষ্ট সময়ত গৈছিলোঁ; এদিনো পলম হোৱা মোৰ মনত নপৰে। শ্ৰেণীলৈ পাঠ দিবলৈও ঠিক সময়তেই গৈছিলোঁ। আৰু বেচি ভাগ সময় খিয় দি পঢ়াইছিলোঁ। শ্ৰেণীত যি যি দৈনিক পাঠ থাকে সেইবোৰ ঘৰতে প্ৰায় চাই গৈছিলোঁ। বহুত বিষয়ৰ পাঠ দানৰ টোকা মোৰ আছিল। শ্ৰেণীত সোমায়ে পাঠ আৰম্ভ কৰোঁ। এই ৰকম সময়-নিষ্ঠ আৰু শিকাব লগীয়া বিষয়ৰ বহু জ্ঞান দেখি ছাত্ৰবিলাকে মোক শ্ৰদ্ধা কৰিছিল।

বোৰ্ডিঙৰ ছাত্ৰবিলাকৰ থকা-মেলা, খোৱা-বোৱা, পঢ়া-শুনা আদিত মাজে সময়ে চকু দিছিলোঁ। বেমাৰ-পাতিতো যথেষ্ট সহায় কৰিছিলোঁ। এইবোৰ কাৰণত ছাত্ৰবিলাকে মোক এজন অভিভাৱক হিচাবেও জ্ঞান কৰিছিল।

প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ ইতিবৃত্ত

'প্ৰাচীন কামৰূপ কায়স্থ সমাজ' নামে কায়স্থ জাতিৰ এখন সন্মিলন আছে। ১৯২৮ চনত গৌৰীপুৰত এখন অধিবেশন হয়। এই অধিবেশনত গোটেই জাতিৰেই বৈবাহিক সম্বন্ধ দি এখন সামাজিক ইতিবৃত্ত সংগ্ৰহ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰে ইয়াৰ সকলো ব্যৱস্থা কৰাৰ ভাৰ গ্ৰহণ কৰে। ইয়াতে কৈ থোৱা উচিত হ'ব যে—কলিকতাৰ বিশ্বকোষ প্ৰণেতা নগেন্দ্ৰনাথ বসু প্ৰাচ্যবিদ্যা-মহাৰ্ণৱে Social History of Kamrup নামে এখন

ইংৰাজী পুথি লিখিছিল (১৯২৬)। তাত আমাৰ ইয়াৰ কিছুমান কায়স্থৰ বংশাৱলী উঠিছিল (আমাৰ নিজৰো উঠিছিল) কিন্তু কিছুমানৰ নাম লিখা হোৱা নাছিল—আৰু সম্বন্ধৰ কথাবোৰো দিয়া হোৱা নাছিল ; সেই কাৰণে দেশীয় ভাষাত এখন ডাঙৰ ইতিবৃত্ত সঙ্কলন কৰিবলৈ বহু দিনৰপৰা মই ৰাজা বাহাদুৰলৈ লিখি আছিলোঁ। ৰাজা বাহাদুৰে এই সন্মিলনতেই সেই কামৰ ভাৰ লৈ ঘোষণা কৰি সেই কাম আমাক কৰিবলৈ দিয়ে।

আমি ঘৰলৈ আহিলোঁ আৰু আমাৰ অনুজ শ্ৰীমান বিচিত্ৰৰ লগত আলোচনা কৰিলোঁ, কিছুমান গাঁৱৰ পুৰুষীনামা (সম্বন্ধৰ কথা সৈতে) তেওঁক সংগ্ৰহ কৰিবলৈ দিলোঁ। মই যোৰহাট পালোঁগৈ আৰু বন্ধ পালেই আমাৰ বৈবাহিক সম্বন্ধ থকা গোসাইসকলৰ ঘৰলৈ যাব ধৰিলোঁ। গোসাইসকলৰ পুৰুষীনামা বহুতৰ মুখস্থ আছিল ; কিন্তু বৈবাহিক সম্বন্ধ আৰু উৰ্ধপুৰুষৰ আইসকলৰ নাম মনত নাছিল—আইসকলে হ'লে কব পাৰিছিল।

আমাৰ নুমলীয়া ভনীটীক ৰামচৰণ ঠাকুৰৰ বংশধৰৰ লগত বিবাহ দিয়া হৈছিল, আমাৰ বৈবাহিক সম্বন্ধবোৰৰ গুণত গাঁৱে গাঁৱে ফুৰি আইসকলৰ লগত কথা হৈ পুৰুষীনামাৰ আইসকলৰ নাম সংগ্ৰহ কৰিবলৈ সুবিধা ঘটিছিল। এই কামত মোৰ খুৰাশহুৰ ভগৱান চন্দ্ৰ বৰুৱাই ৰাজবংশৰ আৰু গৌৰীপুৰ, ঘুল্লা আদিৰ স্বজাতীয়সকলৰ বংশাৱলী সংগ্ৰহ কৰি দিছিল। কোচবিহাৰ, গৌৰীপুৰ, শালকোচা, নগাঁৱৰ বটদ্ৰৱা, বালিসত্ৰ, আইভৌনি, শিৱসাগৰৰ চামগুৰি, কোৱামৰা আদি সত্ৰ আৰু অসমৰ নানা ঠাইলৈ গৈ আমি নিজে বংশাৱলী সংগ্ৰহ কৰিছিলোঁ। এই পুথিখন সঙ্কলন কৰোঁতে আমি ভাৰতৰ কায়স্থ জাতিৰ কথা ভালেমান গ্ৰন্থ পঢ়িবলগীয়া হৈছিলোঁ। আমাৰ লিখা কথাবোৰৰপৰা নাৰায়ণ গোসাঁই, শ্ৰীমন্ত শঙ্কৰদেৱ, ১২শৰ পৰা ১৫ শ শতিকালৈ অন্ধ যুগ, বাৰভূঞা আদি নাম দি আৱাহন, সাহিত্য পত্ৰিকাত কেইটামান প্ৰবন্ধ প্ৰকাশ কৰোঁ। ১৯৩৬ চনতহে এই গ্ৰন্থ সম্পূৰ্ণ হৈ সঙ্কলিত হৈ উঠে। মই নিজে কলিকতালৈ নি ৰাজা বাহাদুৰক দেখুৱাই ছপা কৰাৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰোঁ। সুখৰ বিষয় ১৯৩৭ আৰু ৩৮ চনত এই সুবৃহৎ গ্ৰন্থ ছপাৰ অৰ্থে ৫০০ কৈ দুবাৰ মুঠতে এহাজাৰ টকা আমাক দিয়ে। আমি এই

টকাৰ লগত কিছু সংগ্ৰহ কৰি শ্ৰীমান বিচিত্ৰক কলিকতালৈ পঠাই এটা ছপা যন্ত্ৰৰ অৰ্ডাৰ দিয়াওঁ।

১৯৩৫ চনত শ্ৰীমান প্ৰভাতনাৰায়ণ চৌধুৰীয়ে এখন ছোৱালী স্কুল পাতিবলৈ এখন সমাজ পাতে; সৌভাগ্যক্ৰমে মৰো সেই সমাজত আছিলোঁ। স্কুল পাতিবলৈ ঘৰৰ দৰকাৰ

দেৱীৰাম পাঠশালা হোৱাত পিতাৰ নামত স্কুলখন হ'লে মই ঘৰ এটা আৰু মাহিলি পাঁচ টকাকৈ দিবলৈ গাত লোৱাত দেৱীৰাম পাঠশালা নামত স্কুলখন হৈ উঠে। এই স্কুলেই কেইবছৰমান পাচত ছোৱালীৰ মাইনৰ স্কুল হয়। ১৯৪৯ চনত স্থানীয় লোক গোট খাই হাইস্কুল পতাৰ ব্যৱস্থা লয়। ই বৰ্তমানে এখন স্বয়ং সম্পূৰ্ণ হাইস্কুল হৈ উঠিছে।

সেই সময়ৰ স্কুল ইন্সপেক্টৰ শৰৎচন্দ্ৰ গোস্বামীদেৱৰ নিৰ্দেশত "কামৰূপীয় শব্দকোষ" নামে এখন অভিধান সঙ্কলন কৰিবলৈ হাতত লোৱা হয়। তেখেত হয় ইয়াৰ সম্পাদক আৰু

কামৰূপীয় শব্দকোষ লিখক হওঁ মই। শ্ৰীউমাকান্ত মিশ্ৰ ব্যাকৰণ তীৰ্থই মোৰ লিখাবোৰ চাইছিল। দিনে প্ৰায় দুঘণ্টাকৈ খাতিছিলোঁ—বন্ধৰ দিনতো গৈছিলোঁ। স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণৰ গ লৈকে মোৰ লিখা হৈছিল। কাম আৰম্ভ হৈছিল ১৯৩৭ চনৰ মাজামাজি সময়ত। ১৯৩৮ চনৰ দুমাহমান যোৱাতেই মোৰ মূৰ ঘূৰণি হ'ল—মই বাধ্য হৈ ছুটী লৈ ঘৰলৈ আহিলোঁ।

মোক Class III ৰ গ্ৰেড দিবলৈ লিখা-লিখি কৰা বুলি শুনিছিলোঁ। পাচত ইন্সপেক্টৰ অফিচৰপৰা শুনিলোঁ—কথাষাৰৰ ভিত্তি নাই; তাকে শুনি আৰু ছুটী ললোঁ। প্ৰায় আঠমাহ ছুটীত থাকিলোঁ—পাচত আৰু পেনচনৰ দৰখাস্ত দিলোঁ (১৯৩৮ চন)। এই সময়ত যোৰহাটত মোৰ প্ৰতি মাহত খোৱা খৰচৰ বাবে ধাৰ হৈছিল—মই দৰমহা পাইছিলোঁ এশ টকা—সেই টকাৰে নুজুৰিছিল।

প্ৰেছ বহুৱাবলৈ শ্ৰীমানে এটা সৰু ঘৰ সাজিছিল। প্ৰেছটো

উমা প্ৰেছ স্থাপন আহি পোৱাত তাতেই ইয়াক স্থাপন কৰা হয়। এই

সময়ত শ্ৰীমানে ওকালতি পাছ্ কৰি গুৱাহাটীত আছিল। তেওঁ প্ৰেছত কাম কৰা মানুহ কেইজনমান পঠাই দিয়ে। প্ৰেছ চলোৱা হয় আৰু পোনতে শ্ৰীমদ্ভাগৱত ছপা আৰম্ভ কৰা হয়। লগে লগে কায়স্থ সমাজৰ ইতিবৃত্তৰো ছপা কাম চলিবলৈ ধৰে। প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ ইতিবৃত্ত এখন সুবৃহৎ গ্ৰন্থ। ইয়াত প্ৰায় বংশৰ ইতিবৃত্ত অতি সংক্ষেপে দিয়া হৈছে।

মই অহাৰ দুবছৰমান আগতে শ্ৰীমানে 'দত্তবৰুৱা ব্ৰাদাৰ্চ' নামে এখন কিতাপৰ দোকান খুলিছিল। সি গুৱাহাটীলৈ ওকালতি কৰিবলৈ অহাত সেই দোকান মই চলাব লগাত পৰোঁ।

দত্তবৰুৱা ব্ৰাদাৰ্চ

এই সময়ত সাহিত্যবোৰ পুথিবছা কমিটীক নতুনকৈ দিবলৈ আদেশ হয়। মই মোৰ শিশু সাহিত্য তিনিখনৰ নতুন সংস্কৰণ কৰি নিজে ছপা কৰোঁ আৰু মনপুতি দোকানৰ কামতে লাগোঁ। এই সময়ত মোৰ আঠ হাজাৰ টকা ঋণ হয়। ভগৱন্তৰ কৃপাত একেৰাহে দুবছৰ মনোযোগ দিয়াত এই ধাৰ পৰিশোধ হৈ উঠে। এই কামত প্ৰেছেও অলপ সহায় কৰিছিল।

১ম, ২য়, ৩য় স্কন্ধ ভাগৱত ছপা হৈ উঠাত কিছুমান বিলি কৰিবলৈ দিয়া হয়। দুখৰ কথা আধা মানুহেও পুথিৰ দামখিনি দি সহায় নকৰিলে। সেই সময়ৰ ডি. পি. আই. সতীশচন্দ্ৰ ৰায় মহাশয়ে অনুগ্ৰহ কৰি চাৰিশ টকাৰ, ডিব্ৰুগড় লোকেল বোৰ্ডৰ চেয়াৰমেন নীলাম্বৰ দত্ত আৰু গোলাঘাটৰ ডেপুটি ইন্সপেক্টৰ প্ৰাণনাথ বুজৰ বৰুৱা ডাঙৰীয়াই ডেৰশ মানকৈ টকাৰ ভাগৱত নি সহায় কৰিছিল।

আমাৰ সৎসঙ্গী কীৰ্তন ঘৰত শ্ৰীমন্ত শঙ্কৰ গুৰুৰ তিথিৰ সময়তে সাধাৰণভাৱে কীৰ্তন পাঠ চলিছিল। কিছুমান দিন আগৰপৰা জেঠ আহাৰ মাহত এদিনীয়া পালনামো গাইছিল। এসময়ত আমাৰ মনত সাতদিন নাম গোৱাৰ আশা উদয় হয়। সেইমতে নাম আৰম্ভ কৰা হয়। দুবছৰমান তাৰ ভিতৰত ভাগৱত পাঠ সুমাই দিয়া হয়। পোনতে ২।৩ ঘণ্টাকৈ সংস্কৃত ভাগৱত পাঠৰ ব্যৱস্থা কৰা হৈছিল;

সাতদিনীয়া পালনাম, সচিত্ৰ ভাগৱত সংগ্ৰহ আৰু প্ৰকাশৰ চেষ্টা

পাচত সেইটো কমাই দি অসমীয়া পদ ভাগৱত পাঠৰ ব্যৱস্থা কৰোৱা হয়। আইসকলেও পুৰা-আবেলি কীৰ্তন কৰে; এইদৰে আজি-কালি ৭ দিন অবিৰাম হৰিকীৰ্তন আৰু ভাগৱত পাঠ চলে।

১৯৪৬ চনত নগাঁৱৰ বালিসত্ৰৰপৰা সচিত্ৰ ভাগৱতখন অনা হয়। এবাৰ পালনামৰ সাধুসকলে ইয়াৰ চিত্ৰবোৰ দেখি আচৰিত হয়। সেই সময়ত এই মহা-গ্ৰন্থ প্ৰকাশৰ এটা সঙ্কল্প লোৱা হয়। সাধুসকলে একান্তমনে প্ৰাৰ্থনা কৰে।

চিত্ৰভাগৱত প্ৰকাশৰ সঙ্কল্প

কিবা শুভক্ষণত সেই সময়ৰ কামৰূপৰ উপায়ুক্ত শ্ৰীশিশিৰ কুমাৰ দত্ত আই. চি. এচ. ৰ লগত আমাৰ পৰিচয় ঘটে আৰু তেখেতে আমাৰ স্কুল, প্ৰেছ আদি চায়হি। তেখেতে আমাৰ চেষ্টা শলাগি প্ৰায় ছহাজাৰ টকাৰ চৰকাৰী ছপাৰ কাম আমাক দিয়ে। আমি সেই টকাৰে সেই সময়ৰ গুৱা-হাটীৰ "নাথ বেঙ্কত" "ভাগৱত ফাণ্ড" নাম দি এটা হিচাব খোলোঁ। ইয়াৰ পাচত এবছৰতেই আমি কিতাপ আদিৰ লাভত কিছু টকা সঞ্চয় কৰোঁ আৰু দুবছৰৰ ভিতৰত "ভাগৱত ফাণ্ড"টোত কুৰি হাজাৰ টকা জমা কৰোঁ; দৈব দুৰ্বিপাকত বেঙ্কটো বন্ধ হয় আৰু লগে লগে টকাখিনি মৰা পৰে। দুবছৰমান পাচত শতকৰা দহ টকাকৈ পোৱা হৈছিল মাত্ৰ।

ভাগৱত ফাণ্ড মৰা পৰা

এই সময়ত অৰ্থৰ অভাৱ হ'লেও মই ধৈৰ্য্য ধৰি আৰম্ভ কৰা কামবোৰ কৰিবলৈ বিৰত হোৱা নাছিলোঁ। ১৯৪৬ চনত কলি-কতাত হিন্দু-মুছলমানৰ গোলমাল ঘটে। বহুত মানুহে ঘৰ-বাৰী এৰি কলিকতা ত্যাগ কৰে। কিছুমানৰ সম্পত্তি ধ্বংস হয়। আমাৰ "কথা গুৰুচৰিত" এখন প্ৰেছত ছপা হৈছিল; তাৰো কিছুমান ছপা কাগজ নষ্ট হয়। বেঙ্কৰ টকা মৰা পৰাত ছপা কাম পৰি-চালনা কৰা টান হৈ উঠে। কিন্তু ভগৱন্তৰ কৃপাত আমাৰ স্কুলীয়া পুথিবোৰৰ প্ৰচাৰ বেচি হৈ উঠাত কাম চলিবলৈ ধৰে। "কথা গুৰু চৰিত," "চিত্ৰভাগৱত" প্ৰকাশ হৈ উঠিল। চিত্ৰ-ভাগৱত বিক্ৰী বোধকৰোঁ এতিয়ালৈকে এশখনমানলৈ হ'ল। এহাজাৰখন বন্ধোৱা হৈছিল—বিক্ৰী নহয় দেখি উচ্চ ইংৰাজী স্কুলৰ হেডমাষ্টৰ,

ডিপুটী ইন্সপেক্টৰ আৰু আন উচচ শ্ৰেণীৰ কিছুমান লোকক এনেয়ে দিয়া হ'ল—এতিয়াও কিছু আছে। এতিয়া আকৌ পৃথিৱীৰ আন আন দেশত চলাব আশা কৰি হিন্দী-অসমীয়াৰ লগত ইংৰাজী আৰু বঙালী অনুবাদো দি কিছুমান বন্ধোৱা হৈছে।

ভক্তিবিবেক, কথা গুৰু চৰিত, শঙ্কৰদেৱৰ বাণী

বৈকুণ্ঠ নাথ দ্বিজৰ (ভট্টদেৱ) ভক্তিবিবেক (সংস্কৃত) এখন দুষ্প্ৰাপ্য পুথি। পণ্ডিত লক্ষ্মীনাৰায়ণ শাস্ত্ৰীদেৱে ইয়াক সম্পাদন কৰিছিল। ডঃ কাকতি ডাঙৰীয়াই কোৱাত এইখন ছপা কৰা হয়। ইয়াৰ লগে লগে আমি শ্ৰীমন্ত শঙ্কৰ গুৰুৰ সমস্ত গ্ৰন্থ সংগ্ৰহ কৰিবলৈ চেষ্টা কৰিছিলোঁ— ভক্তি ৰত্নাকৰৰ বাহিৰে প্ৰায়বোৰ পুথি সংগৃহীত হৈছিল; পাচত বহুত অনুসন্ধান কৰি ভক্তি ৰত্নাকৰখনি অনোৱা হয় আৰু নিজৰ প্ৰেছতেই ইয়াক প্ৰকাশ কৰা হ'ল।

অসমীয়া ভাষাৰ ওজা কালীৰাম মেধি ডাঙৰীয়াই শ্ৰীমন্ত শঙ্কৰদেৱৰ উপদেশবোৰ সংগ্ৰহ কৰিছিল আৰু ইয়াক অসম সাহিত্য সভাৰ হতুৱাই প্ৰকাশ কৰাবলৈ বিশেষ চেষ্টা কৰিছিল। দুবছৰতো কৃতকাৰ্য্য নোহোৱাত আমাক জানিবলৈ দিয়ে; আমি নিজৰ অৱস্থালৈ নাচাই প্ৰকাশ কৰোঁ। এই পুথিৰ ছপা খৰচ সম্ভৱতঃ এতিয়ালৈকে উঠা নাই।

ইংৰাজী-অসমীয়া অভিধান

ডিব্ৰুগড়ৰ শ্ৰীমাখনলাল চলিহাদেৱৰ এখন সৰু ইংৰাজী অভিধান ওলাইছিল। তাৰ পাচতেই বুদ্ধিন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ এখন ডাঙৰ অভিধান ওলায়। ম্যাকমিলান কোম্পানীয়ে জয়দেৱ শৰ্মাৰ হতুৱাই এখন সৰু ইংৰাজী অভিধান লিখাইছিল। ভট্টাচাৰ্য্যৰ অভিধান খন ডাঙৰ আছিল আৰু ভালদৰেই কৰিছিল। কিবা কাৰণত ছপা বন্ধ হোৱাত কলিকতাৰ Favourite Dictionary আদি বেচিকৈ চলিব ধৰে আৰু তাৰ কাৰণে আমাৰ ছাত্ৰ-ছাত্ৰীৰ বিশেষ অসুবিধা হয়। সেই কাৰণে Anglo Assamese Dictionary নাম দি এখন Dictionary লিখিবলৈ আৰম্ভ কৰোঁ। এই কামত কেইজনমান শিক্ষিত ডেকাৰ সহায় লোৱা হয় আৰু যিমান দূৰ সম্ভৱ শীঘ্ৰে ছপা কৰি উলিয়াই ল'ৰা-ছোৱালীৰ অভাৱ পূৰ্ণ কৰা হয়।

ৰামায়ণ

অসমীয়া সপ্তকাণ্ড ৰামায়ণ আগতে মাধৱচন্দ্ৰ বৰদলৈ, শ্ৰীপ্ৰসন্ন-লাল চৌধুৰী, উমাকান্ত গোস্বামী আৰু পণ্ডিত কনকচন্দ্ৰ শৰ্মা কাব্য-তীৰ্থদেৱে প্ৰকাশ কৰিছিল। সেইবোৰ বিদেশী ৰামায়ণৰ দৰে সচিত্ৰ নোহোৱাত বিদেশী ৰামায়ণৰ আদৰ চলি থকা আমাৰ অনুমান হয়। সেই কাৰণে আমি ইয়াতো তিন ৰঙৰ চিত্ৰ দি প্ৰকাশ কৰোঁ। ভগৱানৰ কৃপাত এই পুথিয়ে বিদেশী ভাষাৰ ৰামায়ণৰ প্ৰচাৰ প্ৰায় বন্ধ কৰে।

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বাক্যামৃত প্ৰশংসাপত্ৰ

শ্ৰীমন্ত শঙ্কৰদেৱৰ উৎসৱৰ সময়ত কোনো কোনো তিথি উৎসৱত আমি ৰচনা-পাঠ কৰিবলগীয়া হৈছিলোঁ। কেতিয়াবা কেতিয়াবা সভাপতিও হবলগীয়া হৈছিলোঁ। সেই সময়ত শ্ৰীগুৰুৰ ৰচিত মহাগ্ৰন্থবোৰৰ হিচাব কৰিবলৈ যত্ন কৰিছিলোঁ; পাচত এসময়ত সকলোখিনি মহাগ্ৰন্থ লগলগাই প্ৰকাশ কৰাৰ হাবিয়াস জন্মে; ইচ্ছা হোৱাৰ লগে লগে কাম আৰম্ভ হয়, আৰু শ্ৰীগুৰুৰ কৃপাত ভক্তি ৰত্নাকৰৰ বাহিৰে সকলোবোৰ মহাগ্ৰন্থ সংগৃহীত হয় আৰু লগে লগে ছপা কাৰ্য্য আৰম্ভ কৰা হয়। ভক্তি ৰত্নাকৰখন বহুত বিচাৰি শেষত গৈ কামৰূপ অনুসন্ধান সমিতিত এখন পাই সেইখন অনা হয় আৰু তাকেই হুবহু নকল কৰোৱাই শ্ৰীশঙ্কৰ বাক্যামৃতৰ ভিতৰত দিয়া হয়। মহাগ্ৰন্থখনিৰ ছপা শেষ হওঁতেই "অসম সাহিত্য সন্মিলন"ৰ অধিবেশন চিলঙত বহে; সন্মিলনৰ কাৰ্য্য-নিৰ্বাহক সভাই গ্ৰন্থখনি সন্মিলনতে প্ৰকাশ কৰে আৰু আমাক এখন প্ৰশংসা বা মানপত্ৰ দিয়ে।

নলবাৰী হৰিমন্দিৰ, নলবাৰী কলেজ

মই অবসৰ লৈ অহাৰ ৫।৬ বছৰ আগৰে পৰা নলবাৰীৰ বজা-ৰৰ দোকানীসকলে ইয়াত এটা ৰাজহুৱা হৰিমন্দিৰ কৰিবলৈ যো-জা কৰিছিল—অলপ ধনো গোটোৱাৰ পাচত স্থান লৈ গোল-মাল হয়। পাচত শ্ৰীদেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ যত্নত এটা নতুন কমিটী হয় আৰু তেখেতে এবছৰ ইয়াৰ কাম চলাই আমাৰ হাতত অৰ্পণ কৰে। আমি কেইজনমান উদ্যোগী লোকৰ সৈতে লগলাগি ধন তোলো আৰু মন্দিৰটো থিয় কৰোঁ। ইয়াত আমাৰ প্ৰায় আঠৈ হাজাৰ আৰু শ্ৰীমহেন্দ্ৰ চৌধুৰীৰ প্ৰায় দুহাজাৰ টকা ব্যয় হয়।

এই সময়ত নলবাৰীত পণ্ডিত প্ৰতাপ গোস্বামী আৰু শ্ৰীপ্ৰভাত গোস্বামীৰ ঐকান্তিক যত্নত সংস্কৃত কলেজ আৰু ইংৰাজী কলেজ স্থাপনৰ চেষ্টা চলে। আমি দুয়োটা অনুষ্ঠানতে সক্ৰিয়ভাৱে যোগ দিওঁ। আৰ্থিক অৱস্থা সচ্চল নোহোৱা সত্বেও ইংৰাজী কলেজত এককালীন এহাজাৰ টকা সাহায্য কৰোঁ। নিজে ঢোল কোবোৱা বেয়া বুলি জানো—ভৱিষৎ বংশটোৰ চিন ৰাখিবলৈকে উল্লেখ কৰি থলোঁ।

মহাভাৰত সঙ্কলন আৰু প্ৰকাশ

মহাভাৰত কামৰূপীয় বৈষ্ণৱ ধৰ্মৰ পাশুপাত অস্ত্ৰ। গোটেই মহাভাৰতখন কৃষ্ণলীলা চৰিত্ৰে ভৰা—বিশেষকৈ বনপৰ্বৰ উপ মহা-ভাৰতবোৰ কৃষ্ণলীলাৰ লগতে নামৰ মহাত্ম্য প্ৰচাৰৰ একোখনি অনুপম কাব্য। অসমীয়া মহাভাৰতৰ এই-টোৱেই বৈশিষ্ট্য। ইয়াত সংগ্ৰহ কৰি প্ৰকাশ কৰিব পাৰিলে কামৰূপীয় বৈষ্ণৱ ধৰ্মৰ মাধুৰ্য্য ভালদৰে প্ৰকাশ হ'ব বুলি আমি বহুত দিনৰপৰা আশা কৰি আছিলোঁ। শ্ৰীশঙ্কৰ বাক্যামৃত প্ৰকাশ হোৱাৰ পাচত মহাভাৰত প্ৰকাশত বিশেষ মনোযোগ দিয়া হল।

১৯৫১ চনত গুৱাহাটীত মহাভাৰত কাৰ্য্যালয় স্থাপন কৰি মহাভাৰত সংগ্ৰহৰ কাম আৰম্ভ কৰা হৈছিল। কিছুদিন কাম কৰাৰ পাচত ছপা কৰাৰ ব্যৱস্থা কৰা হয়। আমাৰ উমা প্ৰেছ আৰু কলিকতাৰ পাঁচখন ছপাখানা বন্দৱস্ত কৰি পৰ্ব পৰ্বকৈ ছপা কৰিবলৈ দিয়া হ'ল। এইদৰে খৰখেদা কৰাৰ কাৰণ এইটো—যোৰহাটৰ লক্ষেশ্বৰ শৰ্মা বি-এ, এচ-ডি-চি মহাশয়ে পোনতে মহাভাৰত ছপা কৰিবলৈ আৰম্ভ কৰিছিল। পাচত যোৰহাটৰ ৰায় চাহেব দুৰ্গাধৰ বৰকটকী ডাঙৰীয়াই ছপাবলৈ আৰম্ভ কৰে। দুয়োজনা সুধী দেশকৰ্মী মাতৃপূজকৰ ফুল জল অলপ অলপ গোটাওঁতেই দুয়ো-জনা মাতৃপূজকে চকু মুদে। আমি তৃতীয় ব্যক্তি— বিদ্যা-বুদ্ধি-ধনহীন আৰু সঙ্গহীন প্ৰাণী; মৃত্যুয়ে চুলিত ধৰি থকা বোধ কৰি সদায় মহাভাৰতৰ চিন্তা কৰিব ধৰোঁ। এইখিনিতে বাণীকান্ত কাকতিদেৱৰ আশীৰ্বাদৰ কথা উল্লেখ কৰিবলগীয়া হলোঁ। আমি মহাভাৰত সঙ্কলন কৰিবলৈ হাতত লোৱা শুনি ডাঃ কাকতিয়ে

অনুগ্ৰহ কৰি আমালৈ লিখা চিঠি পোৱাতো আমাৰ মনত সাহ জন্মা নাছিল ; কিন্তু সেই আশীৰ্বাদৰ ফলতেই সম্ভৱতঃ আমাৰ হৃদয়ত অদম্য সাহ জন্মে—আৰু নানা ফালৰপৰা ধন সংগৃহীত হৈ ছয়টা ছাপাখানাত পূৰ্ণ উদ্যমে কাম চলিবলৈ ধৰে—কেইটামান প্ৰেছে ছপাৰ কাকত পৰ্য্যন্ত বাকী ৰাখি কাম কৰে—এইদৰে বিপুল অসমীয়া অষ্টাদশ পৰ্ব মহাভাৰত পাঁচ বছৰৰ ভিতৰত ছপা হৈ ওলায়। চৰকাৰৰ পাঁচ বছৰীয়া পৰিকল্পনাৰ আন আন কামৰ দৰে আমাৰ ভাষা জননীৰো এইটো পাঁচ বছৰীয়া পৰিকল্পনাৰ কাম হ'ল বুলি আজি মোৰ গৌৰৱ বেচি হৈছে—ইয়াৰ ঋণ শোধ আজিলৈকে বহুতো থাকিলেও ঋণে আমাৰ আনন্দত আঘাত কৰিব পৰা নাই।

সংসঙ্গী কীৰ্তন ঘৰৰ তেল বন্তিৰ ব্যৱস্থা

আমাৰ উপৰি পুৰুষ হলিৰাম খৰকাকতী আহোম ৰাজৰ (সম্ভৱতঃ গুৱাহাটীৰ বৰফুকনৰ) বিষয়া আছিল। তেওঁক স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহই ৯৯।। পুৰা নিষ্কৰ মাটি আৰু কেইজনমান পাইক দিয়ে। মধুনাৰায়ণ অধস্তন পুৰুষ—আমাৰ ৩য় উৰ্দ্ধ পুৰুষ। মধুনাৰায়ণক দলৈ আতা বুলিছিল আৰু এওঁ পুৰ কালাকুচিত সংসঙ্গী কীৰ্তন ঘৰ কৰি বাস কৰিছিল।

তিনি পুৰুষ পাচত এই মাটিখিনি খেৰাজত (অৰ্দ্ধখাজানা) পৰিণত হয় ; আৰু খাজানাৰ পাচত কিবা স্বৰূপে ইয়াৰ ৫০ বিঘা মাটি কিনি লয়। আমি আগেয়ে নিয়া মানুহৰপৰা ১০ বিঘা কিনি লওঁ।

১৯৫১ চনত যেতিয়া আমি ভাৰত ভ্ৰমণত ওলাই যাওঁ সেই সময়ত এই মাটি তিনি ভাগ কৰি আগৰ নিজ অংশ ৩০ বিঘা, বেলেগে কিনা ২ + ১৵ মুঠ ৩১৵ কঠা আৰু নলবাৰীৰ ২৬৵ কঠা মুঠ ৬০ বিঘা—সংসঙ্গী কীৰ্তন ঘৰৰ তেল-বন্তিৰ বাবে মই লিখি দিওঁ।

ভাৰত ভ্ৰমণ

বহু বছৰ আগৰপৰা ভাৰতৰ কেইখনমান বিশিষ্ট ঠাই পৰ্য্যটন কৰাৰ আমাৰ হাবিলাস আছিল—বিশেষকৈ হৰিদ্বাৰ, বদৰিনাৰায়ণ, দিল্লী, বোম্বাই, ৰামেশ্বৰম্ আদি ঠাই চোৱাৰ বৰ হেঁপাহ আছিল ; কিন্তু আমি শ্বাস-ৰোগী, ইপিনে মাতৃদেৱী আছিল শয্যাগতা। মাতৃদেৱী আছিল গুৱাহাটীত—আমাৰ অনুজৰ

লগত। তেৰাক সোধাত তেৰাই আনন্দমনে অনুমতি দিছিল। শুভ দিনত মাতৃদেৱীৰ চৰণ বন্দনা কৰি ভাৰ্য্যা আৰু মাজু পুত্ৰক লগত লৈ যাত্ৰা কৰোঁ। যাত্ৰাৰ সময়ত মাতৃদেৱীয়ে আশীৰ্বাদ দিছিল— "ভগৱানে মঙ্গল কৰিব; তহঁতে ঘৰৰ কথা সমূলি নাভাবি, নিৰ্বিঘ্নে ঘূৰি আহিবি।" মাতৃদেৱীৰ বাক্য ফলিল। আমি প্ৰায় আঢ়ৈ মাহ ভাৰতৰ বহুত ঠাই ঘূৰি ঘূৰি আহোঁ। যাওঁতে বাটে বাটে ভ্ৰমণ বৃত্তান্ত সংক্ষেপে লিখি গৈছিলোঁ। ঘৰ পাই সেইবোৰ কথা জুকিয়াই লিখি "ভাৰত-ভ্ৰমণ" নাম দি প্ৰকাশ কৰাওঁ।

হাৱৰা ষ্টেচনৰপৰা ৫ মাইল দূৰত ছাত্ৰাগাচী ষ্টেচনৰ ওচৰতে সেই ঠাইৰ কেইজনমান মানুহে আৰু আমাৰ অসমীয়া শ্ৰীমহদানন্দ গোস্বামী আদিয়ে তাত এটা শঙ্কৰদেৱৰ মন্দিৰ স্থাপন কৰিবলৈ যত্ন কৰিছিল; তেওঁলোকে সেই উদ্দেশ্যে একঠা মাটি দান পাইছিল। সেই মাটি অতি কম দেখি তাৰ ওচৰৰ মাটি কিনিবলৈ যত্ন কৰিছিল। আমাক তেওঁলোকে কোৱাত আমি সেই উদ্দেশ্যে আৰু ৪ বিঘা মাটি কিনো।

বটদ্ৰৱা থান উন্নয়ন :—বটদ্ৰৱাত শ্ৰীমন্ত শঙ্কৰদেৱৰ ইচ্ছাত হোৱা আকাশী গঙ্গা নামে এটা সৰোবৰ আছে। বৰ্তমানে সেইটো মেটেকা পৰি ব্যৱহাৰৰ অযোগ্য হোৱা দেখি পৰিষ্কাৰ কৰি সংস্কাৰ কৰাৰ কাম হাতত লোৱা হয়। বটদ্ৰৱা-বাসী আৰু কেইগৰাকীমান বিশিষ্ট ব্যক্তিৰ সহযোগত বটদ্ৰৱা উন্নয়নৰ কাম ভালেখিনি আগ বাঢ়ে।

আকাশী গঙ্গা গঙ্কল্প

১৯৫২ চনত মাজু ল'ৰা শ্ৰীমান যোগীন্দ্ৰই বি-এচ-চি পাছ কৰি কয়—নগৰৰ ভিতৰত চাৰি বিঘা মাটি আমাক দিয়া—আমি ছয় ভাই —নলবাৰীত থকা অসুবিধা হ'ব। গুৱাহাটী নগৰত চাৰি বিঘা মাটি লোৱা একেবাৰেই অসম্ভৱ। সেই কাৰণে বাহিৰত মই মাটি চাওঁ। পচাত মাকক লগত লৈ গৈ তিনিও কামাখ্যা দেৱালয়ৰ মাটি পচন্দ কৰোঁ। ভগৱানৰ কৃপাত সেই মাটি চাৰি বিঘা পট্টা লও আৰু তাতেই শ্ৰীমানৰ নিজৰ আঁচনি মতে প্ৰেছঘৰ নিৰ্মিত হয়। ইয়াত দুটা মেচিন স্থাপন কৰি বৰ ল'ৰা

শ্ৰীগুৰু প্ৰেছ

শ্ৰীমান মুনীন্দ্ৰক চমজাই দি তেওঁ প্ৰেছৰ বিষয় শিক্ষা লবলৈ বিলাতলৈ যায়।

মই চাকৰি কৰি থকা কালতেই শ্ৰীমান বিচিত্ৰই নলবাৰীত আমাৰ ঘৰৰ ওচৰতে দত্তবৰুৱা ব্ৰাদাৰ্চ নাম দি এখন দোকান খুলিছিল;

**দত্তবৰুৱা এণ্ড কোম্পানী**

মই ১৯৩৮ চনত অৱসৰ লৈ অহাত শ্ৰীমান গুৱাহাটীলৈ যায় আৰু মই ঘৰত থাকি সেই দোকানত চকু দিওঁ। দুবছৰ পাচত মোৰ নিজৰ ৰচিত কিতাপবোৰ দুই এখনকৈ নিজে ছপাব ধৰোঁ আৰু দোকানতে টকা ভালদৰে পৰিচালনা কৰিবলৈ ধৰোঁ। শ্ৰীমান বিচিত্ৰ গুৱাহাটীত থাকি ওকালতি কৰিব ধৰে। পাচত তেওঁ "লয়াৰ্চ বুক ষ্টল" নাম দি কিতাপৰ দোকান এখন আৰম্ভ কৰে।

১৯৫১ চনত আমাৰ নলবাৰীৰ দোকানৰ নাম "দত্তবৰুৱা" ৰখা হয়; ১৯৪৫ চনত "দত্তবৰুৱা এণ্ড কোম্পানী" নাম দিয়া হয়।

১৯৫৪ চনত গুৱাহাটীত ইয়াৰ ব্ৰাঞ্চ খোলা হয় আৰু এইবোৰ চলাবলৈ ল'ৰাইতক চমজাই দিয়া হয়।

---

বাল্য বন্ধু শ্ৰীযুত জ্ঞান নাথ বৰাদেৱৰ চিঠিৰ বাবেই দত্তবৰুৱাই আত্মজীৱনী লিখিবলৈ প্ৰেৰণা পায়-- এই সংলগ্নত শ্ৰীযুত বৰাদেৱৰ চিঠিখনো প্ৰকাশ কৰা হ'ল--

শ্ৰীজ্ঞাননাথ বৰা, বি. এল. — ২নং আৰ্ল ৰোড
এডভকেট, হাইকৰ্ট। — গুৱাহাটী ২৬।৫।৫৬

প্ৰিয় হৰিনাৰায়ণ!

কালি 'অসম বাণী'ত তোমাৰ জীৱন চৰিত পঢ়িলোঁ। তুমি অসমীয়া সাহিত্যৰ অৰ্থে যিমান কাম কৰিলা আৰু কৰিবলৈ ধৰিছা সেইবোৰ চৰিতত ভালকৈ ফুটি ওলোৱা নাই। মই তোমাক সৰুৰেপৰা জানো। সিদিনা নলবাৰীত তোমাৰ দ্বাৰা স্থাপিত সদ্ অনুষ্ঠান দেখি বৰ আচৰিত মানিলোঁ। তুমি কিমান যত্ন আৰু শ্ৰম কৰি লক্ষপতি হৈ সেইবোৰ চলাব লাগিছা

তাক আমাৰ মানুহে ভালকৈ বুজিব পৰা নাই। তোমাৰ সহায় নোহোৱা হ'লে চিত্ৰ ভাগৱত, ৰামায়ণ, ভাগৱত, মহাভাৰত, গুৰুচৰিত আদি পুৰণি বৃহৎ গ্ৰন্থবোৰ আজিও সাঁচিপাতৰ গৰ্ভত সোমাই থাকিলহেঁতেন। অনেকে বেহা-বেপাৰ কৰি ধনৱন্ত হয় সঁচা, কিন্তু সিবিলাক তোমাৰ লগত তুলনা নহয়। নানা পুথি ছপাই আৰু নানা অনুষ্ঠান পাতি অসমীয়া ভাষা আৰু জাতিৰ উদ্গতি সাধন কৰি ধন কৰা দৃষ্টান্ত তোমাৰ বাহিৰে মই কাকো নেদেখোঁ। মই তোমাৰ গুণ অযথা বৰ্ণোৱা নাই।

মোৰ মনেৰে তুমি এখন নিজৰ জীৱন চৰিত লিখিব লাগে। এইটো কোনো লাজৰ কথা নহয়। জগতত বহুতে তেনেকুৱা নিজৰ জীৱনী লিখি গৈছে আৰু সেয়ে উঠি অহা ডেকাদলৰ জীৱন-পথৰ বন্তি হৈছে। তোমাৰ জীৱনীৰ পৰাও যে ভবিষ্যত অসমীয়া ডেকাই অশেষ উদ্গনি পাব তাৰ কোনো সন্দেহ নাই। তুমি ৭০ বছৰত ভৰি দিছা। এতিয়াই জীৱনী লিখিবৰ বয়স হৈছে। মই তোমাৰ পুৰণি বন্ধু। যথাসময়ত এই কথাষাৰ তোমাৰ মনত পেলাই দিয়াটো মোৰ কৰ্তব্য বুলি ভাবিছোঁ। তুমি নিশ্চয় বহুত সময়ত নানা বিপাকত পৰিছিলা। সেইবোৰৰপৰা কেনেকৈ উদ্ধাৰ পালা তাক তুমিহে বিবৰি কব পাৰিবা। ইতি—

তোমাৰ,
শ্ৰীজ্ঞান

---



যোৰহাট নৰ্মাল স্কুলত শিক্ষকতা কৰাৰ আগছোৱাত
দত্তবৰুৱা

# নিবেদন

বাল্যকালৰপৰা বৃদ্ধকাললৈকে যিজন গুৰুস্থানীয় ব্যক্তিৰ সান্নিধ্য আৰু সাহচৰ্য্য লাভ কৰিছোঁ সেইজন মনীষীৰ জীৱন-বৃত্তান্ত সঙ্কলন কৰাৰ সৌভাগ্য লাভ কৰাত ধন্য হৈছোঁ।

সাহিত্যৰথ দত্তবৰুৱাই মহাপ্ৰয়াণ কৰে ১৯৫৯ চনত। আজি সাতবছৰৰ মূৰত তেখেতৰ জীৱন-বৃত্তান্তৰ বহু-বিচিত্ৰ কাহিনী সকলোখিনি যে ইয়াত সঙ্কলিত হৈছে এইটো নহয়; তথাপি তেখেতৰ গুণমুগ্ধ মহানুভৱসকলে যি অৱদান দি এই গ্ৰন্থখনৰ কলেবৰ বৰ্দ্ধন কৰাত সহায় কৰিলে, তাৰ বাবে কৃতজ্ঞ হোৱাৰ বাহিৰে আন্ কোনো প্ৰকাৰৰ সেৱাৰ কামত আগবাঢ়িবলৈ এই দীনজন অক্ষম। কিন্তু ইয়াকে ক'ব পাৰোঁ যে তেখেতসকলে নানা অমূল্য মণি-মৰকত আনি দি সেইবোৰৰ প্ৰত্যেকতে সূতা সুমাই নিব পৰাকৈও ৰন্ধ্ৰৰ ব্যৱস্থাও কৰি দিলে, যাৰ বাবে এই অভা-জনে প্ৰত্যেকটো ৰন্ধ্ৰৰ ভিতৰেদি সূতা সুমুৱাই এই মণি-মাল্য ৰচনা কৰিব পাৰিলে। এইটোৱেই মোৰ সন্তোষ। তদুপৰি সাহিত্যৰথদেৱে নিজেই নিজৰ জীৱন-বৃত্তান্ত লিখি থৈ গৈছে।

যদিও এই মনীষীজনৰ লগত মোৰ অবাল্য পৰিচয়, তথাপি মোৰ ব্যক্তিগত প্ৰসঙ্গ এই গ্ৰন্থত যিমানদূৰ সম্ভৱ এৰাই চলিছোঁ। তেনে কৰিবলৈ গ'লে এই মহাজীৱনীৰ ঠাইত আত্ম-জীৱনীয়েহে ৰূপ লৈ উঠিব পাৰে, আৰু তেতিয়া সি ৰূপ নহৈ হ'ব কুৰূপ।

জীৱনী যাৰ লিখা হয়, তেওঁক যে মানুহৰ শাৰীৰপৰা দেৱতাৰ শাৰীত থোৱা হয় এইটো বিজ্ঞানসন্মত কথা নহ'ব পাৰে, কিন্তু মানুহ পৰলোকলৈ গ'লেই দেৱতাৰ শাৰীলৈ যায় এইটো হিন্দুৰ ঐতিহ্য। এই কথালৈ ভয় কৰিয়েই হ'বলা ভাৰতৰ ভূতপূৰ্ব প্ৰধানমন্ত্ৰী পৰলোকগত জৱাহৰলাল নেহৰুৱে ১৯৫৯ চনত বহা Writers' Conference উদ্বোধন কৰোঁতে কৈছিল,

## দত্তবৰুৱাৰ জীৱন-কথা

"In India I have noticed that there was a tendency either to praise too much or condemn vehemently, The middle course was not adopted, The biographies written in India were not proper biographies. Such writings either made a god or a monster of the individual although we are neither gods nor monsters but human beings."

এই কথাখিনিৰ ওপৰত সকলো শ্ৰদ্ধা ৰাখিও ক'ব পাৰি যে যাৰ জীৱনী লিখা হয় তেওঁক কোনেও দৈত্য, দানৱ নাইবা অসুৰৰ ৰূপ দি সৃষ্টি নকৰে, অন্তত অসমত এতিয়ালৈকে কৰা দেখা নাই। সম্পূৰ্ণ দেৱতাৰ ৰূপ দিও কোনো অসমীয়াই কাৰো জীৱন-চৰিত লিখা নাই। তথাপি যদিও এই বিষয়ে এই গ্ৰন্থত কিবা ত্ৰুটি ঘটিছে সেইটো একান্ত অনিবাৰ্য্য।

ডাঃ বাণীকান্ত কাকতিৰ ভাষাত 'দত্তবৰুৱাই যি কাম কৰি গ'ল, সি স্থায়ী আৰু অতুলনীয়।'

কৰ্মৰ সমষ্টিয়েই জীৱন। যাৰ জীৱনত কৰ্ম নাই, তেওঁৰ জীৱনো নাই। কিন্তু এই জীৱনক বেঢ়ি আছে তিনি তাপে। মহাপুৰুষ শঙ্কৰদেৱে লিখি গৈছে,

"সংসাৰত তিনি তাপ যেন দাৱানল।
কৰিবাক লাগি আছে জীৱক বিকল॥
আৰু নিস্তাৰিবে বাঞ্ছে যিটো মহাজন।
কৰন্তোক কৃষ্ণ-কথা ৰস নিসেৱন॥
এহিসে সুদৃঢ় নৌকা সংসাৰ সাগৰে।
নাহি নাহি তৰণ উপায় আতপৰে॥
চাৰিবেদ চৈদ্ধয় শাস্ত্ৰৰ ইসে তত্ত্ব।
কহিলো নৃপতি এৱে তোমাৰ আগত॥"

সাহিত্যৰথী দত্তবৰুৱাদেৱে ওৰে জীৱনত এই তত্ত্বকে নানা কৰ্মৰ মাজেদি আমাক কৈ গ'ল। তেখেত ব্ৰহ্মময় হৈ গৈ নিজে এই তাপ এৰাই চিৰসুখী হ'ল।

বিনীত—
শ্ৰীকমলেশ্বৰ চলিহা

গুৱাহাটী
আহাৰ, ১৮৮৮ শক।

# জীৱনী

## ॥ প্ৰথম অধ্যায় ॥

জীৱন-চৰিতৰ দ্বাৰা যাৰ একমাত্ৰ স্মৰণ হ'ব, এনে পুৰুষ হৰিনাৰায়ণ দত্তবৰুৱা নহয়। তেওঁৰ বিস্তৃত জীৱনক আচ্ছাদন কৰি ইমানবোৰ কৰ্ম সজীৱ হৈ উঠিল যে, জীৱন-বৃক্ষৰ অন্তৰ্দ্ধানৰ লগে

আৰম্ভ

লগে সেই কৰ্মবোৰ মৰহি নগ'ল, বৰং দিনে দিনে জীৱন্ত হৈ নানা প্ৰকাৰে বিপুলভাৱে বিকশিত হৈ পৰি সেইবোৰে অসমৰ কৰ্ম-শক্তিৰ চিনাকি দিব লাগিছে। তথাপি যি জীৱন নানা বিপদসঙ্কুল বাটেদি গৈ সংঘাত আৰু সঙ্কট অতিক্ৰম কৰি সফল হৈ উঠিব পাৰিলে, সেই জীৱনৰ ইতিবৃত্ত লিপিবদ্ধ কৰি থব পাৰিলে ভাল; কাৰণ সেই ইতিবৃত্ত উত্তৰ কালত বহুতৰ কাৰণে সাহ, ধৈৰ্য্য আৰু অনুপ্ৰেৰণাৰ উৎস স্বৰূপ হ'ব। মানুহ চকুৰ আঁতৰ হৈ পৰাৰ লগে লগে মনৰপৰাও আঁতৰ হৈ পৰে। এনেস্থলত ভয় হয় যে, গঙ্গা নদীক দেখিলেই ভগীৰথলৈ মনত নপৰিব পাৰে; কিন্তু সগৰ বংশৰ ষাঠি হাজাৰ কোৰ কেতিয়াও বিলুপ্ত হৈ নাযায়, সেইবোৰে সদায় খনন কাৰ্য্য কৰিয়েই থাকিব আৰু কেতিয়াবা অহঙ্কাৰৰ বশত স্বয়ং কপিল মুনিৰো মৰ্য্যাদা হানি কৰিবলৈ কিজানি কুণ্ঠিত নহ'ব। সেই দেখি এই ত্ৰিপথগামিনী পৱিত্ৰ সাহিত্য-গঙ্গাক প্ৰকৃতৰূপে বোৱাই লৈ আহিব পৰা এইজনা ভগীৰথৰূপী সাহিত্যৰথক এইদৰে এই জীৱনীখনৰ ভিতৰেদিয়েই বুজিবলৈ চেষ্টা কৰিছোঁ। আমি

জানো যে তেখেতেই প্ৰাচীন অসমীয়া সাহিত্য, বিশেষকৈ শঙ্কৰী-গঙ্গাক সাঁচিপাত পৰ্বতৰ পাৰ কাটি বান্ধ ভাঙি খৰস্ৰোতাৰ দৰে উন্মুক্ত কৰি দিলে।

জন্মঠাই, জন্ম আৰু শিক্ষাৰম্ভ

মহাপুৰুষ মাধৱদেৱৰ পৱিত্ৰ "নামঘোষা"ত যিজন হৰিনাৰায়ণে নিজৰ হৃদয় অৰ্পণ কৰি গ'ল, সেইজনৰ জীৱন-চৰিত লিখা নামঘোষা বুজি পোৱাৰ দৰেই দুষ্কৰ। তথাপি যাৰ গৌৰ বৰ্ণৰ মুখ মণ্ডলত পূৰ্ণচন্দ্ৰৰ জ্যোতিৰ সাদৃশ্য আছে, সেই মুখ মণ্ডলৰ আভাত পাৰিপাৰ্শ্বিক পোহৰ হৈ পৰিছে। সেইদেখি সেই পোহৰত উদ্ভাসিত হৈ পৰা ফুলবোৰ চিনি পাবলৈ বেচি শ্ৰম নালাগে। দূৰৈত ফুলি থকা বিলৰ ভেঁটফুল পাহেও সেই জ্যোতিত যেন আপোন পাহৰা হৈ আছে। ধৰ্মপ্ৰাণ হৰিনাৰায়ণ দত্তবৰুৱাই অসমৰ সুদীৰ্ঘ পৰিধিত কৰ্ম-প্ৰসঙ্গত পৰিভ্ৰমণ কৰি নানা ঠাইত যি পদচিহ্ন থৈ গৈছে তাক বুজিবৰ বাবে এই জীৱন-চৰিতৰ ভিতৰেদি চেষ্টা কৰিম। বহুতো খোজৰ চিন সময়ৰ ধুমুহাত কিজানিবা কেতিয়াবাই মাৰ গ'ল। কিন্তু তথাপিও তাৰ ধূলিকণা আছে। জগতৰ অগণন পদধূলিৰ মহা-সমাধিত সেই ধূলিও মিহলি হৈ গ'ল। সেইবোৰ ইতিবৃত্ত জানিবলৈ বহুত দূৰ অতীতৰ ফালে উজাই যাব লাগিব। যি অতীত সদায় ধুঁৱলি-কুঁৱলি, তাত পোহৰ পৰব ঘটনা-জ্যোতিৰ। সময়ৰ বিন্দুত যি ঘটনাই অমৰত্বৰ প্ৰলেপ দিছে, সেয়ে সময়ৰ মহিমা, নহ'লে সময়ৰ একো মহিমাই নাই। যি সময়াংশৰ মাজত গোলাপ ফুলৰ সৌৰভ সোমাই থাকিল, সেয়ে সময়ৰ গৌৰৱ, যি কাল ব্যাপি অমৃত মন্থনত উদ্‌গীৰ্ণ হোৱা বিহৰ প্ৰভাৱৰ দৰে দিশ-বিদিশ আচ্ছাদিত কৰি থোৱা প্ৰলয়, সেয়ে সময়ৰ অগৌৰৱ। মৃতকৰ মুখত দিয়া মৃগনাভি কস্তুৰীত আয়ুঃ কালৰ লেশমাত্ৰও গৰ্বৰ স্থল নাই, তথাপি মৃতকৰ পৰিয়ালক ধন্য কৰি গ'ল সেই সময়ৰ মুহূৰ্তই। যি সুৰভি, যি সুন্দৰ, যি মনোৰম, যি জীৱন সিয়েই মাথোন সময়ক মহীয়ান কৰি তোলে। সময়ৰ কোলাতে হৰিনাৰায়ণ দত্তবৰুৱাৰ জন্ম। অপূৰ্ব আৰু মহান সেই মুহূৰ্ত। হৰিনাৰায়ণ দত্তবৰুৱাৰ পিতৃদেৱ দেৱীৰাম দত্তবৰুৱা কায়স্থকুল-প্ৰদীপ। তেখেতৰ উপযুক্তা সহধৰ্মিণী উমাপ্ৰিয়া দেৱীৰ গৰ্ভত হৰিনাৰায়ণ দত্তবৰুৱাৰ জন্ম হয়। এই বংশটো বিখ্যাত

চন্দ্ৰগিৰি ভূঞাৰ বংশ। ১৮০৭ শকৰ ভাদ মাহৰ কৃষ্ণপক্ষৰ নৱমী তিথিৰ মৃগশিৰা নক্ষত্ৰত হৰিনাৰায়ণ দত্তবৰুৱাৰ জন্ম হয় এই বিখ্যাত বংশৰ বংশধৰ স্বৰূপেই।

জন্ম হোৱা ঠাই বাঁহজানি মৌজাৰ পূব কালাকুচি গাঁও, পাগলাদিয়া নৈৰ এযা জলপ্লাৱনৰ লীলাভূমি। ব্ৰহ্মপুত্ৰৰ উপনৈ এই পাগলাদিয়াৰ কামৰূপৰ বুকত বিস্তৃত ইতিহাস আছে। কামৰূপৰ জনশ্ৰুতিত পাগলাদিয়াৰ যি জনশ্ৰুতি পোৱা যায়, তাত শিৱৰ নাম বিজড়িত। নানা মঠ-মন্দিৰ-দেৱালয়ত মহাকাল শিৱ বিৰাজমান। নানা কিম্বদন্তিৰে সেই ঠাইবোৰত কৌতূহল জাগ্ৰত কৰিব পৰা অলেখ উপাখ্যান। দত্তবৰুৱাৰ পৰিচালিত তেনে কিম্বদন্তিৰ ঠাই আছেনে নাই তথ্যান্বেষীৰ আলোচ্য।

ভাদমাহত যেতিয়া নদ-নদী ভৰ বাৰিষাৰ প্লাৱনত 'সৰ্ব্বত্ৰে সংপ্লুতোদকে'ৰ দৰে হয় সেই সময়তে পুৰণি অসমীয়া শাস্ত্ৰ-সাহিত্যৰ তত্ত্ব অন্বেষণ কৰিব পৰা পৰম ভাগৱত হৰিনাৰায়ণ দত্তবৰুৱাৰ জন্ম হয়।

তেওঁবিলাকৰ গুটি ধানৰ দুটা মেট্‌মৰা ভঁৰাল আছিল। গোহালিত গাখীৰতী গাই; বাৰীত তামোল-পাণ, আম, কঠাল, জাম। কল আৰু নানান টেঙাৰ গছেৰে বাৰী ভৰপূৰ। বাঁহনি আৰু বিল যাৰ নাম মজুদাৰ দোবা, য'ত নানাবিধৰ মাছৰ লীলাখেলা। ঠিক যেন "—নামে গ্ৰাম। শস্যে মস্যে অনুপম।"

দুশ বছৰমানৰ আগতে এই ঠাই ডোখৰ দত্তবৰুৱাৰ উপৰি পুৰুষ মধুনাৰায়ণ দলৈ আতাই পাতি থৈ যোৱা। মধুনাৰায়ণৰ পিতামহ

পৰ্ধস্মৃতি

হলিৰাম বৰকাকতীক ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে ৯৯ পুৰা মাটি নিষ্কৰ কৰি দিছিল। সেই মাটিৰ ভিতৰতে মজুমদাৰ দোবা। হলিৰাম বৰকাকতী আছিল তাৰ চাৰি মাইল উত্তৰ-পূবে নন্দগাঁৱত। পূব কালাকুচিত হলিৰাম বৰকাকতীয়েই ৰজাৰ আজ্ঞাত সৎসঙ্গী মঠৰ সৃষ্টি কৰি দত্তবৰুৱাৰ এই প্ৰাচীন বংশটোলৈ ধৰ্মৰ জলবায়ু আহ্বান কৰি আনিলে। তেওঁৰ পুতেক শ্যামনাৰায়ণ। এই সৎসঙ্গী মঠতে মধুনাৰায়ণে নাম-ধৰ্ম প্ৰচাৰ কৰে।

**দত্তবৰুৱাৰ বংশাৱলী :—**




পূৰ্বপুৰুষসকলে ভোগ কৰা ৫৬।। পুৰা নিস্পিখেৰাজ মাটি একেলগে আছিল পূব কালাকুচি গাঁৱত। সেই ধৰ্মোত্তৰ ভূমিত সৎসঙ্গী মঠৰ নক্সা ৫৬ পৃঃত দিয়া হ'ল। ইয়াতেই দত্তবৰুৱাৰ ১০৮৭ শকৰ ভাদ মাহৰ কৃষ্ণপক্ষৰ নৱমীতিথিত মৃগশিৰা নক্ষত্ৰত জন্ম হয়। নানা প্ৰকাৰৰ বিপদ আপদৰ ধুমুহাই জুৰুলা কৰাত ক্ৰমে ক্ৰমে যি ঘৰ-দুৱাৰ কৰা হ'ল তাৰ নক্সা (পূব নলবাৰীৰ খাতাবাৰী) সিপিঠিত দেখুৱা হ'ল।

কুঁহিৰাম মহন্ত অতি উদাৰ আৰু দয়ালু পুৰুষ আছিল। এওঁ পূৰ্ব-পুৰুষসকলৰ গৌৰৱ সুঁৱৰি চৌধুৰী বিষয় পাবৰ কামনা কৰি গুৱাহাটীলৈ আহি বিশেষৰূপে যত্নৱান হয়। সেই সময়ৰ কমিচনাৰ চাহাবে তেওঁক নানা আনন্দপূৰ্ণ কথাৰে সন্তোষ দি মন প্ৰসন্ন কৰি বিদায় দিয়ে। নৰহৰি মজিন্দাৰ আছিল বুলি জানিব পাৰি। সম্পূৰ্ণ ৰাজবিষয়া মনোভাবেৰে তেওঁৰ মন সদায় প্ৰণোদিত হৈ আছিল।

হৰিনাৰায়ণৰ পিতৃ দেৱীৰামে ভানুকুচি উচ্চপ্ৰাইমেৰী স্কুলত পঢ়ি পাছ কৰে। পাচত গুৱাহাটীৰ নৰ্মাল স্কুলত পঢ়ি গুৰুশ্ৰেণী

১, ২, ৫ বাটচ'ৰা
৩ কীৰ্ত্তন ঘৰ
৪ গোহালি
৬, ৭, ৮ থকা ঘৰ
৯ বান্ধনী ঘৰ

আলিবাট

পূব কালাকুচিৰ বস্তি

১ কীৰ্ত্তন ঘৰ
২, ৩ থকা ঘৰ
৪ চ'ৰা ঘৰ
৫ বাটচ'ৰা
৬ স্নান
৭ বান্ধনী ঘৰ
৮ গোহালি

পূ:

আলিবাট

থাটাবাৰীৰ বস্তি

কালাকুচি গাঁৱৰ ধৰ্মোত্তৰ ৫৬।। পুৰা মাটিৰ নক্সা :—




পূব কাল্যাকুচি গাঁও

( হলিৰাম বৰকাকতীৰ দ্বিতীয় পুত্ৰ শ্যামনাৰায়ণে ইয়াত সৎসঙ্গী মঠ স্থাপন কৰি সহধৰ্ম প্ৰচাৰ কৰে। এই কালাকুচি গাঁও ইংৰাজ আমোলত 'পূব কালাকুচি' বুলি জনাজাত হয়। )

পৰীক্ষা পাছ কৰে। চৰিয়া পঢ়াশালিত শিক্ষকৰ কাম কৰে। ১৯০০ চনত স্কুল উঠি যোৱাত চাকৰি এৰি দিয়ে। পাচত মহন্ত হয়। তাপাৰ ভূঞাৰ ঘৰৰ বিষ্ণু ডেকাৰ জীয়াৰী উমাদেৱীক বিয়া কৰায়। এখেতৰ পাঁচপুত্ৰ আৰু আঠ কন্যা। দুই পুত্ৰ যমজ আছিল। এই যমজ পুত্ৰদ্বয় আৰু দুই কন্যা সৰুতে ঢুকায়। দেৱীৰাম মহন্ত পৰৰ ভিজা আলিত ভৰি নিদিয়া বিধৰ মানুহ আছিল। অল্পভাষী আছিল। গীতা প্ৰায় কণ্ঠস্থ আছিল। সংসাৰৰ প্ৰতি অনাসক্ত। ১৯১৮ চনৰ ডিচেম্বৰ মাহৰ শুক্লপক্ষৰ একাদশী তিথিত কনিষ্ঠ পুত্ৰ শ্ৰীবিচিত্ৰনাৰায়ণে পঢ়া নামঘোষা শুনি শুনি পৰলোকলৈ গমন কৰে। ভায়েক গোবিন্দ মহন্ত সংসাৰৰ কামত সুদক্ষ আছিল। বলিষ্ঠ পুৰুষ, মাচ ধৰাত বৰ পাৰদৰ্শী আছিল। ঔচুচি বিলত মাছ মাৰি খাকোঁতে ঘঁৰিয়ালে কামোৰে। দোলাৰে কঢ়িয়াই অনা হয় ঘৰলৈ। তাতে প্ৰাণ ত্যাগ কৰে।

দত্তবৰুৱাই নিজে লিখি থৈ গৈছে : "বৃদ্ধ প্ৰপিতামহ মধুনাৰায়ণ দলৈ আতা, পিতামহৰ সহোদৰ কুঁহিৰাম আতা বিশিষ্ট সাধু আৰু উদাৰপন্থী পুৰুষ। পিতৃদেৱ দেৱীৰামে গুৱাহাটীত গুৰুট্ৰেইনিং পাছ কৰি শিক্ষক হৈছিল দেখি বিষয়া ভাবত কটাইছিল।" শিক্ষক দেৱীৰামেই তেওঁৰ পুতেক শিশু হৰিনাৰায়ণৰো শিক্ষাগুৰু হৈছিল। পুত্ৰই পিতৃ শিক্ষা-গুৰুৰ বিষয়ে এইদৰে লিখি থৈ গৈছে—

"পঢ়াশালি বহিছিল ৰাতিপুৱা। আমি পিতাৰ লগতে পঢ়াশালিলৈ গৈছিলোঁ। পঢ়াশালিত ছাত্ৰ আছিল ৬০।৭০ জন। ল'ৰাবিলাক চাৰিত বহিছিল। কেইখনমান বাঁহৰ চাঙো আছিল। ওপৰ শ্ৰেণীৰ ছাত্ৰই ওজা ছাত্ৰ হিচাবে সৰু সৰু ল'ৰাক পঢ়াইছিল ; ধৰ্মশিক্ষা কিন্তু পিতাইহে দিছিল। পঢ়া নোৱাৰিলে পিতাই কোনো ছাত্ৰক মাৰিছিল—চেকনি কিন্তু ৰাখিছিল। পিতাই সেই সময়ত দৰমহা পাইছিল, কিন্তু সি মাহিলি পাঁচ টকা। আজিকালি প্ৰায় পঁয়সত্তৰ টকাৰ সমান।"

দত্তবৰুৱাৰপৰা আমি জানিব পাৰোঁ যে দত্তবৰুৱাৰ পিতাক দেৱীৰাম পণ্ডিত, সাধু, মধুভাষী, উদাৰ আৰু দয়ালু চৰিত্ৰৰ আছিল। যি পঢ়াশালিৰ তেওঁ শিক্ষক আছিল সেই পঢ়াশালিৰ ওচৰৰ গাঁওবিলাকৰ ভিতৰত জাহা, তৰমথা, মাধাপুৰৰ ল'ৰাবিলাকেই এই পঢ়াশালিত

পঢ়িছিল। সেই ল'ৰাবিলাকৰ শিক্ষা যে যথাৰ্থ শিক্ষা হৈছিল তাক সহজেই বুজিব পাৰি, কাৰণ পাঁচটকীয়া পণ্ডিত এজনৰ অৱস্থা সঁচাকৈয়ে স্বচ্চল আছিল। কৃতজ্ঞতা স্বৰূপে গাঁৱৰ মানুহে লাও-কোমোৰা, ন-খেতিৰ চাউল উভৈনদীকৈ দিয়াত দেৱীৰাম দত্তবৰুৱাৰ অভাৱ বুলিবলৈ একো নাছিল।

সমৃদ্ধি আৰু অৱস্থাৰ লগত বংশ মৰ্য্যাদাৰ ওতপ্ৰোত সম্বন্ধ। মানুহ অৱস্থাত হীন হৈ পৰিলে বংশ মৰ্য্যাদাৰ গৌৰৱ কৰিব নোৱাৰা হয়। প্ৰসিদ্ধ বুজৰবৰুৱাৰ বংশৰ বংশধৰ হোৱা বাবে "বৰুৱা" উপাধি এই পৰিয়ালৰ লোকসকলৰ নামৰ লগত লিখিত হৈছিল। "দত্ত" উপাধিয়ে সেই সময়ৰ কায়স্থসকলক বুজায়। সেইদেখি দত্তবৰুৱা উপাধিৰে দেৱীৰাম বিভূষিত হ'ল। তদুপৰি তেওঁৰ ভাৰ্য্যা হ'ল প্ৰসিদ্ধ বাৰভূঞাৰ বংশৰ ৰায়চৌধুৰীৰ ঘৰৰ জীয়াৰী। এই সূত্ৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বংশৰ লগতো ঘনিষ্ঠ সম্বন্ধ সংঘটিত হ'ল।

বৈষ্ণৱ ধৰ্মৰ নৱজাতক স্বৰূপ এই শিশু হৰিনাৰায়ণ দত্তবৰুৱাই উজ্জ্বল ধৰ্মৰ প্ৰদীপ হাতত লৈ আহিল। সময়ত এই প্ৰদীপে কাম-ৰূপৰ পাগলাদিয়াৰ পাৰৰপৰা লক্ষীমপুৰৰ ৰঙানৈৰ পাৰলৈকে উজ্জ্বল পোহৰ পেলালে। সেই পোহৰত অসমৰ ধৰ্ম-সাহিত্যৰ বিশাল মন্দিৰ আকৌ আগতকৈ বেচিকৈ উজ্জ্বল হ'ল।

সেই যে পাগ্‌লাদিয়াৰ কাষৰৰ গাঁওখন পূব কালাকুচি: ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পত সেই ঠাইৰ মাটি বিদীৰ্ণ হৈ গ'ল। যেনেকৈ ১৯৫০ চনত ৰঙানৈৰ পাৰ বিদীৰ্ণ হ'ল, ঠিক সেইদৰেই। দেৱীৰাম দত্তবৰুৱাৰ অথন্তৰ ঘটিল। দাৰিদ্ৰ্যৰ দুৰ্দশাৰ অতলত দত্তবৰুৱাৰ পৰিয়াল বুৰ গ'ল।*

১৮৯৭ চনৰ ভূমিকম্পৰ বিষয়ে হৰিনাৰায়ণ দত্তবৰুৱাই নিজৰ ভাষাৰে জ্বলন্ত চিত্ৰ আঁকি থৈ গৈছে।

দেৱীৰাম দত্তবৰুৱা আৰু তেওঁৰ ভাতৃ ধনীৰাম দত্তবৰুৱাই পৰিয়াল প্ৰতিপালন কৰিছিল কৃষি-লক্ষ্মীৰ ওপৰত নিৰ্ভৰ কৰি।

---

*ভূমিকম্প—জেঠমাহ, শনিবাৰ, ইং ১২ জুন, ১৮৯৭—দণ্ডী দত্ত

ভূমিকম্পত শস্যক্ষেত্ৰ কৃষিৰ অনুপযোগী হ'লত চঞ্চলা লক্ষ্মীয়ে হঠাৎ এই ঠাই পৰিত্যাগ কৰি গুচি গ'ল। সামান্য আয় আছিল। দেৱীৰামৰ শিক্ষকস্বৰূপে আৰু মণ্ডল কাম কৰি ধনীৰাম দত্ত-বৰুৱাই সংসাৰৰ ভাৰ বহন কৰিছিল। কিন্তু তেৰোঁ বেলেগ হৈ গ'ল। এই শোকাবহ দাৰিদ্ৰ্যৰ মাজতে হৰিনাৰায়ণ দত্তবৰুৱাৰ ল'ৰালি কাল অতিবাহিত হ'ল।

পিতাকৰ ইচ্ছা আছিল পুতেক হৰিনাৰায়ণক ইংৰাজী স্কুলত পঢ়াই 'বৰলোক' কৰা। কিন্তু সদায় ধনৰ অভাৱ নুগুচাত আৰু হৰিনাৰায়ণে শিক্ষাৰ বাবে কোনো বৃত্তি ধৰিব নোৱাৰাত তেওঁবিলাকৰ মূৰত আকাশী সৰগ ভাগি পৰাৰ দৰে হ'ল।

বাল্য শিক্ষাকাল

চৰিয়া পঢ়াশালিৰপৰা গুৱাহাটীলৈ ২৫ মাইল বাট খোজ কাঢ়ি গৈ হৰিনাৰায়ণে যি প্ৰাইমেৰী পৰীক্ষা দিছিল, সেই পৰীক্ষাত তেওঁ ২য় বিভাগত হে পাছ হ'ল। গতিকে বৃত্তি নাপালে। তেৰেচিয়া নামৰ ঠাইত হৰিনাৰায়ণৰ পেহীয়েক এগৰাকী আছিল। তেৰেচিয়া নলবাৰীৰপৰা আঢ়ৈ মাইল দূৰ। পিতাকে হৰিনাৰায়ণক পেহীয়েকৰ ঘৰতে থৈ নলবাৰী মাইনৰ স্কুলত নাম লগাই দিয়ে। প্ৰায় ৪।৫ মাহ এইদৰে পঢ়াৰ পাচত নলবাৰীৰপৰা আধা মাইল দূৰত খাৰজাৰা নামৰ গাঁৱত বোন্দা গাওঁবুঢ়াৰ হাউলিৰ এটা 'বাহা'ত থাকি পঢ়িবলৈ লয়। ঘৰৰপৰা চাউল-খৰিৰ যোগাৰ পায। নিজে ভাত ৰান্ধি খাই পঢ়া-শুনা কৰিবলৈ ধৰিলে। এবছৰ মান এইদৰে পঢ়াৰ পাচত হৰিনাৰায়ণে ব'ডিঙত থাকিবলৈ লয়। তাতে তেওঁৰ পঢ়া-শুনাৰ লগৰীয়া আছিল চান্দকুচিৰ চিত্ৰমল্ল বৰুৱা, ব্ৰহ্মমল্ল বৰুৱা আৰু দ্বাৰিকামল্ল বৰুৱা আদি।

বাল্য কালত হৰিনাৰায়ণে পিতাকৰ লগত থাকি যি শিক্ষা লাভ কৰিছিল, সেই শিক্ষাই তেওঁৰ জীৱনক গঢ় দিছিল। সৰু কালতেই পিতাকৰ কাষত তেওঁ ৰঙা চুৰিয়া পিন্ধি ভাত খাইছিল। ব'ডিঙত তেনেকৈ খাবলগীয়া নহয়। কিন্তু পৱিত্ৰতা ৰক্ষাৰ শিক্ষা তেওঁ ৰঙা চুৰিয়াৰ ভিতৰেদি পাইছিল।

সৰুকালত আবুৱেকে জহকালি চোতালত বহি তেওঁক সাধুকথা কৈছিল। ব'ডিঙত তেওঁক তেনেকৈ সাধু কওঁতা কোনো নাই।

কিন্তু কিতাপৰ মাজেদিয়েই সেই সাধুকথাবোৰে তেওঁৰ মনত ভুমুকি মাৰেহি। পৰৱৰ্তী কালত এইবোৰতেই তেওঁৰ কাৰণে সাহিত্যৰ বীজ সোমাই আছিল। বীৰত্বপূৰ্ণ ৰামায়ণ মহাভাৰতৰ কাহিনী পিতাকৰ মুখৰপৰাই হৰিনৰায়ণে পোন প্ৰথমে শুনিবলৈ পালে। তদুপৰি পিতাকেই তেওঁক কেনেকৈ খোজ কাঢ়িব লাগে তাকো শিকাইছিল। ভাত খাওঁতে তেওঁক উপদেশ দিছিল—'খাওঁতে খোৱা আহাৰ ধীৰে-সুস্থিৰে খাব লাগে। ৰান্ধনীৰ অসাৱধানতাতো কেতিয়াবা ভাতত চুলি পৰে, মাছত কাঁইট থাকে। বজাৰৰ চাউলতো শিলগুটি থাকে। লৰালৰিকৈ খালে এইবোৰো পেটলৈ যায়। অসাৱধান হৈ খালে ডিঙিত কাঁইট লাগে—মৃত্যুও হ'ব পাৰে। ধীৰে-সুস্থিৰে ৰংমনে চোবাইহে আহাৰ খোৱা উচিত—তেহে তেজ-বল বাঢ়ে—মানুহ স্বাস্থ্যবান হয়।'

ব'ডিঙত থকা কালত এনেকুৱা সোণালী উপদেশ পোৱাত হৰিনাৰায়ণৰ আৰু ব্যাঘাত ঘটিল। তথাপি মৃত্যুৰ কাললৈকে হৰিনাৰায়ণ দত্তবৰুৱাই যি অটুট স্বাস্থ্য-বল ৰাখি যাব পাৰিলে, তাৰ খাই ভেঁটি হ'ল তেওঁৰ পিতাদেৱেকৰ অমোঘ অনুশাসন।

নলবাৰী মাইনৰ স্কুলত পঢ়োঁতে যিসকল শিক্ষকৰ সংস্পৰ্শত হৰিনাৰায়ণে শিক্ষা-জীৱন অতিবাহিত কৰিলে সেইসকলৰ ভিতৰত আছিল বগুৰিহাটীৰ বিজয়চন্দ্ৰ মেধি, ককয়াৰ ধনেশ্বৰ শৰ্মা, বৰ্তমান কটন কলেজৰ অধ্যাপক ডঃ কালিনাথ শৰ্মাৰ পিতৃ কুচিয়া গাঁৱৰ লক্ষ্মীনাথ শৰ্মা, বিষ্ণুপুৰৰ মহীপতি দাস, তেজপুৰৰ প্ৰতাপচন্দ্ৰ হাজৰিকা, সুন্দৰীদিয়াৰ মহেশ্বৰ পাটোৱাৰী আদি।

শ্ৰেণীৰ পিচত শ্ৰেণীকৈ হৰিনাৰায়ণ শিক্ষাৰ মন্দিৰ স্বৰূপ সেই নলবাৰী মাইনৰ স্কুলত আগবাঢ়ি যাবলৈ ধৰিলে। বছৰেকীয়া পৰীক্ষাত তেওঁ হৈছিল প্ৰথম নাইবা দ্বিতীয়। তেওঁ ৰচনা লিখা কাম আৰম্ভ কৰিছিল এই স্কুলতে। ছাত্ৰসভাত নিজৰ ৰচনা পাঠ কৰি তেওঁ সকলোৰে প্ৰশংসা লাভ কৰিছিল। বক্তৃতা দিয়া বিদ্যাত তেওঁ তেতিয়াও পটু হোৱা নাছিল।

১৯০৪ চনত মাইনৰ পৰীক্ষা আহিল। হৰিনাৰায়ণ পৰীক্ষাত উত্তীৰ্ণ হ'ল। কিন্তু বৃত্তি ধৰিব নোৱাৰিলে। পিতাকৰ মাইনৰ স্কুলৰ খৰচ বহন কৰাটোৱেই আছিল কষ্টকৰ। এতিয়া হাইস্কুলৰ

পঢ়াৰ বাবে পুতেকক খৰচ যোগায় কেনেকৈ ? গোটেই কামৰূপ জিলাত তেতিয়া মাথোন দুখন হাইস্কুল। এখন গুৱাহাটীত আৰু এখন বৰপেটাত।

হৰিনাৰায়ণ দত্তবৰুৱাই নিজৰ জীৱন-স্মৃতিত তেওঁৰ শিক্ষাৰ এই সন্ধিক্ষণৰ বিষয়ে এনেকৈ লিখিছে—

'হাইস্কুলত পঢ়িবলৈ হ'লে ঘৰৰপৰা খৰচ যোগাব লাগে; মোৰ উপায় নাইকিয়া হ'ল।'

বিহুৰাম মজুমদাৰ হৰিনাৰায়ণৰ আত্মীয় আছিল। তেওঁ গৌৰীপুৰ হাইস্কুলত ব'ৰ্ডিঙত থাকি পঢ়িছিল। এওঁ পথ-প্ৰদৰ্শক হ'ল।

গৌৰীপুৰৰপৰা ২৪ মাইল দূৰৈৰ ঘুল্লাত হৰিনাৰায়ণৰ দুজন মোমায়েক আছে বুলি মাকৰ মুখত শুনি হৰিনাৰায়ণে মোমায়েক দুজনৰ কাষ চাপিবৰ মন মেলিলে। কিন্তু তেওঁবিলাকৰ উৱাদিহ বা ক'ত ? ঘুল্লাত বৰুৱা উপাধিৰ ভালেমান সৰু সৰু জমীদাৰ আছে।

অকলে খোজ কাঢ়ি হৰিনাৰায়ণ সেই বৰুৱা এঘৰত ওলালগৈ। লগুৱা এটাই এগিলাচ পানী আৰু বাতাচা চাৰিটা খাবলৈ দিলে। পাচত অৱশ্যে তপত গাখীৰৰ লগত চিৰাও খাবলৈ দিলত হৰিনাৰায়ণে বাটকুৰি বাই যোৱা ভাগৰ মাৰিবলৈ পৰম তৃপ্তিৰে খালে। খাই থাকোঁতে এগৰাকী বুঢ়ীয়ে ওলাই আহি কবলৈ ধৰিলে, 'বোপাই, তই কাৰ বুকুৰ ধন ? এই ঠাইখন বৰ বেয়া। তই ইয়াত থাকিব নালাগে। ইয়াৰ প্ৰায়বিলাক ঠগ। তই কাইলৈ ৰাতি পুৱালেই গুচি যাবি।'

হৰিনাৰায়ণে বুঢ়ী গৰাকীৰ কথাকে ৰাখিলে। ৰাতি দুজনমানক লগ পাইছিল, কিন্তু ভাল মানুহ যেন নালাগিল।

ৰাতিপুৱা গৌৰীপুৰলৈ আহি মোমায়েক দুজনৰ খবৰ লৈ হৰিনাৰায়ণে দেখিলে যে তেওঁবিলাকৰ বিষয়ে কোনেও একো কব নোৱাৰে।

এইবাৰ হৰিনাৰায়ণ গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ সুদৃষ্টিত পৰিল। হাইস্কুলৰ ষ্টাইপেণ্ড দি ছাত্ৰ পঢ়োৱা হয়। নিৰ্দিষ্ট সংখ্যক ষ্টাইপেণ্ড। সেইবোৰো দিয়া শেষ হৈ গ'ল। ৰজাই হৰিনাৰায়ণক একো ষ্টাইপেণ্ড দিব নোৱাৰিলে। ডাক-জাহাজৰ টিকট কিনি দি ৰজা বাহাদুৰে হৰিনাৰায়ণক গুৱাহাটীলৈ পঠিয়াই দিলে।

ডাক-জাহাজত উঠি হৰিনাৰায়ণ গোৱালপাৰা পালেহি। তাত আছিল সাধিৰাম কাকতী। অসমৰ বিখ্যাত গণিতজ্ঞ। গোৱালপাৰাৰ মঙ্গলীয়া স্কুলৰ হেড্ পণ্ডিতৰ কাম কৰিছিল সাধিৰাম কাকতীয়ে। হৰিনাৰায়ণক দেখি সাধিৰাম কাকতীয়ে যেন হৰিনাৰায়ণৰ ভৱিষ্যৎ তৎক্ষণাৎ বুজিব পাৰিলে। তেওঁৰ দৰেই হৰিনাৰায়ণো যে সময়ত গণিতজ্ঞ হৈ উঠিব তাৰ আভাস তেওঁ হৰিনাৰায়ণৰ চকুৰে-মুখে পালে। অভয়াপুৰীৰ ৰাণী বিদ্যোৎসাহিনী। ৰাণীয়ে ষ্টাইপেণ্ড এটা দি হৰিনাৰায়ণৰ উচ্চ শিক্ষাৰ পথ মুকলি কৰি দিব পাৰে বুলি আশা কৰি কাকতীয়ে হৰিনাৰায়ণক অভয়াপুৰীলৈ যাবলৈ ক'লে। কাকতীৰ কণ্ঠত আছিল নিৰাশাৰ সুৰ। সেই দেখিযেই নিৰাশেই হ'ব লগীয়া হ'ল হৰিনাৰায়ণো। ৰাণীয়ে যদিও অভয়াপুৰীত বিনা মাচুলে শিক্ষা দিবলৈ গাত ললে, খোৱা-বোৱাৰ খৰচ বহন কৰাৰ দায়িত্ব নললে। ঘৰৰপৰা চাউল-পাত আনি অভয়াপুৰীত থাকি স্কুলত পঢ়া কথাটো এক প্ৰকাৰ অসম্ভৱ। সেই দেখি অভয়াপুৰীকো 'বিদায় জনাই হৰিনাৰায়ণ গুৱাহাটী পালেহি।

উচ্চ শিক্ষাত জলাঞ্জলি

গুৱাহাটীতে বাল্যবন্ধু চান্দকুচিৰ ব্ৰহ্মমল্ল বৰুৱাৰ লগত দেখা। চাৰ্ভে স্কুলত পঢ়াৰ মনোভাব হ'লত ব্ৰহ্মমল্লৰ সৈতে গোট খাই হৰিনাৰায়ণে চাৰ্ভে স্কুলৰ অধ্যক্ষ প্ৰভাত সৰস্বতীক দেখা কৰিলে। সৰস্বতীয়ে দৰ্খাস্ত দিবলৈ ক'লে। দৰ্খাস্ত দিয়া আৰু নহ'ল। চাৰ্ভে স্কুলত পঢ়া কথাও চিৰকালৰ কাৰণে তল পৰিল।

কামাখ্যাচৰণ সেন আছিল নলবাৰীত স্কুল চাব্ ইন্স্পেক্টৰ। তেওঁ হৰিনাৰায়ণক ক'লে, তিনি টকা দৰমহাত এপ্ৰেণ্টিচ্ শিক্ষকৰ কামকে কৰা। এপ্ৰেণ্টিচ্ শিক্ষকৰ কামো কৰা নহ'ল।

যি নহওক ইমানতে হৰিনাৰায়ণৰ শিক্ষা-জীৱনৰ ওৰ পৰিল। উচ্চ শিক্ষা লাভ আৰু তেওঁৰ অদৃষ্টত নঘটিল। যিজনে পাচত অনেক উচ্চ শিক্ষাৰ্থীৰ শিক্ষা পথৰ অৱলম্বন স্বৰূপ অলেখ গ্ৰন্থ প্ৰণয়ন কৰিব লগীয়া হৈছিল, তেওঁ নিজেই উচ্চ শিক্ষাৰ দুৱাৰ সমুখত চিৰকালৰ কাৰণে বন্ধ হোৱা দেখিলে। ঈশ্বৰৰ কি অভিপ্ৰায় ক'ব নোৱাৰি, পৃথিৱীৰ সকলো সজ লোকৰ জীৱনত প্ৰথমতে প্ৰবল প্ৰতিবন্ধক আৰু শোচনীয় দুখ-বিপদে দেখা দিয়ে।

হৰিনাৰায়ণৰ জীৱনতো ইয়াৰ ব্যতিক্ৰম নঘটিল।

# দত্তবৰুৱাৰ জীৱন-কথা

শিক্ষাব্ৰতী হৰিনাৰায়ণ দত্তবৰুৱাৰ কৰ্ম-জীৱনৰ আৰম্ভণি কৰি দিলে প্ৰতাপচন্দ্ৰ হাজৰিকাই। হাজৰিকাৰ নাম জড়িত হৈ আছে যোৰহাটতো, ডিব্ৰুগড়তো। দত্তবৰুৱাৰ জীৱনৰ লগত বিশিষ্ট সম্বন্ধ থকা প্ৰতাপচন্দ্ৰ হাজৰিকা তেজপুৰৰ। যি সময়ত দত্তবৰুৱাৰ লগত তেওঁৰ প্ৰথম সম্পৰ্ক, তেতিয়া তেওঁ শিক্ষাব্ৰতী। প্ৰথমতে দত্তবৰুৱাৰ লগত পৰিচয় তেওঁৰ শিক্ষকৰূপে। তেওঁ শিক্ষক, দত্তবৰুৱা ছাত্ৰ। পাচত হাজৰিকা স্কুলৰ চাব-ইন্‌স্পেক্টৰ। এইবাৰ দত্তবৰুৱাৰ কৰ্ম-জীৱনৰ সঁচাৰ-কাঠী তেওঁৰ হাতত। ভৱিষ্যতৰ বিপুল কৰ্মময় জীৱন-মন্দিৰ দত্তবৰুৱাৰ। তাৰ সিংহ দুৱাৰ এতিয়াও মেল খোৱা নাই। পৰমেশ্বৰেই সকলো কৰ্মৰ গুৰি। তথাপি মানুহক তেওঁ নিজৰ অস্ত্ৰ স্বৰূপে লয়। পৰমেশ্বৰে অস্ত্ৰ স্বৰূপ প্ৰতাপচন্দ্ৰ হাজৰিকাই ভাবী শিক্ষক দত্তবৰুৱাৰ শিক্ষাব্ৰতীৰ বাটত অৱলম্বনৰ স্তম্ভৰূপেই দেখা দিলে।

**কৰ্মজীৱনৰ মোক মোকালি**

পথ-প্ৰদৰ্শক প্ৰতাপচন্দ্ৰ হাজৰিকাৰ বিষয়ে দত্তবৰুৱাই নিজে এইদৰে লিখি থৈ গৈছে--

'এনেতে এদিন হঠাৎ প্ৰতাপচন্দ্ৰ হাজৰিকাদেৱক বাটত লগ পালোঁ। তেখেত আমাৰ নলবাৰী মাইনৰ স্কুলৰ হেড্ মাষ্টৰ আছিল। মোক বৰ মৰম কৰিছিল। সেই সময়ত তেখেত শিৱসাগৰৰ স্কুল চাব্ ইনস্পেক্টৰ আছিল। তেখেতে মোৰ পঢ়া বন্ধ হোৱা দেখি বেজাৰ কৰিলে। পাচত যেতিয়া পাঠশালাৰ কাম কৰিবলৈ ইচ্ছা কৰা শুনিলে তেখেতে লগতে শিৱসাগৰলৈ নিব খুজিলে।'

দত্তবৰুৱাৰ শিৱসাগৰ যাত্ৰা প্ৰসঙ্গত তেওঁৰ দেউতাকৰ ব্যাকুলতা উপলব্ধি কৰিব লগীয়া। সেই সময়ত তেওঁ ঘৰ এৰি গুচি যাব বহু দূৰৈৰ উজনিলৈ এইটো যেন দেউতাকে সহ্য কৰিব নোৱাৰিলে। সেইদিনা দুপৰীয়া দহ-এঘাৰমান বজাত পুতেক যাত্ৰা কৰি ওলাল। দেউতাক ঘৰত নাই। আগদিনাই তেওঁৰ দেউতাকৰ খুৰাদেৱেকৰ ল'ৰা শ্ৰীহৰিৰ ঘৰত দেউতাক আবদ্ধ। পুতেকৰ কাৰণে পৰামৰ্শ কৰাৰ অভিপ্ৰায়। যাতে পুতেক গুৱাহাটীতে অথবা ওচৰ-কাষৰতে থাকে। কিন্তু যাত্ৰাৰ দেৱতা গৰাকীয়ে হৰিনাৰায়ণক ক'লে, 'হেৰ, ওলা, তোৰ কাৰণে সেই পুব দিগন্তই বাট চাই আছে।

**শিৱসাগৰ যাত্ৰা**

সূৰ্য্যোদয়ৰ দেশেই পূব দিগন্ত। নাম-ধৰ্ম বিদিত কৰিবলৈ কৃষ্ণ-সূৰ্য্য উদিত হোৱাৰ দৰেই সেই কালেই উদয় হৈছিল শ্ৰীশঙ্কৰদেৱ। তাৰো বহুত পূৱে, বহুত উত্তৰে উদয় হৈছিল শ্ৰীমাধৱদেৱ। এই দুজনা মহাপুৰুষৰ সাহিত্যৰাজিৰ শ্ৰেষ্ঠ সেৱক হ'ব লাগিব তই।' কাল-দেৱতাৰ এই আহ্বান-বাণীত পিতৃ-স্নেহ নিষ্প্ৰভ হৈ গ'ল।

নলবাৰী ৰেল-ষ্টেচনত হৰিনাৰায়ণ থিয় হ'লগৈ। দেউতাক ঘৰতো নাই, ষ্টেচনতো নাই।

দত্তবৰুৱাই এই যাত্ৰা প্ৰসঙ্গত নিজেই এইদৰে পুত্ৰ-সুলভ ভাষাৰে লিখি থৈ গৈছে—

'ভাত-পানী খাই মই পিতৃদেৱলৈ বাট চালোঁ—লাহে লাহে দহ বাজিল—তথাপি আহি নোপোৱা দেখি মই ৰেল ষ্টেচনলৈ খোজ ললোঁ। সেইদিনা আমাৰ শিক্ষাগুৰু হাজৰিকাদেৱৰ যাব। তেখেতেই হৈছে আমাৰ আশ্ৰয়; তেখেতৰ লগত নগ'লে অকলে যোৱাত অসুবিধা হ'ব পাৰে। সেই কাৰণে যাত্ৰা কৰোঁতে মনতে পিতৃদেৱক সেৱা কৰি যাব লগীয়া হৈছিলোঁ। পাচত শুনিলো—পিতৃদেৱ লৰালৰিকৈ মই থকা বৰুৱাৰ ঘৰলৈ আহিছিল, মোক নাপাই লৰি ষ্টেচন পাইছিল—তেখেত গৈ পাওঁতেই ৰেল এৰি দিছিল হেনো।'

**শিৱসাগৰৰ নিম্নপ্ৰাথমিক স্কুলত শিক্ষকতা**

ডবাপিটা বৰঘুণৰ মাজেদি নামতি-আলি ষ্টেচনৰপৰা গৌৰীসাগৰৰ পুখুৰীৰ' পাৰত প্ৰতাপচন্দ্ৰ হাজৰিকাৰ সৈতে হৰিনাৰায়ণ দত্তবৰুৱাৰ ৰ'লগৈ। সেই পুখুৰীৰ পাৰতে এখন ডাঙৰ প্ৰাইমেৰী স্কুল। শিক্ষকজন বিখ্যাত চলিহা বংশৰ। ভৱিষ্যতলৈ যিজনে 'কায়স্থৰ ইতিবৃত্ত' লিখিব, তেওঁ নিভাঁজ কায়স্থ মানুহৰ সংস্পৰ্শলৈ নাহিলে চলিব কেনেকৈ? প্ৰতাপচন্দ্ৰ হাজৰিকাই ক'লে, 'শুনা হৰিনাৰায়ণ, এই চলিহাজন কায়স্থ বংশৰ। তুমি এওঁৰ ৰন্ধা ভাত খোৱাত আপত্তি নকৰিবা।' চলিহা-পণ্ডিতৰ লগত ভাত খাই হৰিনাৰায়ণ গধূলি পৰত শিৱসাগৰ পালেগৈ। প্ৰতাপচন্দ্ৰ হাজৰিকাৰ ঘৰত দুদিনমান থকাৰ পাচত হৰিনাৰায়ণ আৰু তেওঁৰ লগৰীয়া ব্ৰহ্মমল্ল বুজৰবৰুৱা (লগত ব্ৰজমল্লও গৈছিল) দুয়োকো শিক্ষকৰ কামত নিয়োগ কৰি, হৰিনাৰায়ণক দিলে শিৱসাগৰৰপৰা তেৰ মাইল দূৰৈৰ টেঙা পুখুৰীত; ব্ৰহ্মমল্লক দিলে এঙাৰধোৱাত।

ব্ৰহ্মমল্ল বয়োজ্যেষ্ঠ আৰু শকত-আৱত। সেই দেখি ব্ৰহ্মমল্লকে এনে এখন দূৰৈৰ স্কুলত দিলে, য'ৰপৰা চৰাইদেউ মৈদামলৈ সৰহ দূৰ নহয়। ১৯০৪ চনৰ জুলাই মাহৰ ২৮ তাৰিখৰ নিয়োগ-পত্ৰ মতে হৰিনাৰায়ণ আৰু ব্ৰহ্মমল্ল দুয়ো শিক্ষক হ'ল।

শিৱসাগৰৰ টেঙাপুখুৰী পঢ়াশালিত হৰিনাৰায়ণক পোন প্ৰথম শিক্ষক পদত নিযোগ কৰা চৰ্কাৰী চিঠিৰ নকল তলত দিয়া হ'ল—

শ্ৰীহৰিনাৰায়ণ দত্ত,

তোমাক আন হুকুম নোহোৱালৈকে টেঙাপুখুৰী পঢ়াশালিত পণ্ডিত নিযুক্ত কৰা হ'ল। তুমি সেই পঢ়াশালিৰ বৰ্তমান পণ্ডিত শ্ৰীমিঠাৰাম কাকতিৰপৰা সেই পঢ়াশালিৰ চাৰ্জ লৈ নিয়মমতে পঢ়াশালিৰ কাম কৰি থাকিবা। ইতি—

Sibsagar
28-7-04.

স্বাঃ M.
S. I. of Schools

এমাহ এমাহকৈ সাত মাহ পাৰ হৈ গ'ল। টেঙাপুখুৰী পঢ়াশালিৰ শিক্ষক হৰিনাৰাযণ দত্তবৰুৱাৰ কৰ্ম-জীৱনৰ প্ৰাৰম্ভত দুই এজন বিখ্যাত পুৰুষেও ভুমুকি মাৰিলে। তাৰে ভিতৰত অগ্ৰগণ্য হ'ল শিলাকুটি মৌজাৰ মৌজাদাৰ ইন্দ্ৰেশ্বৰ ৰাজখোৱা। তেওঁৰ বহা আছিল টেঙাপুখুৰী পঢ়াশালিৰ কাষতেই। ৰাজখোৱাৰ শৰীৰত ৰাজশ্ৰী। তিনি কুৰি ছয় বছৰ বয়সৰ থুলন্তৰ শৰীৰত যৌৱনৰ আভা। পকা থেকেৰাৰ দৰে মুখৰ বৰণ, দাঁতৰ শাৰী ধুনীয়া, চুলি দুই এডাল মাখোন পকিছিল। মূৰত মথুৰা পাগ। ঘোঁৰাত উঠি ফুৰে। শিৱসাগৰৰ মৌজাৰপৰা তেওঁ থকা ঠাইলৈ ঘোঁৰাৰে অহা-যোৱা কৰিছিল। ঘোঁৰা আছিল দুটা। এনেকুৱা-ঘোঁৰা এটাত এদিন তেওঁৰ লগতে হৰিনাৰায়ণেও উঠিবলৈ পাইছিল। ঘোঁৰাতো উঠিবলৈ পাইছিল, লগত বহি জলপান খাবলৈকো পাইছিল। তেতিয়া হৰিনাৰায়ণৰ বয়স মুঠেই সোতৰ বছৰ। এই সোতৰ বছৰ বয়সীয়া হৰিনাৰায়ণৰ লগত তিনিকুৰি ছয় বছৰ বয়সৰ বয়োবৃদ্ধ ইন্দ্ৰেশ্বৰ ৰাজখোৱাৰ আনন্দপূৰ্ণ কথোপকথন হৈছিল।

ইন্দ্ৰেশ্বৰ ৰাজখোৱা

সাত মাহ কাল শিৱসাগৰৰ টেঙাপুখুৰী পঢ়াশালিত দত্তবৰুৱাই শিক্ষকৰ কাম কৰে। ক'ৰ উত্তৰ কামৰূপৰ পূব কালাকুচি গাঁও আৰু ক'ৰ উজনিৰ শিৱসাগৰৰ টেঙাপুখুৰী। একে অসমীয়া মাত-কথা হ'লেও পূব কালাকুচিৰ যি কথিত ভাষা শিৱসাগৰৰ টেঙাপুখুৰীৰ কথিত ভাষাৰ লগত তাৰ সমন্বয় ঘটিল শিক্ষক দত্তবৰুৱাৰ প্ৰীতি-আলাপত। একে বিৰাট প্ৰকৃতিৰ বিচিত্ৰ ৰূপ-মাধুৰীৰ দৰে একে অসমীয়া ভাষাৰ বিচিত্ৰ শব্দ-বিন্যাসে শিক্ষক দত্তবৰুৱাৰ মনত খলকনি তুলি দিলে। টেঙাপুখুৰীৰ কণ কণ ছাত্ৰ-ছাত্ৰী পঢ়াওঁতে কিশোৰ শিক্ষক দত্তবৰুৱাই হাতত ছেকনী লৈছিল নে নাই সেই কথা পাহৰণিৰ বুকুত থাওক। কিন্তু তেওঁ সেই শিশুবোৰৰ থুনুক-থানাক মাতবোৰৰ ভিতৰেদি শিশুৰ সৰল অন্তঃকৰণৰ পৰিচয় পাই ভৱিষ্যতৰ শিশু-সাহিত্যত প্ৰণোদিত হ'বলৈ যথেষ্ঠ সমল পাইছিল।

প্ৰতাপচন্দ্ৰ হাজৰিকা

শিৱসাগৰৰ কণ কণ শিশুসকলৰ মাজত দত্তবৰুৱাৰ এমাহ এমাহকৈ সাত মাহ গ'ল। ভৱিষ্যতৰ শিক্ষকমণ্ডলীৰ মাজত যিজন শিক্ষকে শীৰ্ষ আসন লাভ কৰিব, অসংখ্য তাৰকাৰাজিৰ মাজত শিক্ষা-গগন পোহৰ কৰি যিজন পূৰ্ণচন্দ্ৰৰ উদয় হ'ব, তেওঁ ষোল কলাৰে পূৰ নহ'লেও পঞ্চমী, ষষ্ঠী বা সপ্তমীৰ পোহৰ বিকীৰণ কৰিবলৈ যে সমৰ্থ হ'ব তাৰে আভাস যেন পালে স্কুল পৰিদৰ্শক প্ৰতাপচন্দ্ৰ হাজৰিকাই।

প্ৰতাপচন্দ্ৰ হাজৰিকাই প্ৰশস্ত ললাট দেখিলে দত্তবৰুৱাৰ, ৰক্তিম মুখৰ আভাত দেখা পালে তেজ, আৰু ধীশক্তিৰে পৰিপূৰ্ণ দুই চকুৰ মাজ ঠাইত দেখা পালে জ্যোতি। প্ৰশস্ত হৃদয়, হাস্যমুখ এই কিশোৰ শিক্ষক হৰিনাৰায়ণ। শিক্ষা ব্ৰতত দীক্ষিত হৈ শিক্ষা-মন্দিৰৰ দুৱাৰ মুখত অঞ্জলি লৈ দত্তবৰুৱা সন্তৰ্পণে থিয় হ'ল। পাঠ্যপুথিৰ চূড়ান্ত অভাৱ নবীন শিক্ষক দত্তবৰুৱাৰ চকুত তমোৰাশিৰ দৰে স্তূপাকাৰ হ'ল। অৱশ্যে এই তমো বিদীৰ্ণ কৰি পানীন্দ্ৰ গগৈ, পদ্মনাথ গোহাঁইবৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, আব্দুল মজিদ, দেৱেশ্বৰ চলিহা প্ৰমুখ শিশু-সাহিত্যৰ পূজাৰীসকলে অনবদ্য নৈবেদ্য সম্ভাৰ গোটাই যে গ'ল সঁচা, কিন্তু ভূগোল, বুৰঞ্জী, গণিত, ধাৰাপাত, মৌখিক, শুভঙ্কৰীৰ দুৱাৰৰ যে অৰ্গল বন্ধ। "পঢ়াশালিৰপৰা বিশ্ব ব্ৰহ্মাণ্ড" ৰচনা কৰিব পৰা অঘোষ অধিকাৰী যে অসমত ওপজা নাই এতিয়াও।

হৰিনাৰায়ণ দত্তবৰুৱাৰ মস্তিষ্কৰ অণুৱে অণুৱে বিজুলীৰ তৰঙ্গ খেলিলে।

পানীন্দ্ৰ গগৈৰ 'আদি শিক্ষা'ই কয়, 'গগৈদেও অসহনি, গাম-খাৰু ওলগনি; জকাইচুক, পানীপকুৱা, তিৰবিৰণি ডেকাবৰুৱা।' ইত্যাদি।

আনন্দচন্দ্ৰ আগৰৱালাৰ আৰু উজ্জ্বল কবিতা—'বছৰত বাৰ মাহ শুনা ল'ৰাহঁত, নতুন বছৰ হয় বহাগ মাহত, তাৰ পিছে জেঠ মাহ বাৰ খৰ টান, ৰ'দ আৰু পিযাহত বিয়াকুল মন।' ইত্যাদি।

পদ্মনাথ গোহাঁইবৰুৱাৰ নীতি-শিক্ষাই কয়—

'নাহৰ পুলিটি উঠি
দুপতীয়াতেই
শিষ্টৰ চিনাকি দিযে
লেউ সেউ হ'ই।

সৰগ ধিয়াই তোলে
কলচীয়া শিৰ
নিলগতে শোভা পায
প্ৰকৃতি মন্দিৰ।'

আব্দুল মজিদৰ নিম্ন প্ৰাইমেৰী পাঠ প্ৰথম আৰু দ্বিতীয় ভাগে বেণুধৰ ৰাজখোৱা আৰু দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ কবিতা বুটলি বুটলি আনিলে যথাক্ৰমে 'এনি তেনি ফুৰি থাকোঁ উমলি-জামলি, ক'ত ৰং পাওঁ সাজি মাটিৰ পুতলী'; আৰু 'নোমলে নিচেই সৰু বিড়ালি কণিক, ক'ত ভাল পাওঁ মই মাকতো অধিক; মহম্মদ চুলেমান খাঁৰ কেনেনো জোনাক ৰাতি চোৱা আজি ভাই, দেখিলেই দেহা-মন জুৰ পৰি যায়'; দেৱেশ্বৰ চলিহাৰ 'প্ৰথম পাঠ'ৰ 'বৰ ভাল কথা আজি পাঠ হ'ল শেষ, এতিয়া ওচৰ চাপি শুনা উপদেশ'····'পকা সুমথিৰা দৰে সেন্দূৰীয়া ৰং, পূব পিনে আকাশত দিলেহি বৰণ।'

এইবোৰ কবিতা পাঠৰ মাজেদিয়েই সাহিত্য শিক্ষক দত্তবৰুৱাই টেঙাপুখুৰী পঢ়াশালিৰ শিক্ষাৰ লুইতত বাৰে বাৰে পাৰি দিলে।

এইদৰে টেঙাপুখুৰী পঢ়াশালিত সাহিত্য শিক্ষাৰ নৌ এবছৰ পূৰ হওঁতেই প্ৰতাপচন্দ্ৰ হাজৰিকাই হৰিনাৰায়ণ দত্তবৰুৱাক গুৱাহাটীৰ নৰ্মাল স্কুলত প্ৰশিক্ষণ লাভ কৰিবৰ বাবে পাঁচ টকাৰ বৃত্তিৰ বন্দোবস্ত কৰি দিলে। দত্তবৰুৱাৰ লগৰীয়া চান্দকুচিৰ ব্ৰহ্মমল্ল বৰুৱাও আছিল চৰাইদেও মৈদামৰ ওচৰৰ এঙাৰধোৱা পঢ়াশালিত শিক্ষকতা কৰি। তেওঁকো নৰ্মাল স্কুলত পঢ়িবলৈ প্ৰতাপচন্দ্ৰ হাজৰিকাই একেদৰেই বৃত্তিৰ বন্দোবস্ত কৰি দিলে।

দুয়োখন নৈ কিছুদূৰ একেলগেই বৈ গ'ল।

টেঙাপুখুৰী আৰু এঙাৰধোৱা পঢ়াশালি এৰি দুয়ো আহিল গুৱাহাটীৰ নৰ্মাল স্কুলত পঢ়িবলৈ।

টেঙাপুখুৰী আৰু এঙাৰধোৱা দুয়োখনৰে যেন দুটা ডাঙৰ ব্ৰত। টেঙাপুখুৰীৰ পানী গাখীৰত দিলেই যে গাখীৰ দৈ হৈ যায়— যি দৈ সকলো মাঙ্গলিক উৎসৱত প্ৰয়োজন। এঙাৰ অজ্ঞনতাৰ ভগ্নাৱশেষ— আন্ধাৰৰ প্ৰতীক। অন্তৰৰ তমোক যি দূৰ কৰিব পাৰে তেৰেঁইহে ধুব পাৰে এঙাৰ। ব্ৰহ্মমল্লই যদি তমো দূৰ কৰিব নোৱাৰে, তেনে ব্ৰহ্ম নামৰ সাৰ্থকতাই বা কি?

এই হৰিনাৰায়ণ আৰু ব্ৰহ্মমল্লক চিনি পালে শিক্ষা বিভাগৰ কৰ্মচাৰী প্ৰতাপচন্দ্ৰ হাজৰিকাই।

গুৱাহাটীৰ নৰ্মাল স্কুলত

আহোম ভাষাত সুপণ্ডিত ঘনকান্ত বৰুৱা আছিল গুৱাহাটীৰ নৰ্মাল স্কুলৰ অধ্যক্ষ। তেখেত যন্ত্ৰবাদ্যত সুনিপুণ আছিল আৰু বৰ দক্ষতাৰে তবলা বজাব জানিছিল। অসমীয়া সাহিত্যত ধেমেলীয়া ৰচনাত তেখেতৰ নাম আছে। এখেতৰ 'চুমা বিজ্ঞান' প্ৰবন্ধ বাঁহী কাকতত ওলাইছিল। তেখেত উৎসাহী খেলুৱৈ আৰু চিকাৰী আছিল।

দত্তবৰুৱাই নিজৰ জীৱন-বৃত্তান্তত তেখেতৰ বিষয়ে এইদৰে লিখি গৈছে—

"আমাৰ নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট্ আছিল ঘনকান্ত বৰুৱা বি-এ দেৱ। তেখেত নাগপুৰত প্ৰশিক্ষণ লৈ আহিছিল। তেখেতে আমাক বৰ মৰম কৰি পঢ়াইছিল আৰু আবেলি আমাৰ সৈতে সদায়

বল খেলিছিল। তেখেতৰ ইমান উৎসাহ আছিল যে, স্কুলৰপৰা গৈ জলপান খায়েই বোডিঙলৈ আহি আমাক মাতিছিল—"কোমল চাউল খোৱা পেটুৱাহঁত, আহিবৰ হোৱা নাইনে ?....."

তেখেতে এদিন শ্ৰেণীত পাঠ পঢ়াই থাকোঁতে আমাক সুধিছিল, "লিখাচোন, জীৱনৰ কাৰ কি সঙ্কল্প।" মই লিখিছিলোঁ, "কিছু দিন স্কুলত চাকৰি কৰি পিতাৰ নামত এখন স্কুল পাতিম।"

কোৱা বাহুল্য, প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষক দত্তবৰুৱাই এই সঙ্কল্প কাৰ্য্যত পৰিণত কৰিলে।

গুৱাহাটীৰপৰা নৰ্মাল স্কুলখন যোৰহাটলৈ উঠি গ'ল। এই যোৰহাটৰ নৰ্মাল স্কুলেই দত্তবৰুৱাৰ বিশাল কৰ্মক্ষেত্ৰৰ কেন্দ্ৰস্থল হৈ পৰিল। গুৱাহাটীৰ নৰ্মাল স্কুলত প্ৰশিক্ষণ লৈ দত্তবৰুৱাই যোৰহাটৰ নৰ্মাল স্কুলত সেই প্ৰশিক্ষণৰ কাৰ্য্যকৰী ৰূপ দিবলৈ যেন ওৰে জীৱনটো বাট চাই আছিল। সেইবাবে গুৱাহাটীৰ নৰ্মাল স্কুলত তেওঁৰ যেনেকৈ উদয়াচল, সেইদৰে যোৰহাটৰ নৰ্মাল স্কুলত তেওঁৰ অস্তাচল দেখিবলৈ পাওঁ। দত্তবৰুৱাৰ প্ৰথম শিক্ষক জীৱনত প্ৰতিভাৰ উগ্ৰ প্ৰকাশ নাই যদিও প্ৰভাত-সূৰ্য্যৰ কোমল কিৰণ তাত সন্নিবেশিত আছিল। যোৰহাট নৰ্মাল স্কুলৰপৰা 'প্ৰভাত' নামেৰে যি আলোচনী ওলাইছিল, সি দত্তবৰুৱাৰ সম্পাদনাতে মনোহৰ ৰূপ ধাৰণ কৰিছিল। সেইবাবে শিক্ষকৰ প্ৰতিভাত দত্তবৰুৱা প্ৰভাত-সূৰ্য্যই আছিল।

নগাঁও গৱৰ্ণমেণ্ট মজলীয়া স্কুলত

১৯০৭ চনৰ ৩১ জুলাই অৰ্থাৎ বৰ্তমান সময়ৰপৰা ৫৭ বছৰৰ পূৰ্বে হৰিনাৰায়ণ দত্তবৰুৱাই নগাঁৱৰ গৱৰ্ণমেণ্ট মজলীয়া স্কুলৰ ৬ষ্ঠ শিক্ষকৰ পদত নকবল হ'ল।

দত্তবৰুৱাই লিখিছে, "দৰমহা পাইছিলোঁ এঘাৰ টকা। তলৰ শিক্ষকৰ দৰমহা সিমানেই আছিল। খৰচো বেচি নাছিল। চাউল টকাত আছিল ১৪।১৫ সেৰ; দালিৰ সেৰে দুই অনা ইত্যাদি। মই মাহিলি পাঁচ টকামানকৈ ঘৰলৈ পঠাইছিলোঁ।"

১৯০৭ চনৰ নগাঁও। কেনেকুৱা বা সেই সময়ৰ পৰিস্থিতি। মহাপুৰুষৰ জন্মভূমি নগাঁও। তথাপি তেতিয়াও তাত মহাপুৰুষৰ কীৰ্তি-কাহিনী বিঘোষিত হোৱা নাই। কোন শ-শ বছৰৰ আগত

ৰচিত শাস্ত্ৰ, সাঁচিপতীয়া পুথিত যাৰ অস্তিত্ব, মাটি চাকিৰ ধিমিক-ধামাক ধস্তিৰ পোহৰত নামঘৰে নামঘৰে তাৰ পাঠ হয়।

ৰত্নেশ্বৰ মহন্ত, বলদেৱ মহন্ত, নৰেশ্বৰ শৰ্মাৰ পুথিবোৰৰ সেই সময়তে সম্ভৱতঃ ৰচনাৰ কাল। জ্ঞান-মালিনীৰ সমসাময়িক কবিতাৰ পুথি কবিতা-হাৰ ৰত্নেশ্বৰ মহন্তৰে। সদৌ অসমৰ পুথিবছা কমিটী আছিল এখন—যাৰ গুৰিয়াল আছিল নগাঁৱৰ মাতব্বৰ উকিল চন্দ্ৰহাস ভূঞা।

মূৰ্তিমান যম ক'লাজ্বৰৰ প্ৰকোপত নগাঁও এসময়ত উছন হোৱাৰ দৰে হয়। মানৰ আক্ৰমণৰ পাচত ক'লাজ্বৰৰ আক্ৰমণ নগাঁৱৰ উল্লেখযোগ্য ঘটনা। কপিলীৰ বানপানী তাৰ পাচৰ যুগৰ কথা।

সেইবোৰ কাহিনী আজি বিস্মৃতিৰ অতল গৰ্ভত। কলং নৈত সেই স্মৃতি আছে যদিও "নেহৰু বালিত" চিৰকালৰ কাৰণে তাৰ সমাধি ঘটিছে।

গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকীয়াল ফুকনৰ স্মৃতি বিজড়িত নগাঁও তেতিয়া স্তিমিত হৈ আছিল কলাঘুমটিত। কোনোবা ৰবাগীয়ে বোলে গুণাভিৰাম বৰুৱাৰ ধঁপাত খোৱা হুঁকাটোত গুণা এডাল সেৰাই লৈ ৰেপ দি তাত দিছিল লোকাৰী বজোৱাৰ সুৰ। দুপৰীয়া ঘৰে ঘৰে সেই সুৰকে বজাই চাউলৰ মোনাটো পূৰঠ কৰিছিল।

কোনে জানে যেতিয়া ঋষিতুল্য গুণাভিৰাম লোকান্তৰিত হয়, কোনোবা ৰবাগীয়ে তেওঁৰ হোকাটো পাই তাত তাঁৰ খুৱাই লয়। কিজানি দুপৰীয়া নগাঁৱৰ ডাঙৰ ডাঙৰ গছবোৰৰ তলত বহি ৰবাগীয়ে বীণ বজাই গায—হয়তোবা মণিৰাম দেৱানৰে গীত বা আন কোনো গীত।

এইবোৰ দিন কেতিয়াবাই পাৰ হৈ গৈ লীন হ'ল, অস্ত পৰিল। তাৰ পাচত আৰু কাল আহিল, সেইবোৰো গ'ল।

এই কালৰ ভিতৰতে কিছুমান কথা থাকে অভ্ৰভেদী হৈ। যেনে নিকষ-কৃষ্ণ কঠিন শিলাময় পৰ্বতৰ ওপৰত তুষাৰ পাত। নগাঁও মজলীয়া স্কুলৰ কঠিন শাসন-পৰ্বতৰ মাজত দুখন স্বাধীন স্ৰোতস্বিনী। এজন পণ্ডিত কণকচন্দ্ৰ শৰ্মা ৬ষ্ঠ পণ্ডিত—সম্ভৱতঃ গান্ধী চৰিত লিখোঁতা দ্বিতীয় অসমীয়া ৰামায়ণ সম্পাদন কৰোঁতা। আন-

জন হেড্‌পণ্ডিত হলিৰাম মেধি। পণ্ডিত কণকচন্দ্ৰ শৰ্মা ছুটী লৈ গ'ল। পঢ়িবলৈ। এওঁৰ ঠাইতে নিযুক্ত হ'ল দত্তবৰুৱা। হলিৰাম মেধিয়ে সঙ্কলন কৰিছিল 'হৰিপ্ৰসঙ্গ'। শিক্ষা কেৰিকুলামৰ বাহিৰ এই কাৰ্য্যত তেওঁৰ স্বাধীন মনোভাবৰ স্ফুৰণ। এই কাৰ্য্যৰ প্ৰসঙ্গত তেওঁৰ লগত দেখা কৰিবলৈ আহে বৰদোৱা আৰু আন আন সত্ৰৰ দুই এজন গোসাঁই-মহন্তই। হলিৰাম মেধিয়ে এখন তালিকা সংগ্ৰহ কৰিছিল তেওঁবিলাকৰপৰা। এই তালিকাত আছিল শ্ৰীমন্ত শঙ্কৰদেৱ মহা মহীৰুহ স্বৰূপে। এই মহাবৃক্ষৰ শাখা-প্ৰশাখা স্বৰূপে যিসকল ধৰ্মাচাৰ্য্য আৰু সত্ৰ সভাৰ বিকাশ ঘটিছিল সেই তালিকাত সেইবোৰ সন্নিৱেশিত হৈছিল। এই তালিকা পঠোৱা হৈছিল লক্ষ্মীনাথ বেজবৰুৱালৈ 'বাঁহী'ত প্ৰকাশ কৰিবলৈ। দত্তবৰুৱাৰ নামতেই এই তালিকা 'বাঁহী'ত প্ৰকাশিত হৈছিল।

১৯০৮ চনৰ জুন মাহৰ ১১ তাৰিখে হৰিনাৰায়ণ দত্তবৰুৱাই প্ৰথম বাৰলৈ নগাঁও এৰিলে। নগাঁও এৰি আহিল গুৱাহাটীলৈ। তাৰে সদৰ মজলীয়া স্কুলত তেওঁ নিয়োজিত হয় শিক্ষকৰূপে।

**প্ৰথম ব্যৱসায়**

গুৱাহাটীত মাথোন অলপ দিন দত্তবৰুৱাই শিক্ষকতা কামৰ ধ্বজা উৰুৱায়। সেই সময়ত শিক্ষাৰ ধ্বজাত সন্মিলনী, সংহতি বা সংঘৰ মন্ত্ৰ লিখিত হোৱা নাছিল। শিক্ষা দানৰ মন্ত্ৰত কেৱল দুটা সুৰেই ধৰা পৰে। এটা ব্যৱসায়ৰ অৰ্থাৎ অৰ্থৰ, আনটো শিক্ষাৰ অৰ্থাৎ সন্মানৰ। শিক্ষাৰ বিষয়ত ভাৰত চৰ্কাৰৰ 'পলিচী' অৰ্থাৎ নীতি নিৰ্দিষ্ট হৈ আছে। এই নীতিত শিক্ষকৰ সন্মান যে নাইেই অৰ্থও নাই। শঙ্কৰাচাৰ্য্যৰ মতে অৰ্থকতো অনৰ্থৰ মূল বুলি ভাবিব নোৱাৰি। অৰ্থ লাগে। অৰ্থ নহ'লেই সন্মান নাই। সেইদেখি শিক্ষকসকলে সন্মানৰ কথা বৰকৈ ভাবিব পৰা নাই। সন্মান জাগ্ৰত কৰিবৰ কাৰণেই দত্তবৰুৱাৰ অৰ্থৰ প্ৰতি আগ্ৰহ হয়। ব্যৱসায়েৰে অৰ্থ জীৱন পৰিপুষ্ট কৰাৰ কথা সম্ভৱতঃ দত্তবৰুৱাৰ মনত এই প্ৰথম জাগে। প্ৰথম জীৱনতে দত্তবৰুৱাই অৰ্থ সঙ্কটত পৰে। সেই যে মাইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষা লাভৰ অৰ্থে দত্তবৰুৱাই দুৱাৰে দুৱাৰে ঘূৰি ফুৰিব লগীয়া হৈছিল। অন্তৰত অদম্য শিক্ষাৰ প্ৰতি হেঁপাহ, ভিতৰত শিক্ষাসমুদ্ৰৰ

প্ৰতি ধাবিত হ'ব খোজা অন্তৰ-তটিনীৰ ব্যাকুলতা। বাহিৰত কঠিন সংসাৰ। গৌৰীপুৰ, গুৱালপাৰা, ধুবুৰী আদি কত ঠাইত দত্তবৰুৱাই এই কঠিনতাৰ সন্মুখীন হ'ল। এই দুস্তৰ সংসাৰত কম বয়সীয়া ল'ৰা এটিয়ে কিমান সংগ্ৰাম কৰিব লগীয়া হৈছিল সেই বিষয়ে তেওঁৰ আত্ম-জীৱনীৰ পাত এখিলাৰপৰা এই কথাখিনি পাওঁ—

"স্কুলৰ জহৰ বন্ধত আমাৰ আত্মীয় ল'ৰা দুজনমান গৌৰীপুৰৰ পৰা ঘৰলৈ আহিছিল; মই তেওঁলোকৰ লগত কথা হৈ আকৌ তেওঁলোকৰ লগত গৌৰীপুৰলৈ যাওঁ। এইবোৰ গৌৰীপুৰৰ সেই সময়ৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ খুলশালীয়েক ভূকান্ত অধিকাৰী-দেৱৰ মই আলহী হওঁগৈ। তেখেতে ৰজাৰ পূজাৰীৰ লগত মোৰ খোৱাৰ ব্যৱস্থা কৰি দিলে। মই কেইজনমান স্বজাতীয় লোকৰ ওচৰলৈ গ'লোঁ। ৰজাৰ ওচৰলৈও গ'লোঁ। সেই সময়ত হাই-স্কুলৰ নিৰ্দিষ্ট সংখ্যাৰ ষ্টাইপেণ্ড দিয়া শেষ হৈছে। অতিৰিক্তকৈ মোক দিব নোৱাৰি ৰজাই বেজাৰ কৰিলে। পাচত তেখেতে দয়া কৰি গুৱাহাটীলৈ অহা জাহাজভাৰাখিনি মোক দিয়ালে। মই জাহাজ ভাৰা লৈ গোৱালপাৰালৈ আহিলোঁ, ইতিমধ্যে মোৰ খৰচৰ বাবে পিতাই টকা দহটা মণিঅৰ্ডাৰ কৰিছিল। সেই টকা মই নাপালোঁ। আগতে আহিলোঁ।"

এনেকুৱা প্ৰতিকূল অৱস্থাত জীৱন-তৰীৰ প্ৰথম যাত্ৰাত দত্ত-বৰুৱাই যে অৰ্থৰ বিৰাট শক্তিৰ কথা অনুভৱ কৰিব, তাত বিচিত্ৰতা একো নাই। কিন্তু এইটোৱেই বিচিত্ৰ হ'ব যে, যিজন ল'ৰাই অৰ্থৰ মহিমা বুজিব পাৰিও, সংসাৰৰ ঘটনা-চক্ৰত পৰি যথাসৰ্বস্ব হেৰুৱায়ো জীৱনত মিতব্যয়ী হ'ব নোৱাৰে, অৰ্থৰ আৰু স্বাস্থ্যৰ পৰিমিতাচাৰ যে কল্যাণপ্ৰসূ, তাক যিটো ল'ৰাই অনুভৱ কৰিব নোৱাৰে সি গোকাট মূৰ্খ।

ঈশ্বৰৰ অপাৰ অনুগ্ৰহ যে দত্তবৰুৱা তেনে মূৰ্খৰ শাৰীত নাই। তেওঁ অৰ্থৰ মহিমা বঢ়িয়াকৈ উপলব্ধি কৰিলে। তেওঁ বুজিলে, অৰ্থ নহ'লে জীৱনৰ একো সকামেই নাই। শঙ্কৰাচাৰ্য্য, মাধৱদেৱ তৰি গ'ল। কিন্তু শঙ্কৰদেৱে অৰ্থৰ অভাৱত দুখ পোৱা নাইনে? তেওঁৰ মহাপ্ৰয়াণৰ পাচত তেওঁৰ নাতিনীয়েক খোৱাৰীয়েক কি চৰম

অগ্নি পৰীক্ষাৰ সমুখ হৈছিল তাক তেওঁ জীৱদ্দশাত দেখিবলৈ নাপালে। কিন্তু এই মৰ্মন্তুদ ঘটনাৰ গুৰি কেৱল অৰ্থাভাৱেই।

দত্তবৰুৱাৰ মনত পৰিল যে অভয়াপুৰীৰ ৰাণীৰ ওচৰলৈও এদিন তেওঁ গৈছিল। তেওঁ শুনিলে, অভয়াপুৰীত নতুন হাইস্কুল হৈছে, ৰাণীয়ে ষ্টাইপেণ্ড দিব পাৰে। তেওঁৰ জীৱন-বৃত্তান্তত সেই প্ৰসঙ্গত এইদৰে লিখিছে--

"পাচ দিনাখনেই বৰনৈ পাৰ হৈ যোগীঘোপা পালোঁ আৰু তাৰপৰা প্ৰায় বাৰ মাইল খোজ কাঢ়ি যাব ধৰিলোঁ। সেই সময়ত পানী হৈছিল। আলিটো মাজে মাজে ছিগিছিল। মই গামোচা সলাই কাপোৰৰ বেগটো এবাৰ হাতত, এবাৰ কান্ধত, এবাৰ মূৰত লৈ যাব ধৰিলোঁ।" পাচদিনা পানাব খৰচ পাব পাৰিনে অনুসন্ধান কৰিলোঁ। শুনিলোঁ, মাচুল মাফ পাব পাৰি। কিন্তু খোৱা খৰচ নিজৰ লাগিবই। খোৱা খৰচ ঘৰৰপৰা দিব পাৰিলেতো মই গুৱাহাটীতেই পঢ়িব পাৰোঁ, গতিকে তাৰপৰাও ঘূৰি আহিলোঁ আৰু গুৱালপাৰাইদি গুৱাহাটী পালোঁহি। সেই সময়ত কামাখ্যাচৰণ সেন নামৰ এজন বঙালী ভদ্ৰলোক আছিল নলবাৰীত স্কুল চব ইনস্পেক্টৰ, কিবা কাৰণত তেখেতক লগ ধৰি কাম বিচৰাত তিনটকীয়া এপ্ৰেণ্টিচ্ শিক্ষকৰ পদ যাচিলে। আমি তাতেই বেযা পাই ঘূৰি আহিলোঁ।"

তিনিটকীয়া শিক্ষক হবলৈ দত্তবৰুৱাৰ যি কাৰণত সঙ্কোচ হ'ল, সেই একে কাৰণতে দত্তবৰুৱাই ব্যৱসায়ৰ বাবে মন মেলিলে। সোঁহাতে শিক্ষা আৰু বাওঁহাতে অৰ্থ লৈ দত্তবৰুৱাই ভাগ্য দেৱীৰ সম্মুখ হ'ল। হাত দুখন যদি দুৰ্বল হয়, অৰ্থ আৰু শিক্ষা দুয়োটাই হাতৰপৰা সৰি পৰিব। ভাগ্যদেৱীয়ে দত্তবৰুৱাৰ গাত শক্তিৰ সঞ্চাৰ কৰিলে।

ধীৰে ধীৰে নতুন ব্যৱসায় প্ৰতিষ্ঠান এখন গুৱাহাটীত স্থাপিত হ'ল। সেয়ে বৰুৱা এজেন্সী। দত্তবৰুৱা আৰু গোপাল বৰুৱাৰ উমৈহতীয়া ফল স্বৰূপে গুৱাহাটীত এইখনেই প্ৰথম সম্ভ্ৰান্ত কিতাপৰ দোকান।

বিপদে-সম্পদে, দত্তবৰুৱাৰ অন্তৰত টিমিক টামাককৈ জ্বলি থকা সাহিত্যৰ শলিতাগছি এইবাৰ দপ্‌কৰে জ্বলি উঠিল। অন্তৰ-মন্দিৰত

সাহিত্য সেৱাৰ সূত্ৰপাত

জ্বলোৱা এই শলিতাগছিৰ পোহৰত তেওঁ দেখা পালে জ্ঞান-সৰোবৰৰ অমৃতময় পানীত সাহিত্য-দেৱতাৰ বগা পাদ-পদ্ম জুলি। তাতে আকৌ বীণাধ্বনি কৰি সাহিত্য-দেৱীৰ বগা ৰাজহাঁহৰ কোমল কলকণ্ঠৰ নিনাদ। এই সোণৰ বীণাখনৰপৰা ওলোৱা কি সুৰ শুনিলে দত্তবৰুৱাই ?

"ভাৰতী তোমাৰ সোণৰ বীণাত
অলেখ তাঁৰ,
কি সুৰ দিলা এই সেৱকক
কি সুৰ তাৰ ?"

ভাৰতীৰ বীণত অলেখ তাঁৰ থাকিলেও তাৰ সুৰ একেটা। সেই একেটি মাত্ৰ সুৰকে সাহিত্যিকক তেওঁ দিয়ে। সাহিত্য সেৱা কৰিম বুলি জানো দত্তবৰুৱা আগবাঢ়ি আহিছিল ? দত্তবৰুৱা আহিছিল চাকৰি বিচাৰি। এখাৰ টকীয়া চাকৰি। সেই তেতিয়াৰ ভাৰ্ণেকুলাৰ মাষ্টৰৰ এখাৰ টকীয়া চাকৰি।

যি বয়সত সাহিত্যৰ ঢৌ আহি মানুহৰ প্ৰাণত লাগে সেই বয়স দত্তবৰুৱাই পাইছে। দত্তবৰুৱাৰ বয়স তেতিয়া একৈশ বছৰ। সৃষ্টিৰ উন্মেষ হয় এনেকুৱা বয়সতে। সাহিত্যই সকলো সৌন্দৰ্য্য লৈ দেখা দিয়েহি। এই সময়ত মানুহ ব্যাকুল হয় সাহিত্য বিচাৰি, সৌন্দৰ্য্য বিচাৰি। যি নিজে সাহিত্য ৰচনা কৰিব নাজানে, সি লোকৰ সাহিত্যৰ গীত গায় ; কালিদাসৰ অমৰ প্ৰেমৰ কাব্য মেঘদূত পঢ়ে। সৌন্দৰ্য্যক উপভোগ কৰিব খুজি সৌন্দৰ্য্যৰ প্ৰতিভূক মানুহে নিজৰ কৰি লব খোজে। মৰীচিকাকে ভাৱে সৰোবৰ বুলি। ভ্ৰান্তি নাশ হ'লে আচল সৰোবৰৰো সন্ধান পায় এই জীৱনতে।

দত্তবৰুৱাৰ এই সাহিত্য-সৌন্দৰ্য্যবোধত মৰীচিকাও কিজানি লাভ হ'ল, পাচত লাভ হ'ল সৰোবৰো। সচৰাচৰ এয়ে মানুহৰ জীৱনত ঘটে। দত্তবৰুৱাৰো তাৰ ব্যতিক্ৰম নঘটিল।

'কায়স্থ সমাজৰ ইতিবৃত্ত'ৰ ৮০৯ পৃষ্ঠাত দত্তবৰুৱাই পিচৰ জীৱনত লিখিছিল এইদৰে--

"মোক গুৱাহাটী সদৰ মজলীয়া স্কুললৈ বদলি কৰে ১১ জুন, ১৯০৮ চনত। এই সময়ত মই গুৱাহাটীৰ শ্ৰীযুত অম্বিকানাথ বৰা (এম-এ, বি-এল) শ্ৰীযুত জ্ঞাননাথ বৰা (বি-এল উকীল), শ্ৰীযুত সৰ্বেশ্বৰ কটকী আদিৰ লগত "একতা সভাত" যোগ দি সাহিত্য চৰ্চাত যোগ দিছিলোঁ।"

দত্তবৰুৱা অৱশ্যে বিপাকত পৰিছিল। তেওঁৰ সৰ্বপ্ৰথম বিপাক হ'ল তেওঁৰ বিয়া নামৰ সংস্কাৰ। প্ৰথম বিয়াখনেই তেওঁৰ প্ৰথম বিপাক। তেওঁ লিখিছে যে ১৯০৮ চনত তেওঁৰ বিবাহ হয়--তেতিয়া তেওঁৰ বয়স ২১ বছৰ আৰু ভাৰ্য্যাৰ বয়স ১১ বছৰ। পৰিবাৰৰ নাম ভৱানী দেৱী। এওঁলোক মহাপুৰুষ মাধৱদেৱৰ দাদা দামোদৰৰ বংশধৰ। তেওঁ ১৭ বছৰ বয়সত এটি কন্যা সন্তান জন্ম দিয়ে... আঠৈ বছৰ বয়সত তেওঁৰ মৃত্যু হয়। ১৯ বছৰ বয়সতো এটি কন্যা জন্মে। সেই কন্যাও অলপ দিন থাকি ঢলে। তাৰ পাচত ২১ বছৰ বয়সত এটি কন্যা জন্মে—তেওঁ দুবছৰ পাচত মৰা পৰে। তাৰ পাচত ২৪ বছৰ বয়সত এটি পুত্ৰ সন্তান জন্মে, এবছৰ পাচত ঢুকায়।

প্ৰথম বিবাহ

শোকাবহ এই মৃত্যুৰ লহৰীয়ে দত্তবৰুৱাৰ প্ৰথম সংসাৰ তোলপাৰ কৰি তোলে।

১৯০৮ চনৰ ২৩ ডিচেম্বৰত দত্তবৰুৱাই গুৱাহাটী এৰি আহিব লগীয়া হয় উত্তৰ লক্ষীমপুৰলৈ। উত্তৰ লক্ষীমপুৰৰ মধ্য ইংৰাজী স্কুলত তেওঁক শিক্ষক নিয়োগ কৰা হয় মাহে পোন্ধৰ টকা দৰ্মহাত। সেই স্কুলৰ হেড্ মাষ্টৰৰ পদত আছিল পাঠ্য পুথি ৰচোঁতা আৰু সাহিত্যিক ৰোহিতাশ্ব শইকীয়া। সেই স্কুলতে শইকীয়াৰ লগত যোগ দি দত্তবৰুৱাই 'কবিতালতা' নামেৰে এখন তিনিমহীয়া আলোচনী কাকত উলিয়াইছিল।

উত্তৰ লক্ষীমপুৰত

কৌতুক নামৰ কাইথেলী অঙ্ক প্ৰণেতা গবেষক পণ্ডিত শ্ৰীদণ্ডী দত্তই এই প্ৰসঙ্গত এই জীৱনী লিখকক জনাইছে যে উত্তৰ লক্ষীমপুৰ

মধ্য ইংৰাজী স্কুলত পঢ়া দত্তবৰুৱাৰ ছাত্ৰ বহুতেই নানা ঠাইত চাকৰি কৰি আছে। এইসকল ছাত্ৰ এতিয়া বয়সত বুঢ়া। এইসকল ছাত্ৰ দত্তবৰুৱাৰ ইমান গুণমুগ্ধ যে দত্তবৰুৱাৰ কথা ওলালেই তেখেতৰ গুণৰ কথা কৈ অশ্ৰু বৰ্ষণ কৰে। ১৯৫৯ চনৰ এখন সভাত এনে ভালেমান বয়োবৃদ্ধ ছাত্ৰক শ্ৰীদণ্ডী দত্তই নিজেই লগ পাই কৃতাৰ্থ হৈছিল।

১৯০৯ চনৰ কথা। অসমত সাহিত্য সভা জানো তেতিয়া উপজিছিল? অসমীয়া সাহিত্য গগণত তেতিয়া কিজানি 'উষাৰ' পোহৰ। 'জোনাকী' যুগৰ পাচতেই তেজপুৰত এই উষাদেৱীৰ আগমন। ডিব্ৰুগড়ৰপৰা মাহেকীয়া কাকত ওলাইছিল 'আলোচনী'; নামনি অসমত ওলাইছিল 'আসাম-বান্ধৱ' আৰু সুদূৰ কলিকতাৰপৰা লক্ষ্মীনাথ বেজবৰুৱাৰ কাৰফাই চলাবপৰা আঙুলি বুলনত বাজি উঠিছিল 'বাঁহী'।

সেই সময়টো ঠিক যেন এনেকুৱা—

"ছুকুৰি অসমে কুচিয়া খুছিলে
কদমৰ মূৰাকে বেঢ়ি।
জীৱনক আগেকৈ মৰণক পাচেকৈ
যমেৰে খেলাইছে খেডি।"

সাহিত্যক অসমীয়াৰ লেখ তেতিয়া মাথোন ছুকুৰি। এই ছুকুৰি সাহিত্যিকে সেই পাহৰণিৰ সোঁতত উটি যোৱা কদম গছ জোপাৰ পচি জহি যাব খোজা মূৰাটোৰ কেউকাষে হাতত পাখি-কাপৰ পচা, কোল, বৰ্শা লৈ নিৰানন্দৰ গাঁতত সোমাই থকা জীৱনৰ স্পন্দনক বাজলৈ উলিয়াই আনি সাহিত্যৰ মজিয়ালৈ সুমাই নিব খুজিলে। সাহিত্যিকে জীৱনক আগবাঢ়াই দিয়ে, জীৱনৰ আনন্দকে সাহিত্যৰ বৰভোজত সকলোৰে পাতত পাৰি দিব খোজে, কিন্তু মৰণ আছে পাচ লৈ। মৰণে বহুতো সাহিত্যিকক মুখত সুমুৱাই লৈ অনন্তৰ ফালে লৰ দিয়ে। তথাপিও সাহিত্যিকৰ এই কুচিয়া খোঁছাৰ বিৰাম নাই। যমৰ লগতে সাহিত্যিকৰ এই খেমালি। এনেকুৱা খেমালিকেই যুগে যুগে সাহিত্যিকে কৰিব লাগিব—এতিয়াও, আগলৈকো।

## দত্তবৰুৱাৰ জীৱন-কথা

"জীৱনক আগেকৈ মৰণক পাচেকৈ
যমেৰে খেলাইছে খেড়ি।"

সেইদেখি উত্তৰ লক্ষীমপুৰতো এই সাহিত্যৰ ধেমালিৰ কথাকে পাওঁ। হিমালয়ৰ নামনিৰ এই বনৰীয়া হাতী সঙ্কুল অসমৰ কলীয়াপানী স্বৰূপ উত্তৰ লক্ষীমপুৰত তেতিযাও সাহিত্যৰ বৰ ধেমালি সৰু ধেমালি সম্পন্ন আৰু সমাপিত হৈছিল।

দত্তবৰুৱাৰ নিজৰ লিখাৰপৰাই এই কথাখিনিৰ ভু পোৱা যায় যে হেড্মাষ্টৰ ৰোহিতাশ্ব শইকীয়াই সাহিত্য চৰ্চা কৰিবলৈ ভাল পাইছিল। তেওঁৰ ইংৰাজী, অসমীয়া, দুয়ো ভাষাতে হাত আছিল। কনকনাথ গগৈ নামৰ এজনা সহকাৰী শিক্ষক আছিল। তেওঁলোক তিনিওজন আৰু ৰায়বাহাদুৰ পদ্মনাথ গোহাঁই বৰুৱাৰ ভায়েক নীলকণ্ঠ গোহাঁই বৰুৱা, এই চাৰিওজনৰ ভিতৰত এটা সাহিত্য আলোচনা চক্ৰ গঠন কৰা হৈছিল; চাৰিওজনে লগ লাগে; প্ৰায় প্ৰতি সপ্তাহে বহি নানা বিষযে আলোচনা কৰে। শেষত "কবিতা লতা" নামে এখনি তিনিমহীয়া আলোচনী প্ৰকাশ কৰেঁা। ছপা কৰিব লগীয়া হৈছিলকলিকতাত। তেওঁলোক থাকে উত্তৰ লক্ষীমপুৰত জাহাজেই সম্বল—ইযাৰ ঘাট বদতি ঘাট আৰু কমলাবাৰী ঘাট—দুয়োটা ঘাট সাতাইশ মাইলকৈ দূৰ।

হৰিনাৰায়ণ দত্তবৰুৱাৰ প্ৰথম সাহিত্য-চৰ্চাৰ পথ উত্তৰ লক্ষীম-পুৰতেই বুলি ক'লে ভুল নহব; কাৰণ নিয়তিয়ে মাধৱদেৱৰ জন্ম ঠাই নাৰায়ণপুৰ, কাচিকটা ৰঙাজান নৈৰ পাৰৰ নিতাইপুখুৰী ক'ত তাক জানে। মাধৱদেৱৰ নামঘোষাই যাক চিৰকাল অভিভূত কৰি থব পাৰিলে, সেই দত্তবৰুৱাৰ পোন প্ৰথম সাহিত্যৰ গন্ধমাদনে যে উত্তৰ লক্ষীমপুৰতে দেখা নিদিব সেইটো হ'ব নোৱাৰে। ভাষা-লক্ষ্মণ বিপক্ষ শক্তিৰ শক্তিশেলত পৰি যে অচেতন হৈ ৰব তাকো নিয়তিয়ে জানে। সেইদেখি উপযুক্ত বীৰ সন্তানকে পঠাই দিলে নিয়তিয়ে উত্তৰ লক্ষীমপুৰলৈ—য'ৰপৰা মাধৱদেৱৰ জন্ম ঠাইৰ সংস্পৰ্শৰ বতাহে স্পৰ্শ কৰিব পাৰে হৰিনাৰায়ণক।

পথে পথে বাঁহী বাজি যায়। সাহিত্যৰ বাঁহী। কিন্তু কাৰ হাতত ধৰা পৰে সুৰ? বেজবৰুৱাৰ শঙ্কৰী-সাহিত্যৰ

সমালোচনাই লক্ষীমপুৰতো খলকনি তুলিছিল জানো ? সেই কথা আজি কোনে ক'ব ? লক্ষীমপুৰৰে হাৰিবৰ দাসৰ নাম ৰিণিকি ৰিণিকি মনত পৰে। দেখাতে গজেন্দ্ৰ সেই পুৰুষজনৰ কোনো সোঁৱৰণি আজি ক'তো নাই। পুলিচ বিভাগ নে কৃষি বিভাগ অলঙ্কৃত কৰিছিল সেইজন পুৰুষে। হয়তো তেখেত পুলিচৰ বিষয়াই আছিল। কিন্তু ডাঙৰীয়া হাৰিবৰ দাস আছিল ধৰ্মভীৰু। তেওঁৰ নাম পাহৰণিয়ে গিলিলে। জীয়াই থাওক লক্ষীমপুৰ নামৰ বেষ্টনি লৈ আৰু কিছু কাল--অন্ততঃ যেতিয়ালৈকে ধৰ্মই জগতক এৰি থৈ নাযায়। মানৱ জাতিৰ অধ্যাত্ম উন্নতিৰ সঁচাৰ কাঠী ধৰ্মই বিজ্ঞান দানৱৰ হাতত দি থৈ মেলানি মাগিব খোজে। ধৰ্মৰ ভয় যে মানৱৰ উন্নতি আৰু ধৰ্মৰ হাতত নাই। অধৰ্মৰ হাততো নাই। আছে যাৰ হাতত তাক মানুহে দানৱো বুলিব পাৰে, নুবুলিবও পাৰে। কিন্তু মানৱতা যে সেই যন্ত্ৰ-দানৱৰ হাতত আৰু নাথাকিব সেই কথা ঠিক।

তেতিয়া অসমৰ যন্ত্ৰ-দানৱৰ জয়ধ্বজা মাথোন বহন কৰিছিল জাহাজে। এই জাহাজেৰেই সম্ভৱতঃ হৰিনাৰায়ণ দত্তবৰুৱাই কাম-ৰূপৰ মৰোৱা পূ। কালাকুচিৰপৰা বদতি ঘাট কমলাবাৰী ঘাটলৈ অহা-যোৱা কৰিছিল।

উত্তৰ লক্ষীমপুৰত ১৯০৯ চনলৈকে যে হাইস্কুল হোৱা নাছিল সেই কথা আমি শিক্ষাবিদ গণিতজ্ঞ শ্ৰীচন্দ্ৰনাথ দত্ত ফুকনদেৱৰ টোকাৰপৰা বুজিব পাৰোঁ। দত্ত ফুকনে লিখিছে—

"স্বনামধন্য হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত আমাৰ প্ৰথম পৰিচয় ঘটে ১৯০৯ চনৰ জানুৱাৰী কি ফেব্ৰুৱাৰী মাহত, যেতিয়া মই যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ অষ্টমমান শ্ৰেণীৰ ছাত্ৰ আৰু তেওঁ উত্তৰ লক্ষীমপুৰ মজলীয়া ইংৰাজী স্কুলৰ সহকাৰী শিক্ষক (উত্তৰ লক্ষীমপুৰত তেতিয়া-লৈকে হাইস্কুল হোৱা নাছিল) 'যত্ন কৰিলে ৰত্ন মিলে"—এই কথাষাৰ দত্তবৰুৱাৰ গাত বেছিকৈ ফলিয়ায়। চমুকৈ কবলৈ গ'লে সময়, বিদ্যা আৰু অৰ্থই সদ্ব্যৱহাৰ লাভ কৰিছিল দত্তবৰুৱাৰ ওচৰত। সময়োপযোগী চেষ্টাৰ ফলত যেনেকৈ শিক্ষকতা কাৰ্য্যত নিজ দক্ষতাৰ পৰিচয় দিব পাৰিছিল তেনেকৈ নতুন কথাৰ অধ্যয়ন

কৰাৰ আগ্ৰহ আৰু সাধু মিতব্যয়িতাৰ অভ্যাসে তেওঁৰ সামাজিক আৰু বাস্তৱ জীৱন ক্ৰমে উজ্জ্বলতৰ কৰি তুলিছিল। এনে কৰ্মময় জীৱনৰ মাজেদি চৰকাৰী চাকৰি কৰা কালখিনিতে পাঠ্যপুথি আৰু উপন্যাস আদিৰ ৰচনাসমূহ কৰ্তৃপক্ষ আৰু সমাজ উভয়ৰে সমাদৃত হৈ পৰিছিল।"

দত্তবৰুৱাৰ গুণানুৰাগী শ্ৰীদত্ত ফুকনো শেষ জীৱনত একেলগে একেখন নাৱত উঠি শিক্ষা-সমুদ্ৰত পাৰি দিয়ে। যোৰহাটৰ গুৰু প্ৰশিক্ষণ বিদ্যালয়ৰ প্ৰথমজন এছিষ্টেণ্ট চুপাৰিণ্টেওে আৰু দ্বিতীয় জন চুপাৰিণ্টেণ্ডেণ্ট স্বৰূপ কৰ্ম জীৱন অতিবাহিত কৰি অগা-পিচাকৈ দুয়ো অৱসৰ গ্ৰহণ কৰে। ১৯১৯—২০ চনৰপৰাই প্ৰায় দুয়ো সহকৰ্মী।

দত্তবৰুৱাৰ দৰে শ্ৰীদত্ত ফুকনো যে পাঠ্যপুথি ৰচনাত সিদ্ধহস্ত তাক তেওঁৰ এই গুণীৰ গুণ গ্ৰহণ কৰাৰ ক্ষমতাতেহে ভালকৈ বুজিব পৰা হয়। চন্দ্ৰনাথ পাটীগণিত বুলি এলানি গণিত পুথিয়ে দত্তবৰুৱাৰ আহিতে বাট বুলি দত্ত ফুকনৰ দত্তবৰুৱা প্ৰীতিৰ পৰিচয় দিছিল। অৱশ্যে দুয়োৰে বাট বিভিন্ন আৰু মৌলিক আছিল। তাৰ বাহিৰেও দত্তবৰুৱাৰ আহিতে দত্ত ফুকনেও আনন্দ প্ৰতিষ্ঠান নামেৰে কিতাপৰ দোকান এখন খুলি কিতাপৰ ব্যৱসায় হাতত লয়। এইটোও দত্তবৰুৱাৰপৰা অনুপ্ৰেৰণাৰ ফল বুলিয়েই ধৰিব পাৰি।

উত্তৰ লক্ষীমপুৰৰ ৰোহিতাশ্ব শইকীয়া স্বনামধন্য সাহিত্যিক। লক্ষীমপুৰীয়া ৰাইজে শইকীয়াক নিশ্চয় পাহৰি যোৱা নাই? দত্ত-বৰুৱাৰ লগত শইকীয়াৰ যি সময়ত যোগাযোগ, সেই সময়ত শইকীয়া তাৰে হেড্‌মাষ্টৰ। তেওঁ সদিয়া হাইস্কুলৰ হেড্‌মাষ্টৰ হৈ থকা কালত দত্তবৰুৱাৰ বিদ্যাসাগৰৰ দৰে বিলাসবৰ্জিত সাধাৰণ ৰূপ দেখি তেওঁক, সভা এখনত কেনে ভাৱে অসন্মানিত কৰা হৈছিল শ্ৰীগহীনচন্দ্ৰ দাসক, সেই বিষয়ে কোৱা কথা শ্ৰীদাসৰ চিঠি এখনৰপৰাই বুজা যায়।—

"পিন্ধা-উৰাতো তেখেত (দত্তবৰুৱা) পৰিপাটী আৰু নিয়মীয়া আছিল। বিলাসিতা মুঠেই ভাল নাপাইছিল। এই বিষয়ে ৰোহিতাশ্ব শইকীয়া (হেড্‌মাষ্টৰ সদিয়া) মোক কৈছিল যে উত্তৰ

লক্ষীমপুৰৰ কোনো এখন মধ্য ইংৰাজী স্কুলত তেখেতৰ লগত কাম কৰোঁতে তেখেতসকল কোনো এখন ৰাজহুৱা মিটিঙলৈ আমন্ত্রিত হৈছিল। মিটিঙৰ অভ্যৰ্থনাকাৰীয়ে চিনি নাপাই দত্তবৰুৱাক সাধাৰণ ভাৱে যোৱা দেখি এখন বেঞ্চত বহুৱালে আৰু হলো চোলা (অভাৰ কোট) পিন্ধা মূৰত মথুৰা পাগ মৰা গাঁওবুঢ়া এজনক চকীত বহুৱালে। পাচত শইকীয়াই গৈ চিনাকি কৰি দিয়াতহে অভ্যৰ্থনাকাৰীয়ে ক্ষমা খুজি ভালকৈ বহুৱালে গৈ। ইয়াত তেখেতে কোনো মান অপ-মানৰ ভাৱ অনা নাছিল। তেখেত ইমান সৰল আৰু সহজ আছিল।”

নিজৰ অমায়িকতা গুণত দত্তবৰুৱা উত্তৰ লক্ষীমপুৰীয়া ৰাইজৰ মাজতো যে সৰ্বৰহী হৈ পৰিছিল তাৰে চানেকি আমি শ্রীডম্বৰুধৰ গগৈৰ চিঠি এখনৰপৰাই পাওঁ।

শ্রীগগৈয়ে চিঠিত এইদৰে লিখিছে—

“স্বৰ্গীয় দত্তবৰুৱাদেৱ এই অধমতকৈ অলপ ডাঙৰ হ'ব; তথাপি তেখেতে এই অধমক প্রিয বন্ধু বা প্রিয়বৰেষু বুলিযেই চিঠি-পত্ৰ লিখা-লিখি কৰিছিল আৰু ইয়াত থাকোঁতে বন্ধুভাৱেই চলি-ছিলোঁ। তেখেতৰ জীৱনী এখন প্ৰকাশ কৰিবলৈ যি উদ্যম···· তাৰ বাবে অতিশয সুখী হৈছোঁ। উত্তৰ লক্ষীমপুৰত থকা সময়ৰ ভিতৰত তেখেতৰ জীৱনীত ঠাই দিব পৰা কেইটিমান লাগতিয়াল কথা দিব পাৰিম বুলি ভাবিছোঁ।”

যদিও দত্তবৰুৱাৰ ইতিবৃত্তত শ্রীগগৈদেৱৰ কথাখিনি সুমাব পৰা নগ'ল, তথাপিও এইটো অনুমান কৰিব পাৰি যে যি ৰহস্য গুপুত হৈ ৰ'ল তাতেইহে অধিক সৌন্দৰ্য্যৰ বিকাশ। যি সঙ্গীত সুধা শ্ৰৱণ যুগলত নোসোমাল, যি গীতৰ সোৱাদ দুষ্প্ৰাপ্য হৈ থাকিল তাতেইহে স্বৰ্গৰ অমৃত নিজৰি পৰিছে। যি সমুদ্ৰ গৰ্ভ অনালোড়িত হৈ থাকিল তাতেইহে চিৰ বিচিত্ৰ ৰত্নবাজি জলমল কৰি থাকিব, তাত আচৰিত হ'ব লগীযা একো নাই। নিজৰ অমায়িক নম্ৰতা আৰু সৌহাৰ্দ্য গুণত দত্তবৰুৱাই উত্তৰ লক্ষীমপুৰৰ প্রিয়পাত্র হ'ব পাৰিব বুলি আমি এই অলিখিত কাহিনীৰপৰা সম্পূৰ্ণৰূপে ধাৰণা কৰি লব পাৰোঁ।

উত্তৰ লক্ষীমপুৰৰ চহৰৰপৰা পদ্মধৰ সভাপণ্ডিতে এখন চিঠিত দত্তবৰুৱাৰ বিষয়ে এইদৰে লিখিছে—

"তেখেতে দেশৰ অৰ্থে দি যোৱা অৱদানেই তেখেতক চিৰঞ্জীৱী কৰি ৰাখিব।"

**উত্তৰ লক্ষীমপুৰ**

উত্তৰ লক্ষীমপুৰে দত্তবৰুৱাক আঁকোৱালি ধৰিছিল। মানুহে মানুহক ভালপোৱাৰ এটা কাৰণ আছে। মানুহে যদি অকল নিজৰ চিন্তা এৰি সমাজৰো চিন্তা কৰে, সমাজৰ য'ত কল্যাণ আৰু উন্নতি হয়, তাৰ বাবে যদি দেহে-কেহে চেষ্টা কৰে, তেনে মানুহে মানুহক ভালপোৱাৰ সেযে ৰাজ-আলি হয়।

দত্তবৰুৱাই সম্ভৱতঃ উত্তৰ লক্ষীমপুৰতেই প্ৰথম সাহিত্যিক সমাবেশ দেখা পায। শিক্ষাৰ লগত সাহিত্যৰ সম্বন্ধ জড়িত। শিক্ষা-দান কালত বিশেষকৈ ৰোহিতাশ্ব শইকীয়াৰ দৰে সাহিত্যব্ৰতী,--অকল ৰোহিতাশ্ব শইকীয়া কিয়—পানীন্দ্ৰ গগৈ, নীলকণ্ঠ গোহাঁই বৰুৱা আদি কৰি স্বনামধন্য সাহিত্যিকসকলক লগ পাই দত্তবৰুৱাই নিজৰ সাহিত্য-জীৱন গঢ় দিবলৈ বিশেষ সুচল পালে। মানুহৰ ধৰ্ম-জীৱনৰ দৰে সাহিত্য-জীৱনো সজ্জনসকলৰ সমাবেশতেই অনু-প্ৰাণিত হৈ উঠে। প্ৰতাপচন্দ্ৰ হাজৰিকাই যদিও দত্তবৰুৱাৰ কৰ্ম জীৱনৰ গঢ় দিলে, সাহিত্য জীৱনৰ গঢ় দিলে বুলি ধৰিব লাগিব ৰোহিতাশ্ব শইকীয়াইহে। একো একোটা অপূৰ্ব ক্ষণত মানুহে একো একোজন অপূৰ্ব সঙ্গী লাভ কৰে। এই সঙ্গীৰ প্ৰভাৱতে মানুহৰ জীৱন বিশিষ্ট পথেদি গতি কৰে। দত্তবৰুৱাৰ কৰ্মপথ শিক্ষাৰ, যি শিক্ষা-কৰ্মৰ বানচ নাম-মাত্ৰ। শ শ শিক্ষকে এই বাটেদি কাম কৰি কৰ্মান্তত বিদায় গ্ৰহণ কৰি গৈ আছে। কোনে বা জানে তেওঁবিলাকৰ ইতিবৃত্ত? জনাৰেইবা আৱশ্যক আছেনে কাৰো-বাৰ? দত্তবৰুৱাৰ কৰ্ম-জীৱনৰ লগত ধৰ্ম-জীৱনৰ সমাৱেশ হ'ল। এই ধৰ্মৰ মুখা পিন্ধি পোন প্ৰথমে দেখা দিলে সাহিত্যই। সেই দেখি দত্তবৰুৱাৰ সাহিত্য জীৱনেই দত্তবৰুৱাৰ জীৱনৰ পৰিপূৰ্ণতাৰ প্ৰধান ৰূপ। শেষ জীৱনত দত্তবৰুৱা জানিবা "সাহিত্যৰত্ন" হে হ'ল; ধৰ্ম-ৰত্ন হ'ব নোৱাৰিলে। ইয়াৰ কাৰণ এইটো নহয় যে সাহিত্য ধৰ্মতকৈ তলখাপৰ; বৰং সাহিত্যইহে ধৰ্মক প্ৰকাশ কৰিছে। 'নামঘোষা' নিলিখাকৈও মাধৱদেৱ মহাপুৰুষ হ'ব পাৰিলেহেঁতেন, কিন্তু 'নামঘোষা'ইহে মাধৱদেৱৰ তত্ত্ব-বস্তুক প্ৰকাশিত কৰি দিলে।

এই প্ৰকাশৰ বাবেইহে হৰিনাম ৰসে প্ৰেম অমৃতৰ নদী হৈ দশো-দিশ জুৰি বৈ যাব পাৰিলে।

দত্তবৰুৱাৰ উদাৰ মনোভাব যে ধৰ্মক সঙ্কীৰ্ণ কৰাৰ পক্ষপাতী নাছিল, তাৰ চিনাকি তেওঁৰ জীৱনত বিস্তৃতভাৱে আছে। উত্তৰ লক্ষীমপুৰৰ মুছলমান সমাজৰো যে তেওঁ প্ৰিয় হৈ পৰিছিল সেই কথা স্বৰ্গীয় সুসাহিত্যিক আৰু স্কুল পৰিদৰ্শক হাৰুণাৰ ৰচিদ চাহাবে লিখা তলৰ কথাখিনিৰপৰা সুন্দৰৰূপে বুজিব পাৰি—

'....উত্তৰ লক্ষীমপুৰত চাকৰি কৰাৰ অৱস্থাত দত্তবৰুৱাদেৱে নগৰৰ প্ৰখ্যাত ব্যৱসায়ী আব্দুল আজিজ বৰুৱাৰ পৰিয়ালৰ এগৰাকী বিশিষ্ট বন্ধু হৈ পৰিছিল। আজিজ বৰুৱাৰ সৈতে সহযোগ কৰি সেই কালতে দত্তবৰুৱাই ইছলাম নামৰ মুছলমানী পুথি এখন প্ৰকাশ কৰি মুছলমান সমাজৰ শ্ৰদ্ধাভাজন হৈছিল। আজিও লক্ষীমপুৰৰ মুছলমান সমাজে দত্তবৰুৱাদেৱৰ নাম ভক্তিৰে সোঁৱৰে।.. তেখেতৰ সুগভীৰ জ্ঞান, বুদ্ধি, উদাৰ স্বভাৱৰ পৰিচয়ত মোৰ মূৰ আপোনা-আপুনি তেখেতৰ প্ৰতি দোঁ খাইছিল।'

দত্তবৰুৱাৰ এইদৰেই গঢ় লৈ উঠা শিক্ষকৰ জীৱনেই তেওঁৰ আদি জীৱন। এই আদি জীৱনৰ কথাকে পুনৰায় তেওঁৰ নিজৰ ভাষাতে নিজে সঙ্কলিত কৰা কায়স্থ সমাজৰ ইতিবৃত্তৰপৰা তুলি দিওঁ—

'উত্তৰ লক্ষীমপুৰত মোৰ সৌভাগ্যক্ৰমে সেই স্কুলৰ হেড্‌মাষ্টৰ শ্ৰীযুত ৰোহিতাশ্ব দত্ত শইকীয়া, শ্ৰীযুত কনকনাথ গগৈ, শ্ৰীযুত বিষ্ণুৰাম দাস, মৌঃ মহম্মদ আলি, ডি-আই আদিৰ সঙ্গ লাভ হয়। এইসকলৰ ভিতৰত মৌলবী মহম্মদ আলি চাহাবে মোক পুত্ৰৰ দৰে আৰু শ্ৰীযুত ৰোহিতাশ্ব দত্ত শইকীয়াদেৱে সহোদৰৰ দৰে স্নেহ কৰিছিল। জীৱনৰ আৰম্ভতে এইসকলৰ সঙ্গ লাভ হোৱাৰ ফলতেই ভৱিষ্যৎ জীৱন গঢ়িবলৈ মোৰ ভালেখিনি সুযোগ ঘটিছিল। হাই-স্কুলত পঢ়িবলৈ নোপোৱা বেজাৰ জীৱনৰ আগছোৱাৰ ভালেমান বছৰলৈকে আছিল; সেই কাৰণে আৰু আৰ্থিক সহায়ৰ বাবে মই

আনৰ ঘৰুৱা শিক্ষক হৈ ছাত্ৰক ইংৰাজী পঢ়াইছিলোঁ আৰু বাহাত ইংৰাজী, বঙলা, অসমীয়া সাহিত্য পুথি পঢ়াতো এটা নিয়ম বান্ধি লৈছিলোঁ। শ্ৰীযুত ৰোহিতাশ্ব দত্ত শইকীয়াৰ লগত অসমীয়া গদ্য-পদ্য লিখিবলৈ সুবিধা কৰিবলৈ "কবিতা-লতা" নামৰ এখন তিনিমহীয়া পত্ৰিকা উলিয়াইছিলোঁ। ৰায় বাহাদুৰ পদ্মনাথ গোহাঁই বৰুৱাৰ সহোদৰ শ্ৰীযুত নীলকণ্ঠ বৰুৱা ডাঙৰীয়াক ইয়াৰ সম্পাদক কৰি লৈছিলোঁ। এইবোৰ কৰা সত্বেও স্কুলৰ কামত····মোৰ সম্বন্ধে ডিপুটি ইন্‌স্পেক্টৰ মহাশয়ে লিখিছিল—

'He is energetic, very intelligent youngman, quite capable of teaching according to the required curriculum with eagerness enough to enrich his knowledge both practically and theoritically.'

ডাঃ মহানন্দ বৰুৱা সাহিত্যৰত্নই ওপৰৈত উল্লেখ কৰা 'কবিতা-লতা'ৰ কথা উনুকিয়াই এনেকৈ দত্তবৰুৱাৰ সম্পৰ্কে লিখিছে—

'তেখেতৰ চিঠিমতে উত্তৰ লক্ষীমপুৰৰপৰা ওলোৱা 'কবিতা-লতা'লৈ কেইটামান কবিতা পঠিয়াইছিলোঁ।, তেখেতৰ যত্নতে উক্ত কাকতখন ওলাইছিল যদিও অলপ দিনহে থাকিবলৈ পালে।'

এই শিক্ষকতা কামতেই দত্তবৰুৱাই উত্তৰ লক্ষীমপুৰত তিনি বছৰ কাল কটায়। ১৯১১ চনলৈকে দত্তবৰুৱাৰ জীৱন-বুৰঞ্জীৰ এই প্ৰথম অধ্যায় সম্পূৰ্ণ হ'ল।

## ।। দ্বিতীয় অধ্যায় ।।

১৯১২ চনত প্ৰথম মহাৰণৰ দুন্দুভি বাজি উঠে। দ্বিতীয় বাৰৰ বাবে আকৌ নগাঁৱৰ ছবি দত্তবৰুৱাৰ চকুত জিলিকি উঠিল। নগাঁৱৰ সাহিত্য আকাশ সেই সময়ত লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী'ৰ দ্বাৰা আচ্ছাদিত। সাহিত্য সব্যসাচীৰ সেই সময়ৰ বাণবোৰ বৰ চোকা। জুবিলী লাইব্ৰেৰীৰ কৰ্ণধাৰসকলৰ সৰহ ভাগেই সেই শৰ বৰ্ষণত সজাগ। নগাঁৱৰ সামাজিক জীৱন প্ৰায় অস্থিৰ।

**আকৌ নগাঁৱত**

দত্তবৰুৱা আহে নগাঁও সদৰ মজলীয়া স্কুলৰ সহকাৰী শিক্ষক হৈ। সম্ভৱতঃ মহম্মদ চুলেমান খাঁ সেই সময়ত তাৰ প্ৰধান শিক্ষক।

কলং নৈৰ পাৰত মজলীয়া স্কুলটো। সেই সময়ত কলঙৰ দলং বাঁহৰ। 'সাগৰ দেখিছা'ৰ কবি দেৱকান্তৰ তেতিয়া জন্মই হোৱা নাই। অথচ সেই কলঙৰ পাৰতে শেৱালিৰ কবি ৰত্নকান্তই গান গায় "হেৰা ৰঙা মেঘ, তুমি বঢ়োৱা উদ্বেগ, কৰা খেলা, মই বাই নিওঁ মোৰ ভেলা।"

দত্তবৰুৱাই কাষতে বহি সেই গান শুনে। দুয়ো দুয়োৰে মুখলৈ চায়।

দত্তবৰুৱাৰ নিজৰ ৰচনাৰপৰাই এই মনোৰঞ্জক কাহিনীখিনি তুলি দিওঁ—

'২০ জানুৱাৰী ১৯১২ চনত মোক আকৌ নগাঁও মজলীয়া স্কুললৈ বদলি কৰে। মই আগৰ বহাতেই উঠোঁ আৰু আগৰ লগ শ্ৰীৰত্নকান্ত বৰকাকতী মোৰ সাহিত্য-আলোচনাৰ সঙ্গী হয়। এই সময়ত ৰুদ্ৰকান্ত গোস্বামী নামৰ এজন উদ্যোগী ডেকা আছিল। তেখেতো আমাৰ লগতে সোমায়। বৰকাকতী আৰু গোস্বামীয়ে মাজে সময়ে কবিতা ৰচনা কৰি মোক শুনাইছিল আৰু বৰকাকতী ডাঙৰীয়াই গধূলি কলঙৰ পাৰত মোৰে সৈতে বহি গান গাইছিল। তেখেতে ৰবি ঠাকুৰৰ গান বৰ ভাল পাইছিল আৰু প্ৰায় তাকেই গাই আনন্দ কৰিছিল।....ৰায় বাহাদুৰ ডঃ সূৰ্য্যকুমাৰ ভূঞা

ডি-লিটৰ ঘৰো নগাঁৱত। তেখেতেও মাজে সময়ে কলঙৰ পাৰত আমাৰ লগত বহিছিল। ভূঞাদেৱৰ কথাবোৰ তেতিয়াই গহীন। তেখেতৰ বয়স মোতকৈ কম আছিল যদিও মই শ্ৰদ্ধা কৰিছিলোঁ বেচি।'

ছাত্ৰক শিক্ষাদান ব্ৰতত ব্ৰতী হৈ দত্তবৰুৱাই চুম্বকৰ দৰে ভালেমান সমধৰ্মী লোকৰ আকৰ্ষণ অনুভৱ কৰিছিল। মেধা শক্তিৰ উৎকৰ্ষ সাধনত যিসকল শিক্ষকে সাধকৰ দৰে নিজৰ কৰ্তব্যত মন-প্ৰাণ ঢালি দিছিল সেইসকলৰ ভিতৰত গণিতবিদ শিক্ষক উপাৰ্জন শইকীয়া অন্যতম। সেইবাবেইহে শইকীয়া এই জীৱন-চৰিতৰ নায়ক দত্তবৰুৱাৰ সমধৰ্মী। হিমালয় পৰ্বতৰপৰা যিবোৰ নৈ একেলগে নামি আহে সেই নৈবিলাকৰ ভিতৰত পৰস্পৰ সাহচৰ্য্য নাই। যদিও দৈবাৎ এখন নৈৰ লগত আন এখন নৈ মিলে তথাপিও সি সাহচৰ্য্য নহয়। সি এখনক আনখনে পৰাভূত কৰাৰ দৰেহে। গঙ্গা-যমুনা ব্ৰহ্মপুত্ৰ একেলগে মিলি পদ্মা হৈ গ'ল; কিন্তু পদ্মাত ব্ৰহ্মপুত্ৰক বিচাৰি পোৱা জানো সহজ? হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত উপাৰ্জন শইকীয়া মিলিছিল; কিন্তু এই মিলনত উভয়ে উভয়ক গ্ৰাস কৰিব নোৱাৰিলে। পদ্মাই তিনিখন নদ-নদী গ্ৰাস কৰি ৰাক্ষসী পদ্মা নামেৰে বিখ্যাত হ'ল। সুন্দৰবনত এই মিলনৰ ছবি জিলিকি উঠিল নীলাম্বুৰ পাৰত। দত্তবৰুৱা আৰু শইকীয়াৰ মিলন হ'ল গণিত-সমুদ্ৰত। গণিতত লীলাৱতীৰ নাম বিখ্যাত। গণিত শাস্ত্ৰক শুভঙ্কৰীও বোলে। কিন্তু বহুত ক্ষেত্ৰত এই গণিত ছাত্ৰৰ বাবে প্ৰলয়ঙ্কৰী। ৰাক্ষসক ছাত্ৰে ভয় নকৰে, কিন্তু গণিতক ভয় কৰে বাঘৰ দৰে। গণিতলৈ ভয় নকৰি নিৰ্ভীকতা প্ৰকাশ কৰিবৰ বাবে ছাত্ৰক অভয় দান দিলে দত্তবৰুৱা আৰু শইকীয়াই। যাদৱচন্দ্ৰ চক্ৰৱৰ্তীৰ পাটীগণিত অসমৰ বিখ্যাত অঙ্ক শাস্ত্ৰ। এই পাটীগণিতক পানী যেন কৰি এই দুয়োজন শিক্ষকে ছাত্ৰৰ কাৰণে দুৰ্ভেদ্য দুৰ্গ ৰচনা কৰি থৈ গ'ল। এই দুৰ্গৰ মাজত বহি ছাত্ৰসকলে অঙ্ক-শাস্ত্ৰত নিজৰ মেধা বৃদ্ধি কৰি ভয়-ৰাক্ষসক বধ কৰিবলৈ নিশ্চয় সুবিধা পাব। অসমীয়া ছাত্ৰ-সমাজ এই দুয়োজন অঙ্কবিদৰ গুৰিত ধৰুৱা।

উপাৰ্জন শইকীয়া

দত্তবৰুৱাৰ সাহিত্য সৃষ্টিৰ প্ৰথম অৱদান 'কবিতা-লতা'ৰ পাচত যিখন কিতাপ পোন প্ৰথমতে উপাৰ্জন শইকীয়া আৰু হৰিনাৰায়ণ দত্ত-বৰুৱাৰ যুটীয়া প্ৰচেষ্টাত ওলায়, তাৰ নাম হ'ল 'পুষ্পাঞ্জলি'। সাহিত্যৰ বেদীত 'পুষ্পাঞ্জলি'য়েই দত্তবৰুৱাৰ প্ৰথম সেৱাৰ অঞ্জলি।

পুষ্পাঞ্জলি

শেৱালি কবি ৰত্নকান্ত বৰকাকতীয়ে এই প্ৰসঙ্গত এইদৰে লিখি গৈছে—

"শ্ৰদ্ধেয় দত্তবৰুৱাৰ লগত মোৰ সেই স্কুলীয়া জীৱনত বৰ মিলা-প্ৰীতি আৰু সাহিত্য-চৰ্চা থকাটো এতিয়া যদিও মনত পৰে, মুঠতে এতিয়া সকলো কথা পাহৰি যোৱাৰ দৰেই হৈছে। তেখেতে প্ৰকাশ কৰা প্ৰথম কবিতা পুথিখন ময়েই Select কৰি দিছিলোঁ—কিন্তু এতিয়া তাৰ নামটোও পাহৰিলোঁ।'

কোৱা বাহুল্য, এই কবিতা পুথিখনেই সেই পুষ্পাঞ্জলি। এই পুষ্পাঞ্জলি হাতত লৈয়েই হৰিনাৰায়ণ দত্তবৰুৱাই অসম-জননীৰ সাহিত্য মন্দিৰলৈ তৰুণ-পূজাৰীৰ মনোভাৱ লৈ এখুজি দুখুজিকৈ সোমাই গৈছিল। তেওঁৰ কাব্যিক দৃষ্টিত এই সাহিত্য পূজাই সৰ্বশ্ৰেষ্ঠ সত্য হৈ উঠিছিল। তেওঁ বুজিছিল যে জীৱনত কাব্যৰ প্ৰভাৱেই সকলোতকৈ বেচি। জীৱনৰ ছন্দ মিলাবৰ বাবে মানুহে কাব্যক আশ্ৰয় কৰিব লাগে। মানুহৰ অনুপম গুণৰাশি কাব্যভাৱৰ মাজেদিয়েই প্ৰকাশ পায়। ন'হলে নীৰস সংসাৰত আৰু কি আছে? মানুহে দুটা ভৰিৰে খোজ কাঢ়ে, সি যেন এটা ছন্দ, দুটা বাহুৰে গমন কালত বায়ুপথ ভাঙি যায়, সিও যেন ছন্দ। চকুৱে চকুৱে মিলি পৰম ছন্দ হৈ এক প্ৰেমময় ভগৱানৰ স্বৰূপ দৰ্শন কৰে। নাসাৰন্ধ্ৰ দুয়োটাতে ছন্দৰেই লীলা। দুপাৰি দাঁত যদি ডালিমগুটীয়া হ'ল তাত সৌন্দৰ্য্যৰ পূৰ্ণ বিকাশ। দুয়োপাৰি দাঁত মিলি তামোলৰ ৰঙেৰে ৰঙাই যেতিয়া মিচিকিয়া হাঁহিৰূপে প্ৰকাশিত হয়, সেই দাঁতৰ সৌন্দৰ্য্যত ছন্দ নাই বুলি কোনে ক'ব? সেইদেখি দত্তবৰুৱাৰ প্ৰথম কবিতা কিতাপতো প্ৰথম ছন্দ হ'ল উপাৰ্জন আৰু হৰিনাৰায়ণ, অথবা হৰিনাৰায়ণ আৰু উপাৰ্জন। এই দুই লিখকৰ এখন কিতাপ পুষ্পাঞ্জলি সৰ্বতোভাৱে কাব্যধৰ্মী।

নগাঁৱত আৰু এজন প্ৰগাঢ় সাহিত্যিকৰ লগত হৰিনাৰায়ণ দত্ত-বৰুৱাৰ সংস্পৰ্শ লাভ হয়। সেইজন হৈছে স্বনামধন্য সাহিত্যিক আৰু এজন বুৰঞ্জীবিদ ডঃ সূৰ্য্যকুমাৰ ভূঞা। তেখেতে ছিলঙত সাহিত্যৰথীৰ সংস্পৰ্শ বহা অসম সাহিত্য সভাৰ ২২শ অধিবেশনৰ (১৯৫৩) সভাপতি স্বৰূপে দত্তবৰুৱাৰ বিষয়ে যি কৈ গৈছে তাক তলত উল্লেখ কৰিলোঁ—

'প্ৰাচীন অসমীয়া সাহিত্যৰ বৈজ্ঞানিক আলোচনা সম্বন্ধে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলে কাম হাতত লৈছে। আৰু কিছু কাম সম্পন্নও কৰিছে আৰু গাইগুটীয়া হিচাবে অন্যান্য পণ্ডিতেও এই কামত আগ বাঢ়িছে। নলবাৰী নিবাসী শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱাদেৱে ৰামায়ণ, মহাভাৰত, ভাগৱত আৰু অন্যান্য বৈষ্ণৱ সাহিত্য প্ৰকাশৰ বিৰাট চেষ্টাত লিপ্ত হৈ অসমীয়া জাতিক চিৰঋণী কৰিছে। এনে স্থলত অসম সাহিত্য সভাৰ ওপৰত পৰা ভাৰ বহু পৰিমাণে সুচল আৰু লঘু হৈ আছে।'

অসম সাহিত্য সভাৰ এই অধিবেশনতে দত্তবৰুৱা অসম সাহিত্য সভাৰ দ্বাৰা বিপুলৰূপে সম্বৰ্দ্ধিত হয়।

ইয়াৰ বাহিৰেও সেই সভাৰ সভাপতি ডঃ ভূঞা ডাঙৰীয়াই তেখেতৰ অপ্ৰকাশিত ইংৰাজী গ্ৰন্থ 'Men I have met'—ৰ ত্ৰয়োদশ অধ্যায়ৰ একাংশত দত্তবৰুৱাৰ পৰিচয় দিওঁতে যি লিখিছে তাকো তলত তুলি দিলোঁ—

'He was a school master by profession, but he concealed in his bosom the dynamite of patriotism. He established a printing press and a publishing concern. He published practically the entire corpus of Assamese Vaisnava classics. His illustrated edition 'Chitra Bhagavat' is an object of admiration and his main spring of action was his conviction that the wealth of Assamese Vaisnavism must be brought home to all people. I had met him

first about the year 1910 when he was a school teacher at Nowgong and afterwards every now and then at Gauhati.'

এনেদৰে গহীনভাৱে ডঃ ভূঞাই যে দত্তবৰুৱাৰ বিষয়ে তেখেতৰ জীৱন-স্মৃতিত লিখি যাব, তাৰ আভাস যেন দত্তবৰুৱাই বহুকালৰ আগতেই পাইছিল। সেইবাবে প্ৰথমজনৰ বিষয়ে দ্বিতীয়জনে যি লিখি গ'ল তাকেই আকৌ এবাৰ পাঠকসকলৰ আগত নিবেদন কৰিলো :

'ৰায় বাহাদুৰ ডাঃ সূৰ্য্যকুমাৰ ভূঞা ডি-লিটৰ ঘৰো নগাঁৱত। তেখেতেও মাজে সময়ে কলওৰ পাৰত আমাৰ লগত বহিছিল। ভূঞাদেৱৰ কথাবোৰ তেতিয়াই গহীন। তেখেতৰ বয়স মোতকৈ কম আছিল যদিও মই শ্ৰদ্ধা কৰিছিলোঁ বেচি।'

নগাঁৱত থকা কালতেই দত্তবৰুৱাই সাহিত্য সাধনাৰ বাবে যথেষ্ট অনুপ্ৰেৰণা আৰু সমল লাভ কৰিছিল। কাৰণ নগাঁৱেই কায়স্থ কুলৰ পদ্মফুল শঙ্কৰদেৱৰ জন্ম স্থান। প্ৰত্যেক ত্ৰিশ দিনৰ অন্তৰে অন্তৰে যেতিয়া এই শঙ্কৰদেৱৰে মহিমা কীৰ্তন কৰি সমা-লোচনাৰে, ব্যাখ্যাৰে, গুণগ্ৰাহিতাৰে, সমাদৰেৰে আৰু সত্যানুসন্ধিৎ-সাৰে যেতিয়া বেজবৰুৱাই অনুপম সাহিত্যৰ চানেকিস্বৰূপ সম্পাদকীয়-বোৰ বাঁহীৰ যোগেদি লিখিবলৈ ধৰিলে নগাঁৱৰ ভাগৱতী ধৰ্মৰ যেন নৱ পুনৰুৎথান ঘটিল। নগাঁৱৰ সৌমাজত শঙ্কৰদেৱৰ মন্দিৰ প্ৰতিষ্ঠিত হ'ল। আজি সেই নামঘৰৰ মণিকূটত থকা সিংহাসনৰ সৌন্দৰ্য্য হাজোৰ হয়গ্ৰীৱ মাধৱৰ সমতুল্য। প্ৰতিষ্ঠাপকসকলৰ ভিতৰত এজন বিমলাকান্ত বৰুৱাৰ প্ৰতিচ্ছবিৰে নামঘৰৰ বেৰ অলঙ্কৃত আৰু চাৰিওকাষে নামঘোষাৰপৰা বাছি অনা শ্লোক কাপোৰত শিপিনীৰ হতুৱাই সূতাৰে তোলাই লৈ বেৰত আঁৰি খোৱা আছে, যাক বহি থকাৰ পৰাই পঢ়িব পাৰি। সেইকালত নগাঁৱত শাস্ত্ৰবিদ পণ্ডিত ব্ৰহ্মকান্ত গোস্বামী ; যাক ঋষি-মুনি বুলি মাজে সময়ে সমনীয়া বন্ধুৱে জোকাইছিল। তেনেকুৱাই ডটীয়া গোলোকচন্দ্ৰ হাজৰিকা, সদালাপী দীননাথ বৰুৱা (পুস্তক ব্যৱসায়ী), থিয়েটাৰত ৰজাৰ ভাও লোৱা মহীকান্ত বৰুৱা, শিক্ষক লবোৰাম শইকীয়া, বলিষ্ঠ ভোগৰাম দত্ত আদি ভদ্ৰলোকসকলৰ পৰিবেষ্টনত সেই শঙ্কৰদেৱৰ মন্দিৰ ইভ্নিং ক্লাবৰ দৰেই হৈছিল। এবাৰ ফাকুৱাত শিক্ষক ভোগৰাম দত্তই

তেওঁ থকা পঁজাঘৰৰ দুৱাৰখন বন্ধ কৰি ভিতৰ সোমাই আছিল। বাহিৰত খগেশ্বৰ চলিহা আৰু মহীকান্ত বৰুৱাই ফাকু মাৰিবলৈ তেওঁৰ বাঁহৰ দুৱাৰখন ভাঙো যেন কৰিছিল। এনেতে হঠাৎ ভোগ-ৰাম দত্তই দুৱাৰ মেলি ভিতৰৰপৰা ওলাই আহি ফাকু দিব খোজা চলিহা আৰু বৰুৱা দুযোকে দুই বাহুৰে ধৰি বালীয়ে ৰাৰণক লৈ যোৱা দি দুয়োকো লৈ বিস্বাশবদে লৰ দিলে। এতিয়া ফাকু দিওঁতাৰ অৱস্থা দেখি সকলোৱে হাঁহিবলৈহে ধৰিলে। হৰিনাৰায়ণ দত্তবৰুৱাও সেই কালত সেই দলৰে ভিতৰুৱা আছিল।

বেজবৰুৱাৰ "বাঁহী"ৰ নিনাদত শঙ্কৰদেৱ সূৰ্য্যক ঢাকি খোৱা ডাৱৰবোৰ আঁতৰি গ'লত বেলি ওলাল। এই বেলিটোৱেই অসমীয়াৰ সাহিত্যাকাশৰ বেলি। ৰামেশ্বৰ বৰুৱা হেড্‌মাষ্টৰৰ পৰিযত্নত নগাঁৱত শঙ্কৰদেৱৰ মন্দিৰ স্থাপিত হ'ল। গোলোক হাজৰিকা, দীননাথ শৰ্ম্মা, মহীকান্ত বৰুৱা, বিমলাকান্ত বৰুৱা, খগেশ্বৰ চলিহাৰ নাম এই মন্দিৰৰ লগত জড়িত। খগেশ্বৰ চলিহাই ৰুই থৈ যোৱা সকলোতকৈ দীঘল নাৰিকল গছ্ জোপাই এতিয়াও শঙ্কৰদেৱ মন্দিৰৰ পূব প্ৰান্তৰ সীমাত থিয় হৈ ধুমুহা-বতাহৰ লগত যুজিব লাগিছে। শঙ্কৰদেৱ মন্দিৰৰ ছাঁত হৰিনাৰায়ণ দত্তবৰুৱাই বহি যি অমৃত লাভ কৰিলে, তাৰেই ভাও তেওঁ ভৰালে পৰৱৰ্ত্তী কালত। তেওঁৰ সহ-কৰ্ম্মী কমলাকান্ত শইকীয়া, উপাৰ্জন শইকীয়া, মহীকান্ত মহন্তয়ো এই অমৃত খাইছিল, কিন্তু তেওঁবিলাক নীৰৱ হৈ ৰ'ল। জগতত প্ৰচাৰ কৰিবৰ বাবে অকল হৰিনাৰায়ণ দত্তবৰুৱাইহে এই ব্ৰত গ্ৰহণ কৰিলে আৰু বহুত কালৰ পাচত এই আদৰ্শৰ বন্তি জ্বলালে তেওঁৰ নিজৰ ঠাই নলবাৰীত দত্তবৰুৱাই 'হৰিমন্দিৰ' স্থাপন কৰি।

এই শঙ্কৰদেৱৰ মন্দিৰতে শঙ্কৰদেৱৰ তিথিত দত্তবৰুৱাই স্তোত্ৰ ৰচনা কৰি গাইছিল। এই সম্পৰ্কে তেওঁ নিজেই এইদৰে লিখি গৈছে—

'এই সময়ত জগৎগুৰু শ্ৰীশঙ্কৰদেৱৰ তিথিৰ সময়ত আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ তিথিৰ সময়ত দুটা স্তোত্ৰ লিখোঁ। জগৎগুৰুৰ স্তোত্ৰটো আমোলাপটিৰ ৰাজহুৱা উৎসৱত মহেন্দ্ৰ মহন্ত মৌজাদাৰে আমাৰ সৈতে গাইছিল।'

পঢ়াশলীয়া পাঠ্যপুথি ৰচনা কৰোঁতে দত্তবৰুৱাৰ অনুৰাগ প্ৰাচীন সাহিত্যৰ প্ৰতি কিয় ধাবিত হ'ল তাক ভাবি উলিয়াবলৈ টান নালাগে। নগাঁৱত শঙ্কৰ মন্দিৰ নহৈ যথাৰ্থতে সাহিত্য মন্দিৰহে স্থাপিত হ'ল।

**প্ৰাচীন সাহিত্যৰ প্ৰতি আগ্ৰহ**

সেই সময়ত সাহিত্যৰ বাবে কোনো সভা-সমিতি নাছিল। সাহিত্যিকসকল অৱজ্ঞাত। কাকো কোনেও অভিনন্দন দিয়াৰ আৱশ্যকতা বোধ নকৰে। কবিসকল আৰু অৱজ্ঞাত। সেইবাবে সেই সময়ত সাহিত্যৰ সেৱকৰ অৱস্থাটোযে সন্মানজনক নাছিল তাক ভালকৈয়ে বুজিব পাৰি। তেনেকুৱা সময়ত সাহিত্যৰ যথাৰ্থ দুন্দুভি বজালে শঙ্কৰী সাহিত্যই। হৰিবিলাস আগৰৱালা, মাধৱচন্দ্ৰ বৰদলৈ, শিৱনাথ ভট্টাচাৰ্য্যৰ অনুগ্ৰহত শঙ্কৰী সাহিত্যই ছপাৰ আখৰেৰে ৰাইজক দেখা দিলে। কিন্তু প্ৰাচীন সাহিত্যৰ সৰহ ভাগ থাকিল সাঁচিপাতৰ বুকুত লুকাই। হৰিনাৰায়ণ দত্তবৰুৱাই এই প্ৰাচীন সাহিত্যৰ দুৱাৰডলি পাৰ হ'ব খুজিলে। হেমচন্দ্ৰ গোস্বামী প্ৰমুখ সাহিত্যিকসকলে এই সাহিত্যৰ দুৱাৰ মেলি দিছিল আৰু দুৱাৰ-ডলিৰপৰা আন্ধাৰ গুহাৰ মণি দেখা পোৱা অৱস্থাৰ সৃষ্টি হবলৈ ধৰিলে।

হৰিনাৰায়ণ দত্তবৰুৱাই যাৰ সহায়ত পুৰণি পুথিবোৰ চাবৰ সুবিধা পালে তেওঁৰ নাম মোহনচন্দ্ৰ গোস্বামী। দত্তবৰুৱাই এই প্ৰসঙ্গত লিখি গৈছে—

'লাইআটী সত্ৰৰ মোহনচন্দ্ৰ গোস্বামী নামৰ মেট্ৰিক পাছ্ ডেকা এজনো আহি মাজে সময়ে মোৰ লগ লাগিছিল। এসময়ত মোক তেখেতৰ ঘৰলৈকো নিছিল আৰু পুৰণি সৰ্বহ দেখুৱাইছিল। এই সময়ৰপৰা মই পুৰণি পুথিলৈ আগ্ৰহ দেখুৱাইছিলোঁ আৰু য'তে যি পাওঁ সংগ্ৰহ কৰিছিলোঁ। মোহন গোস্বামীৰপৰাও অলপ লোৱা হৈছিল।'

ভবিষ্যতৰ গৰ্ভত দত্তবৰুৱাৰ বাবে যিখনি আসন বিশিষ্ট হৈ ৰ'ল সেই আসনখন প্ৰতিষ্ঠা হোৱাৰ এয়েই উপক্ৰম। শিক্ষক হিচাবে দত্তবৰুৱাতকৈ ডাঙৰ শিক্ষক অসমত আছিল আৰু আগলৈও হ'ব। স্কুলীয়া পাঠ্য-পুথি ৰচনাতো দত্তবৰুৱাক চেৰ পেলাওঁতা হয়তো অসমত যথেষ্ট ওলাব, কিন্তু প্ৰাচীন সাহিত্যৰ সেৱাত দত্তবৰুৱাৰ সমান অসমত আগেয়েও কোনো নাছিল আৰু আগলৈকো হোৱা টান।

অসম সাহিত্য সন্মিলনত দত্তবৰুৱাক সহকাৰী সম্পাদকৰ বিষয় বাব দি তেওঁকে পুৰণি পুথি সংগ্ৰহ কামত যেন সোণতহে সুৱগা চৰালে।

ভাগ্যদেৱীয়ে অলক্ষ্যে থাকিয়েই যেন দত্তবৰুৱাক এই কামলৈ বৰণ কৰি নিলে। দত্তবৰুৱাই এই বিষয়ে নিজে লিখি গৈছে —

'কি বাবে কব নোৱাৰোঁ। তেজপুৰত বহা অসম সাহিত্য সন্মিলনত ( ১৯২০ ) শৰৎচন্দ্ৰ গোস্বামীদেৱক প্ৰধান সম্পাদক, মোক আৰু শ্ৰীহৰিনাথ পাঠক চৌধাৰীক সহকাৰী সম্পাদক নিযুক্ত কৰে। মই এই কাম ১৯২৭ চনলৈকে কৰিছিলোঁ। ধুবুৰী আৰু গোৱালপাৰা সাহিত্য সন্মিলনলৈ গৈছিলোঁ আৰু তাৰ কামত সামান্য সহায় কৰিছিলোঁ। সম্পাদকৰ কামত থাকোঁতে বহুত উচ্চ শিক্ষিত মানুহৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদান হৈছিল। বিশেষকৈ গোস্বামীদেৱৰ অনুপস্থিতিত প্ৰধান সম্পাদকৰ গোটেইখিনি কাম মোৰ ওপৰত পৰিছিল। তাৰ ফলত কিছু বাহিৰা অভিজ্ঞতা মোৰ লাভ হৈছিল। ইয়াৰ উপৰিও পুৰণি পুথি অনুসন্ধানত দুবাৰো মই যাব লগীয়া হৈছিলোঁ—এবাৰ গৈছিলোঁ মাজুলীলৈ—দক্ষিণপাট, চামগুৰি, নৰসিংহ, আউনীআটী, কমলাবাৰী, বেঙেনাআটী আদি সত্ৰ ফুৰিছিলোঁ আৰু এবাৰ গৈছিলোঁ নগাঁৱৰ বটদ্ৰৱা, বালিসত্ৰ, আইভেঁটি নসত্ৰ, শ্ৰীশ্ৰীকৰ্চুং আদিলৈ। এইবোৰ ঠাইত যিবোৰ প্ৰাচীন সম্পদ দেখিছিলোঁ তাৰ টোকা আনি সভাত দিছিলোঁহি।

আউনীআটীত পাইছিলোঁ দুষ্প্ৰাপ্য পুথি হস্তীবিদ্যামহাৰ্ণৱ আৰু নগাঁৱৰ বালি-সত্ৰত পাইছিলোঁ সচিত্ৰ-ভাগৱত আদি। সেই সময়ত বালিসত্ৰত শ্ৰীযুত ধনেশ্বৰ গোস্বামী নামৰ এজনা পণ্ডিত নৈষ্ঠিক গোসাঁই আছিল; তেখেতৰ ঘৰতেই সৰহ ভাগ পুথি ভালদৰে ৰক্ষা কৰিছিল। আজিও পুতেক শ্ৰীযুত শিৱেন্দ্ৰ দেৱাধিকাৰে ৰক্ষা কৰি আছে। মই যোৱা সময়ত গোসাঁইৰ অসুখ বৰ বেচি, বয়স বহুতো—যায় যায় অৱস্থা। মই গৈ আঁঠুলোৱাত তেৰাই আশীৰ্বাদ দিলে—'ভগৱন্তই মঙ্গলে ৰাখক—দুজনা মহাপুৰুষৰ কৃত পুথিবোৰ প্ৰকাশ কৰিবলৈ শক্তি দিয়ক।' ইয়াৰ পাচত পুথিবোৰ উলিয়াই দিয়ায়। মই চাওঁতে সচিত্ৰ ভাগৱতখন পাওঁ। ইয়াৰ আখৰবোৰ হুমচমকতে দেৱনাগৰী যেন দেখিছিলোঁ।

বুঢ়াগোঁসায়ে ২।৪ দিন পাচতেই বৈকুণ্ঠপ্ৰয়াণ কৰিলে, সম্ভৱত : আমাক আশীৰ্বাদ দিবলৈ বাট চাই আছিল। আৰু তেৰাৰ আশীৰ্বাদতহে পুথিখন দেখিলোঁ। বহুত অনুনয় বিনয় কৰি আমি প্ৰায় কুৰি বছৰ পাচত পুথিখন নিজৰ হাতলৈ আনো আৰু ইয়াৰ পদবো হুবহু নকল কৰি সম্পূৰ্ণ ভাগৱতত দিওঁ। বানান লৈ কিছুমানে আপত্তি কৰাত পাচত আধুনিক বানানত ছপা কৰাওঁ।

দক্ষিণপাটত বনমালীদেৱৰ স্থাপিত শ্ৰীধৰস্বামীৰ টীকা থকা সংস্কৃত ভাগৱতৰ কেইটামান ভাল কেইটামান আধাপোৱা সাঁচিপাত থাপনাত পোৱা হ'ল। পুথিৰ বাকচটোত পোকে ধৰিছিল। সেই সময়ত নাচালে, যি কেইটা পাত আছে সিও কিজানি নষ্ট হ'লহেঁতেন। বিবৰণ শুনিলোঁ—বনমালীদেৱ কোচবিহাৰৰপৰা আহোঁতে এই পুথি লগতে আনিছিল, সোণৰ শলখা মাজতে দিয়া আছিল হেনো। কিছুমানে কয় শ্ৰীমন্ত শঙ্কৰ গুৰুৱে স্বহস্তে লিখি এই পুথি শ্ৰীদামোদৰ গুৰুক দিছিল। আনি পাচত ফটোগ্ৰাফাৰ পঠাই দুটামান পাতৰ ফটো তনাই চন্দ্ৰকান্ত হলত ৰখাইছিলোঁ।'

প্ৰকৃত সাহিত্যই মানুহক অমৃতত্ব লাভ কৰাৰ আস্বাস দিয়ে। মহাভাৰত-ৰামায়ণৰ বাহিৰেও গীতা আৰু ভাগৱতে ভাৰতীয় সাহিত্যৰ প্ৰকৃত অংশ সামৰি ৰাখিছে আৰু এই সাহিত্যৰ ছাঁতে অগণন কৃত্ৰিম সাহিত্যৰ সৃষ্টি হৈছে। যদিও ভাৰতত গীতাৰ দৰে শক্তিশালী সাহিত্য, ভাগৱতৰ দৰে অনুপম প্ৰেমৰ কাব্য আৰু ৰামায়ণ মহাভাৰতৰ দৰে মহত্তম চৰিত্ৰৰ বিচিত্ৰ সৃষ্টিৰ মহাকাব্য ৰচিত হৈ ভাৰতীয় প্ৰকৃত সাহিত্যৰ সৰ্বোত্তম সম্পদেৰে ঐশ্বৰ্য্যবান কৰি থৈছে, তথাপিও ভোগতত্ত্ব আৰু জড়বাদক প্ৰাধান্য দিয়া পাশ্চাত্যৰ বিপুল সাহিত্যই বিজ্ঞানক সাৰথি কৰি ভাৰতৰ দুৱাৰডলিত থিয় দি ক্ষান্ত নহৈ অন্তঃপুৰলৈকে প্ৰৱেশ কৰিছে, আৰু তাৰ চমকনিত অভিভূত হৈ আজিৰ ভাৰতীয় সাহিত্যৰ বিলনীয়াই প্ৰেম ভক্তি আৰু ত্যাগ ধৰ্মৰ অনিৰ্বচনীয়তাক কানিৰ ৰাগী বুলি অভিহিত কৰিবলৈ প্ৰয়াস কৰিছে। এই বিলনীয়াসকলে ভাবে যে, এই কানিৰ ৰাগীত নৱ-জাগৰণৰ কোনো পথ নাই। চিমেণ্ট্ আৰু কংক্ৰিটেই যদি নৱ-জাগৰণ হয়, তেনেহলে তেনেকুৱা নৱ-জাগৰণ ভাৰতে বহুতবাৰ দেখিছে। কানিৰ ৰাগীত আত্মাৰ নৱ-জাগৰণ নাই বুলি যদি

বিলনীয়াসকলে ভাবে তেনে হুইস্কী ব্ৰাণ্ডি সেৱন কৰি নৱ-জাগৰণৰ পথত আগবাঢ়িব পাৰিব নেকি ? হয়তো পাৰিবও পাৰে, কিন্তু ত্যাগ বা প্ৰেম ভক্তিৰ এইবোৰ উপকৰণ নহয়। তাৰ বাবে একমাত্ৰ উপকৰণ ভাৰতীয় সাহিত্যৰ গীতা, ভাগৱত, ৰামায়ণ আৰু মহাভাৰতেইহে।

এইবাবেইহে শঙ্কৰ-সূৰ্য্যক বেষ্টন কৰি অগণন গ্ৰহ-নক্ষত্ৰই অসম সাহিত্য-গগনত প্ৰকৃত সাহিত্য ৰচনা কৰি পঞ্চদশ শতিকা ধন্য কৰি গ'ল। আজিৰ কৰ্মবাদৰ সমাজতন্ত্ৰবাদৰ পাঞ্চজন্যত যি সুৰ ধ্বনিত হৈ উঠিছে, তাত এই সাহিত্য-সূৰ্য্যৰ অৱমাননা নাই। আমি শুনিছোঁ যে চোভিয়েট সংস্কৃতিত ৰামায়ণ মহাভাৰতৰ বাবে এতিয়াহে দুৱাৰ মুকলি হৈ পৰিছে। প্ৰকৃত মনুষ্যত্ববোধ প্ৰকৃত সাহিত্য একে পৰ্য্যায়ৰ বস্তু। জড়বাদ বা ভোগবাদত প্ৰকৃত মনুষ্যত্ব নাই। প্ৰকৃত মনুষ্যত্ব আছে মানৱীয় প্ৰকৃত গুণৰাশিৰ অনুশীলনত। সমাজ-তন্ত্ৰবাদৰ কম্যুনিজমত এই অনুশীলনৰ অভাৱ নাই। সেইবাবেইহে ৰামায়ণ মহাভাৰতৰ তাত সমাদৰ। চোভিয়েট ৰুচিয়াত অভিনয়তো সেই মহাকাব্যবেই দৃশ্য আজি বিৰাজমান।

এই প্ৰকৃত সাহিত্যৰ প্ৰচাৰত আমাৰ ৰাজ্যত যিজন পুৰুষ সফল হৈ যাব পাৰিলে তেৱেঁই সাহিত্যৰত্ন হৰিনাৰায়ণ। হৰি-নাৰায়ণে দেখা পালে যে পূৰ্ণ সাহিত্যৰ মৰ্য্যাদাত নামঘোষা আৰু অসমীয়া শ্ৰীমদ্ভাগৱত সুপ্ৰতিষ্ঠিত হৈ আছে। যোৰহাটৰ নৰ্মাল স্কুলত শিক্ষাদান কালতে শ্ৰীমদ্ভাগৱতৰ লগত তেওঁৰ পৰিচয় সম্পূৰ্ণ ভাৱেই হৈছিল।

শঙ্কৰদেৱৰ এই ভাগৱত যেতিয়া নৰ্মাল স্কুলৰ পাঠ্য নিৰ্বাচিত হ'ল, মুছলমান ছাত্ৰৰ তাত আপত্তি হোৱাত সেই সময়ৰ বৃটিছ গৱৰ্ণ-মেণ্টৰ শিক্ষা বিভাগে সেই কথা বিচাৰ কৰিবৰ কাৰণে অসমৰ এজন শিক্ষাবিদ্ মৌঃ বাক্স্ মহম্মদ বি-এ, বি-টিক ভাৰ দিয়ে। তেওঁ শঙ্কৰদেৱৰ ভাগৱতক নৰ্মাল স্কুলত পাঠ্য কৰি দিয়া কাৰ্য্যত অলপো অসঙ্গতি নেদেখিলে, বৰং তেওঁ মত দিলে যে তাত সাৰ্বজনীন শিক্ষাহে আছে, গতিকে এইখিনি কথা নৰ্মাল স্কুলৰ পাঠ্য কৰি দিয়াটো মুছলমান ছাত্ৰৰ পক্ষেও একো অনুপযোগী হোৱা নাই।

হৰিনাৰায়ণ দত্তবৰুৱা সম্ভৱতঃ সেই কালত যোৰহাটৰ নৰ্মাল স্কুলতে আছিল। দত্তবৰুৱাৰ মন যে প্ৰকৃত সাহিত্যৰ প্ৰতি উন্মুখ

আছিল সেইটো তেওঁৰ মহাপুৰুষৰ শাস্ত্ৰৰ প্ৰতি অনুৰাগেই প্ৰধান প্ৰমাণ। এই জীৱনী লিখকৰ লগত কথা প্ৰসঙ্গত তেওঁ কৈছিল যে মুছলমানসকলৰ মছজিদত আজান দিয়াৰ সময়ত তেওঁ বাটেদি খোজ কাঢ়ি গৈ থাকিলেও সেই আজানৰ ধ্বনি তেওঁৰ কাণত প্ৰৱেশ কৰা মাত্ৰকে তেওঁ স্তব্ধ হৈ ৰৈ ঈশ্বৰক প্ৰণিপাত জনায়। ইয়াৰ পৰাই তেওঁৰ বিশ্বধৰ্মৰ প্ৰতি যে কিমান অনুৰাগ সেইটো বুজিব পাৰি।

অসমৰ প্ৰাচীন সাহিত্য অৱজ্ঞাৰ বস্তু নহয় বুলিয়েই সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাই সেই সাহিত্যৰ প্ৰকাশ আৰু প্ৰচাৰেই জীৱনৰ ব্ৰত কৰি ললে। মহাকাব্য আছে বুলিয়েই যে প্ৰাচীন সাহিত্য গৌৰৱৰ বস্তু তেনে নহয়। 'মেঘনাদ বধো' এখন বঙলা সাহিত্যৰ মহাকাব্য। সেই মহাকাব্যখন আছে বুলিয়েই যে বঙলা সাহিত্য গৌৰৱৰ বস্তু তেনে কথা নহয়। 'মেঘনাদ বধ'তকৈ ডাঙৰ আৰু মহৎ সাহিত্য বঙলা ভাষাত বহুত ৰচিত হৈছে আৰু হ'ব; কিন্তু অসমীয়াৰ প্ৰাচীন সাহিত্যত যি মহত্ত আছে তাতকৈ মহত্তৰ সাহিত্য অসমত আবিৰ্ভাৱ হোৱাতৌত সন্দেহ আছে। বৰ্তমান কালৰ নবেল প্ৰাইজ পোৱা ৰচনাসমূহক মহৎ সাহিত্য বুলি কব পাৰি হয়; কিন্তু ১৯২৪ চনতে অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে কোৱা কথা এষাৰ আমাৰ মনত পৰে। হাজৰিকাই কৈছিল যে, মাধৱদেৱৰ দিনত যদি নবেল প্ৰাইজ দিয়া প্ৰথা থাকিলহেঁতেন তেনে নামঘোষাই যে নবেল প্ৰাইজ আহৰণ কৰিব পাৰিলেহেঁতেন সেই কথা ধ্ৰুৱ সত্য। যি নহওক, প্ৰাচীন সাহিত্যৰ মৰ্য্যাদা ৰক্ষা কৰিবৰ বাবে যে হৰিনাৰাযণ দত্তবৰুৱাই সঙ্কল্প কৰি লৈ সেই কাৰ্য্য নিজৰ জীৱনত সফল কৰি যাব পাৰিলে, তাৰ বাবে প্ৰাচীন সাহিত্যৰ এই সেৱক অভিনন্দনৰ যোগ্য।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বুৰঞ্জীবিদ্ শ্ৰীবেণুধৰ শৰ্মাই দত্তবৰুৱাৰ এই কাৰ্য্যৰ শলাগ লৈ এইদৰে লিখিছে—

'বৈষ্ণৱ সাহিত্য প্ৰকাশ, প্ৰচাৰ আৰু প্ৰসাৰ কৰাত হৰিনাৰায়ণ দত্তবৰুৱাৰ দৰে জীৱন উৎসৰ্গ কৰোঁতা পুৰুষ আৰু এজন যে সতকাই ওলাব—তাৰ আশাহে অতি ক্ষীণ—এইষাৰ কথা ভাবিহে অলপ বেজাৰ লাগে।'

## দত্তবৰুৱাৰ জীৱন-কথা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শত অনুপ্ৰাণিত হৈ তেখেতে মৰণক আগ কৰি যি ভাৱে বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি বিচাৰি আৰু তাৰ তথ্য বস্তু সংগ্ৰহত গোটেই অসম পৰিভ্ৰমণ কৰিছিল, তাক দেখা শুনা সকলে স্তম্ভিত হৈ কৈছিল "দত্তবৰুৱা সঁচাকৈয়ে শ্ৰীমন্ত শঙ্কৰৰ অনুগত শিষ্য হয়।"

আজীৱন একনিষ্ঠভাৱে বৈষ্ণৱ ধৰ্ম অনুশীলন কৰি, দত্তবৰুৱাই দৈনন্দিন জীৱনৰ ধাৰাটোকে বৈষ্ণৱময় কৰি পেলালে। তেওঁৰ সাধনাৰ ফল হাতে হাতে পালেও। ঈশ্বৰত তনুমন অৰ্পণ কৰি 'মুখে ৰাম নাম স্মৰি' একান্তভাৱে 'কৃত্যকাম'ত ব্ৰতি হোৱা বাবেই হৰিনাৰায়ণ দত্তবৰুৱাই জীৱনৰ সঙ্কল্প সিদ্ধি কৰিব পাৰিলে। এখেতৰ দৰে আত্মবলৰ দ্বাৰাই সিদ্ধকাম হোৱা সৰল, নিৰঙ্কাৰী, অতিথি-বৎসল পুৰুষ অতি বিৰল।

হৰিনাৰাযণ দত্তবৰুৱাই ১৯৫৩ চনত "শ্ৰীশঙ্কৰ বাক্যামৃত" নামৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা ৰচিত সমুদায় গ্ৰন্থ একেলগে গোট খুৱাই প্ৰকাশ কৰোঁতে প্ৰকাশকৰ নিবেদনত এইদৰে লিখি গৈছে—

'শ্ৰীমন্ত শঙ্কৰদেৱ চকুৰ আঁতৰ হ'লেও তেৰাৰ শিক্ষা আৰু অমৰ গ্ৰন্থৰাজি দেশত থকাত আজিও তেৰা আমাৰ মাজত থকা যেন হৈ আছিল। এই জ্ঞানহীনৰ অন্তৰত পাঁচ বছৰমান আগতে মহাপুৰুষৰ গ্ৰন্থবোৰ সংগ্ৰহ কৰাৰ ভাৱ জন্মে। তাৰ পাচত আমি একেৰাহে দুবছৰমান শ্ৰম আৰু অৰ্থব্যয় কৰি শ্ৰীগুৰুৰ অমূল্য গ্ৰন্থবোৰ গোট খুৱাওঁ আৰু তাকে "শ্ৰীশঙ্কৰ বাক্যামৃত" নাম দি ৰাইজৰ আগত দাঙি ধৰাৰ সঙ্কল্প লওঁ।'

ৰাতিৰ আন্ধাৰ আকাশত যেনেকৈ এটি দুটিকৈ তৰা জ্বলি উঠে সেইদৰে হৰিনাৰায়ণ দত্তবৰুৱাৰ যত্নত অসমীয়া সাহিত্যৰ আকাশত প্ৰাচীন সাহিত্যৰ নক্ষত্ৰমণ্ডলী সেইদৰে এটি দুটিকৈ জ্বলি উঠি প্ৰকাশিত হ'বলৈ ধৰিলে।

'কথা গুৰু চৰিত', 'চিত্ৰভাগৱত' প্ৰকাশিত হ'ল।

'ভক্তি বিবেক', 'সপ্তকাণ্ড ৰামায়ণ' ওলাই ৰাইজক দেখা দিলে।

'শ্ৰীশঙ্কৰ বাক্যামৃত' নামৰ বৃহৎ কলেৱৰৰ গ্ৰন্থ ওলাল।

'চিত্ৰ ভাগৱত'খন প্ৰকাশিত হ'লত তাৰ বিপুল সাজ-সজ্জা দেখি দৰ্শকৰ চকু থিৰ হ'ল।

'চিত্ৰ ভাগৱত' উদ্ধাৰ সম্বন্ধে বৰদোৱাৰ শ্ৰীশ্ৰীনৰোৱাবালি-সত্ৰৰ শ্ৰীশিবেন্দ্ৰনাৰায়ণ দেৱাধিকাৰ গোস্বামী দেৱৰ চিঠিৰ পৰাই তলৰ কথাখিনি তুলি দিও—

'১৯২৮ চন মানতে যেতিয়া যোৰহাট নৰ্মাল স্কুলত দত্তবৰুৱাই অধ্যাপনা কৰে। তেতিয়াই প্ৰথম বাৰৰ কাৰণে প্ৰাচীন পুথিৰ অনুসন্ধানত আহোঁতে ( অসম সাহিত্য সভাৰ হৈ ) বালি সত্ৰলৈকো আহে আৰু নিজৰ অভিলাষৰ কথা আমাৰ পিতৃদেৱ ধনেশ্বৰ দেৱাধিকাৰ গোস্বামীৰ আগত প্ৰকাশ কৰে। পিতৃদেৱ তেখেতৰ শিৰত হাত থৈ মনোৰথ পূৰ্ণ হ'বৰ আশীৰ্বাদ দিয়ে।........ ........আমাৰ আৰু দত্তবৰুৱাৰ একান্ত ইচ্ছা আৰু পিতৃদেৱ অনুমতি সাপেক্ষে ১৯৩৬ চনত দ্বিতীয়বাৰ বালিসত্ৰলৈ আহোঁতে চিত্ৰ-ভাগৱতখনি তেখেতৰ হাতত সমৰ্পণ কৰা হয় — প্ৰকাশৰ নিমিত্তে তেখেতৰ অনুৰোধ ক্ৰমেই গুৰুজনাৰ কীৰ্তি যুগমীয়া কৰি ৰাখিবৰ প্ৰয়াসত তেখেতৰ জৰীয়তে নিজে এইফেৰি কাৰ্য্যৰে সহযোগ কৰিবলৈ পাই ধন্য হওঁ।'

ইয়াৰ পাচত মহাভাৰত সঙ্কলন আৰু প্ৰকাশ সম্বন্ধে দত্তবৰুৱাই নিজে এইদৰে লিখি গৈছে—

'মহাভাৰত কামৰূপীয় বৈষ্ণৱ ধৰ্মৰ পাশুপাত অস্ত্ৰ। গোটেই মহাভাৰতখন কৃষ্ণলীলা চৰিত্ৰেৰে ভৰা--বিশেষকৈ বনপৰ্বৰ উপ মহাভাৰতবোৰ কৃষ্ণলীলাৰ লগতে নামৰ মাহাত্ম্য প্ৰচাৰৰ একোখনি অনুপম কাব্য। অসমীয়া মহাভাৰতৰ এইটোৱেই বৈশিষ্ট্য। ইয়াক সংগ্ৰহ কৰি প্ৰকাশ কৰিব পাৰিলে কামৰূপীয় বৈষ্ণৱ ধৰ্মৰ মাধুৰ্য্য ভালদৰে প্ৰকাশ হ'ব বুলি আমি বহুত দিনৰপৰা আশা কৰি আছিলোঁ। 'শ্ৰীশঙ্কৰ বাক্যামৃত' প্ৰকাশ হোৱাৰ পাচত মহাভাৰত প্ৰকাশত বিশেষ মনোযোগ দিয়া হয়।'

১৯৫১ চনত গুৱাহাটীত মহাভাৰত কাৰ্য্যালয় স্থাপন কৰি মহাভাৰত সংগ্ৰহৰ কাম আৰম্ভ কৰা হৈছিল। কিছুদিন কাম কৰাৰ পাচত ছপা কৰাৰ ব্যৱস্থা কৰা হয়। আমাৰ উমাপ্ৰেছ আৰু কলিকতাৰ পাঁচখন ছপাখানা বন্দবস্ত কৰি পৰ্ব পৰ্বকৈ ছপা কৰিবলৈ দিয়া হয়। এইদৰে খৰখেদা কৰাৰ কাৰণ এইটো যোৰহাটৰ লক্ষেশ্বৰ শৰ্মা বি-এ, এচ্-ডি-চি মহাশয়ে পোনতে মহাভাৰত ছপা কৰিবলৈ



মাটিত ( বাওঁফালৰপৰা ) : অক্ষয় পাঠক, শ্ৰীআদ্যনাথ শৰ্মা,
চকীত ( বাওঁফালৰপৰা ) : প্ৰাণনাথ বুজৰবৰুৱা, শ্ৰীচন্দ্ৰনাথ দত্তফুকন, শৰৎচন্দ্ৰ গোস্বামী, ঘনকান্ত বৰুৱা
থিয়হৈ ( বাওঁফালৰপৰা ) : কাশীনাথ বৰ্মণ, × , দত্তবৰুৱা, আজিজুৰ ৰহমান চাহ

আৰম্ভ কৰিছিল। পাচত যোৰহাটৰ ৰায় চাহাব দুৰ্গাধৰ বৰকটকী ডাঙৰীয়াই ছপাবলৈ আৰম্ভ কৰে। দুয়োজনা সুধী দেশকৰ্মী মাতৃ-পূজকৰ ফুল-জল অলপ অলপ গোটাওঁতেই দুযোজনা মাতৃ-পূজকে চকু মুদে। আমি তৃতীয় ব্যক্তি—বিদ্যা, বুদ্ধি, ধনহীন, সঙ্গীহীন প্ৰাণী; মৃত্যুৰে চুলিত ধৰি থকা বোধ কৰি সদায় মহাভাৰতৰ চিন্তা কৰিব ধৰোঁ। এইখিনিতে বাণীকান্ত কাকতি দেৱৰ আশীৰ্বাদৰ কথা উল্লেখ কৰিবলগীয়া হলোঁ। আমি মহাভাৰত সঙ্কলন কৰিবলৈ হাতত লোৱা শুনি ডঃ কাকতিয়ে অনুগ্ৰহ কৰি আমালৈ লিখা চিঠি পোৱাতো আমাৰ মনত সাহ জন্মা নাছিল। কিন্তু সেই আশীৰ্বাদৰ ফলতেই সম্ভৱতঃ আমাৰ হৃদয়ত অদম্য সাহস জন্মে—আৰু নানা ফালৰ-পৰা ধন সংগৃহীত হৈ ছটা ছপাখানাত পূৰ্ণ উদ্যমে কাম চলিবলৈ ধৰে—কেইটামান প্ৰেছে ছপাৰ কাকত পৰ্য্যন্ত বাকী ৰাখি কাম কৰে। এইদৰে এই বিপুল অসমীয়া অষ্টাদশ পৰ্ব মহাভাৰত পাঁচ বছৰৰ ভিতৰতে ছপা হৈ ওলায়। চৰকাৰৰ পাঁচ বছৰীয়া পৰিকল্পনাৰ আন আন কামৰ দৰে আমাৰ ভাষা-জননীৰো এইটো পাঁচ বছৰীয়া পৰিকল্পনাৰ কাম হ'ল বুলি আজি মোৰ গৌৰৱ বেচি হৈছে—ইয়াৰ ঋণশোধ আজিলৈকে বহুতো থাকিলেও ঋণে আমাৰ আনন্দত আঘাত কৰিব পৰা নাই।'

১৯৪৮ চনৰ ১১ ভাদত শ্ৰীমদ্ভাগৱত নলবাৰীৰ উমা প্ৰেছৰপৰা ছপা হৈ ওলায়। অসমীয়াৰ এই মহাগ্ৰন্থখন পোহৰলৈ উলিয়াবৰ কাৰণে দত্তবৰুৱাই কৰা চেষ্টাত যি কৰুণ ইতিহাস জাগ্ৰত হৈ উঠিছিল, তাক দত্তবৰুৱাই নিজৰ ভাষাতে চমুকৈ এইদৰে লিখি গৈছে—

'১৯১২ খৃঃ অব্দৰপৰা প্ৰাচীন অসমীয়া পুথিবোৰ বিশেষকৈ গুৰুচৰিতবোৰে আমাৰ মন আকৰ্ষণ কৰে। ১৯২৩ খৃঃ অব্দত আমি পদ ভাগৱত দুই এখনকৈ পঢ়িব ধৰোঁ। ইয়াৰ পাচৰপৰা সম্পূৰ্ণ পদ ভাগৱত সংগ্ৰহ কৰিবলৈ আমাৰ হাবিলাষ জন্মে। ভগৱানৰ কৃপাত ১৯৩৫ চনত পদ ভাগৱত সংগৃহীত হৈ উঠে। ইয়াৰ পাচৰপৰা সম্পূৰ্ণ ভাগৱত প্ৰকাশ কৰিবলৈ কেইবাজনো ধনী লোকৰ ওচৰ চাপোঁ। দুবছৰমান বহুতৰ ঘৰে ঘৰে ঘূৰি শেষত শ্ৰীশ্ৰীদক্ষিণপাট

সত্ৰৰ গোস্বামী প্ৰভুবৰ্গৰ পৰা এই কামৰ বাবে এশ টকা সাহায্য লাভ কৰোঁ। ইয়াৰ পাচত আমি এই বাবে ধন ধাৰলৈ বিচাৰিও নাপাই চাকৰিৰ কাল পাঁচ বছৰ থাকোঁতেই ১৯৩৮ চনত অৱসৰ গ্ৰহণ কৰোঁ। ভগৱানৰ কৃপাত এজনা শ্ৰদ্ধেয় বন্ধুৱে ছপা কামৰ বাবে আমাক অলপ আগধন দিয়ে। আমাৰ জীৱন-বীমাৰ বাৰশ টকাও লগতে একে যোগে পোৱাত এটি সৰু ছপাযন্ত্ৰ স্থাপন কৰিবলৈ সমৰ্থ হওঁ আৰু লগে লগে ভাগৱত ছপাৰ কাম আৰম্ভ কৰোঁ।'

আত্মপ্ৰসাদৰ এই সৰ্বোত্তম সম্পদ নিজৰ জীৱনত দত্তবৰুৱাই লাভ কৰি গ'ল। নিজৰ উপকাৰ হওক বা নহওক, অসমীয়া জাতিৰ হাতত অসমীয়াৰ প্ৰাচীন সাহিত্যৰ জ্ঞানগৰ্ভ মন্দিৰৰ উজ্জ্বল শিখা সমন্বিত সহস্ৰ বন্তিৰ প্ৰভা যে দি যাব পাৰিলে, সেই কীৰ্তি অমলিন হৈ থাকিব। ইয়াৰ বাবে উজ্জ্বল হ'ল তেওঁৰ নিজৰ জীৱন, জাতিৰ জীৱন উজ্জ্বল হ'ল আৰু উজ্জ্বল হ'ল ভৱিষ্যতৰ সাহিত্য পথ, যি পথেদি বাট বুলি যাব অগণন বাটৰুৱাই সাহিত্যৰ শাৰী শাৰী আনন্দ বৰগছৰ ছায়াপূৰ্ণ তোৰণৰ মাজেদি সূৰ্য্যসঙ্কাশ মানৱতাৰ মণিকূটলৈ, আৰু উপলব্ধি কৰিব পাৰিব মানৱ জীৱনৰ চৰমতম উদ্দেশ্য।

## ॥ তৃতীয় অধ্যায় ॥

জীৱনৰ ঘাত-প্ৰতিঘাতৰ মাজত, ভাগ্যৰ লগত যুদ্ধ কৰি অক্লান্ত কৰ্মী পুৰুষ হৰিনাৰায়ণ দত্তবৰুৱাই নিজৰ জীৱনৰ ভৰা-সুঁতি কৰ্ম-নাৱেৰে পাৰি দিবলৈ ধৰিলে। এই সময়ত দেখা দিলে এজন

শৰৎচন্দ্ৰ গোস্বামী

সৎপুৰুষে। আৰ্থিক দুৰৱস্থাই মানুহৰ চৰম দুৰ্গতি নহয়। বিপদৰ ধুমুহাত পৰি যেতিয়া মানুহ অস্থিৰ হ'বলগীয়া হয়, বন্ধু-বান্ধৱৰ যেতিয়া অভাৱ ঘটে তেতিয়াই মানুহৰ হয় চৰম দুৰ্গতি। এই সময়ত দত্তবৰুৱাৰ সমুখত দেখা দিলে এজন জ্ঞান-পূজাৰীয়ে। এওঁৰ নাম শৰৎচন্দ্ৰ গোস্বামী। দেখাত মোপাচুঁৰ দৰে চকুত সোণৰ বিতচকু। হাতত চৌখিন লাঠি আৰু মুখত মাৰ্জিত মৃদু ভাষা। সাহিত্যৰ পূজাৰী এওঁ, গাল্পিক আৰু শিক্ষাবিদ্। এওঁ দত্তবৰুৱাৰ বাবে যোৰহাটৰ নৰ্মাল স্কুলৰ শিক্ষক প্ৰশিক্ষণ মন্দিৰৰ সিংহদ্বাৰ সম্পূৰ্ণৰূপে মুকলি কৰি দিলে।

নগাঁও শেষবাৰৰ কাৰণে পৰিত্যাগ কৰি দত্তবৰুৱাই উজনিলৈ আহিব লগীয়া হৈছিল শিক্ষাৰ ব্ৰত গ্ৰহণ কৰি। ১৯১৩

যোৰহাটৰ নৰ্মাল স্কুলত

চনৰ কথা। কাকজান মাইনৰ স্কুলত তেওঁ তেতিয়া শিক্ষক। চাৰি বছৰমান সেইদৰেই অতিবাহিত হ'ল। নগাঁৱত উপাৰ্জন শইকীয়াৰ লগত যাদৱচন্দ্ৰ পাটীগণিতৰ অসমীয়া অনুবাদ কাৰ্য্যত যি পৰিশ্ৰম হ'ল সেই পৰিশ্ৰমৰ 'টেমবলাৰে' পাঠ্যপুথি প্ৰণয়নৰ ৰাজআলি বান্ধি দিলে তেওঁৰ বাবে। পাটীগণিতৰ কাম পূৰ্ণ পয়োভৰেৰে চলে এই কেইবছৰতে। এই পাটীগণিতৰপৰা যি অৰ্থ লাভ হয় সি ভূ-সম্পত্তিত পৰিণত হ'ল।

পাঠ্যপুথিৰ ৰাজআলি বন্ধা সহজ কাম নহয়। ই গল্প-উপন্যাস-কবিতা নহয় যে যথাইচ্ছা তথা গতি কৰি ৰচনা কৰি গ'লেই কাম সিজিব। তাত প্ৰত্যেক খোজতে অপৰাধ। খোজ মিলাই খোজ কাঢ়িব নোৱাৰিলে যাত্ৰাই হ'ব নিষিদ্ধ। তথাপি প্ৰত্যেকটো শব্দ, প্ৰত্যেকটো বাক্য জুখি-মাখি লিখি পাঠ্যপুথি ৰচনাত হাত দি অদ্ভুতৰূপে কৃতকাৰ্য্য হ'ল দত্তবৰুৱা।

খনে খনে কিতাপ ওলাবলৈ ধৰিলে। "পুষ্পাঞ্জলি"ৰ পিচৰ এইবোৰ কিতাপ। অঞ্জলিৰ পিচত যেন নৈবেদ্য। পাটীগণিতৰ পাচত ওলাল 'ব্যাকৰণ পাঠ'।

এই পাঠ্যপুথিৰ বাজআলিতে শৰৎচন্দ্ৰ গোস্বামীৰ লগত ভেঁটা-ভেঁটি হ'ল দত্তবৰুৱাৰ।

—এখন ইংল্যাণ্ডৰ বুৰঞ্জী লাগে, নিলিখা কিয় ?

শৰৎচন্দ্ৰ গোস্বামীৰ এই প্ৰশ্নত দত্তবৰুৱাৰ মেট্ৰিকুলেচন পাছ কৰাৰ স্বপ্ন ভাগি গ'ল আৰু মোক্তাৰ হোৱা, চব্ ইন্স্পেক্টৰ হোৱা আশা দলিয়াই দি একান্ত মনে বুৰঞ্জীৰ চৰ্চাত লাগি গ'ল। দত্ত-বৰুৱা শিক্ষক হৈয়েই আহিছিল, শিক্ষক হৈয়েই থাকিব লাগিব। এয়ে ভাগ্য-দেৱতাৰ নিৰ্দেশ।

ইংল্যাণ্ডৰ বুৰঞ্জী ওলাল।

স্কুল পৰিদৰ্শক মিঃ জি. এ. স্মল্ চাহাব যায় কাকজান স্কুল চাবলৈ। দত্তবৰুৱাৰ শিক্ষাদান কাৰ্য্য দেখি স্মল চাহাবে তেওঁক বদলি কৰি আনিলে যোৰহাটৰ নৰ্মাল স্কুললৈ। ১৯১৭ চনৰ ২৩ জুন তাৰিখে দত্তবৰুৱা নৰ্মাল স্কুলৰ শিক্ষকৰূপে পৰিচিত হ'ল।

প্ৰাণান্ত পৰিশ্ৰম কৰে নৰ্মাল স্কুলত দত্তবৰুৱাই। তিনি বছৰ জুৰি তেওঁৰ আৰাধনা। বাহিৰত ধুমুহাই গৰ্জিছে, ভিতৰত তেওঁৰ সাধনা।........

তেওঁ নিজে জীৱন বৃত্তান্তত লিখিছে—

'সেই সময়ত নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট্ আছিল শৰৎচন্দ্ৰ গোস্বামীদেৱ আৰু বিজ্ঞান শিক্ষক আছিল প্ৰাণনাথ বুজৰবৰুৱাদেৱ। দুয়োজন আছিল বিদ্বান পুৰুষ। গোস্বামীদেৱে গণিত ভূগোলৰ এটা মূল্যবান টোকা লিখিছিল। ময়ো কেইখনমান বঙালী আৰু ইংৰাজী কিতাপ সংগ্ৰহ কৰি লওঁ আৰু দিনে ৰাতিয়ে পঢ়ি টোকা লিখিব ধৰোঁ। তিনি বছৰ মান একাদিক্ৰমে পঢ়োৱাত মই নিজে আনন্দ পোৱা হলোঁ।'

পাটীগণিতখন পাঠ্যপুথিৰূপে মঞ্জুৰ হোৱাৰ আগতে দত্তবৰুৱাৰ আৰ্থিক কষ্টৰ যেন সীমা নাই। ১৯০৭ চনৰপৰা পাটীগণিত প্ৰকাশ হোৱা কাললৈকে ১০।১১ বছৰ দত্তবৰুৱাৰ অতি কষ্টৰ কাল।

তেওঁ নিজেই এইদৰে লিখি গৈছে—

## দত্তবৰুৱাৰ জীৱন-কথা

'এই দহবছৰ মোৰ অতি কষ্টৰ কাল। পিতাৰ চাকৰি নাই। সামান্য মাটি আবাদ হৈছিল—খাওঁতা ল'ৰা-ছোৱালী কেইবাটাও। পিতৃদেৱে তেখেতৰ শিষ্যপুত্ৰ স্বৰূপ ছাত্ৰৰ সহায়ৰ ওপৰতেই নিৰ্ভৰ কৰিবলগীয়া হৈছিল। মই প্ৰতিমাহে ৫।৬ টকা পঠাই আছিলোঁ— ২৫৲ টকা দৰমহা পোৱাত দহটকা মানকৈ পঠাইছিলোঁ। ঘৰৰ দেৱকাৰ্য্য, মোৰ আৰু মাজু ভাইৰ বিবাহ আদিও ইয়াৰ ভিতৰতে হৈছিল। কি কষ্টত জীৱন অতিবাহিত হৈছিল আজি ভাবিলেও আচৰিত হওঁ।'

পাটীগণিত ছপাবৰ বাবে দত্তবৰুৱা কলিকতালৈ যাবলৈ ওলাল। অথচ ডাঙৰ বিপদে বাটতে দেখা দিলে। পিতৃবিয়োগত কি দুৰ্গতি হয়, তাক যাৰ পিতৃবিয়োগ হোৱা নাই তেওঁ বুজা টান। আৰ্থিক সংস্থানৰ লগত পিতৃৰ জীৱন জৰিত। সাধাৰণৰ সেয়ে অৱস্থা। তথাপি যি পুত্ৰই পিতৃৰ বিয়োগত কাতৰ নহৈ নিজৰ কৰ্তব্য কৰি যাবৰ শক্তিত শক্তিমান হৈ থাকে তেওঁ ধন্য। হৰিনাৰায়ণ দত্তবৰুৱাকো আমি এনে শক্তিত শক্তিমন্ত হৈ থকা দেখিবলৈ পাওঁ।

পিতৃ-বিয়োগ

১৯১৯-২৪ চনৰ এই কালডোখৰ তেওঁৰ দুৰ্ভাগ্যৰ লগত যুঁজ। এই দুৰ্ভাগ্যৰ ইতিহাস আত্মজীৱনী খণ্ডত চাওক।

দৰাচলতে আমি যিসকল কৃতী পুৰুষক মহান আখ্যা দিওঁ, অলপ দকৈ গমি চালেই আমি এইটো উপলব্ধি কৰিব পাৰোঁ যে আচলতে দেশৰ বা জাতিৰ কোনো এটা বৃহৎ অভাৱ মোচনৰ কাৰণেই ভগৱানে তেওঁলোকক সেই জাতিৰ দায়িত্ব পূৰণৰ বাবে পঠাই দিয়ে। দত্তবৰুৱাই যি সময়ত জন্ম গ্ৰহণ কৰি নিজৰ প্ৰতিভা বিস্তাৰ কৰিলে আচলতে সেই সময়ত এজন ধীৰ, স্থিৰ, তীক্ষ্ণধী ৰচক, সংস্কাৰক আৰু প্ৰকাশক দত্তবৰুৱাৰ অসমত আৱশ্যক হৈ পৰিছিল। বিদেশী মেকমিলান কোম্পানীয়ে বিদেশত আড্ডা ৰাখি দুই এখন অসমীয়া পুথি ছপাই আমাৰ আৱশ্যকীয় অভাৱ পূৰণ কৰিব পৰা নাছিল। বৰকটকী কোম্পানী বা বৰুৱা এজেঞ্চীৰ দৰে দেশী প্ৰকাশকেও ইয়াৰ পৰিপুষ্টি সাধন কৰিব নোৱাৰিছিল।

পাঠ্যপুথি প্ৰণয়ন

অভাৱৰ জোখাই আহাৰ্য্যদান তেওঁলোকে কৰিব পৰা নাছিল। তদুপৰি এটা ডাঙৰ অসুবিধা আছিল—শিশু সাহিত্যৰ পৰ্য্যায় অনুসৰি একাণপতীয়াকৈ লাগি-যাচি সেই সাহিত্য ৰচনা কৰিবলৈ কোনো কৰ্মবীৰো নাছিল। দত্তবৰুৱাই গভীৰ অন্তৰেৰে অনুভৱ কৰিলে এনে উপযোগী পাঠ্যপুথি ৰচনা কৰিব লাগিব, সংগ্ৰহ কৰিব লাগিব আৰু অসমীয়া জাতিৰ অভাৱৰ জোখাই প্ৰকাশ কৰাৰ দায়িত্বও গ্ৰহণ কৰিব লাগিব। বিদেশী কোম্পানীৰ মুখলৈ চাই এই সময়ত হাত সাবটি থাকিলে নহ'ব। তেওঁ চিত্ৰদৰ্শনৰ দৰে উপন্যাস ৰচনা কৰিছিল, চুটি গল্প লিখিছিল ; ইচ্ছা কৰা হ'লে আৰু উচ্চ শ্ৰেণীৰ সাহিত্য চৰ্চা কৰি নাম উজ্জ্বল কৰিবলৈ তেওঁ প্ৰচেষ্টা দিব পাৰিলে-হেঁতেন কিন্তু তেনে উচ্চাকাঙ্ক্ষাক মথিমূৰ কৰি তেওঁ পাঠ্যপুথিৰ ধ্যানত মনোনিবেশ কৰিলে। মহাত্মা গান্ধীয়ে যেনেকৈ যঁতৰৰ মন্ত্ৰেৰে দীক্ষিত কৰি জাতি এটা গঢ়ি তুলিবলৈ যত্ন কৰিছিল সেই-দৰে দত্তবৰুৱায়ো শিশু-সাহিত্যৰ জৰীয়তেই ভৱিষ্যতৰ অসমীয়া জাতি এটাৰ ৰূপ দিবৰ বাবে বদ্ধপৰিকৰ হৈ পৰিছিল।

দত্তবৰুৱাৰ জীৱনব্যাপী সাধনা জীৱনৰ ভিতৰতে ফলিযাইছিল। তেওঁ স্কুলৰ চাকৰিত অ'ত-ত'ত ঘূৰি ফুৰিব লগীয়া হৈছিল। তাৰে ভিতৰতে অনুষ্টুপীয়া প্ৰচেষ্টাত 'উজু-কবিতা' সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল। যাদৱচন্দ্ৰ চক্ৰৱৰ্তীৰ বিখ্যাত পাটীগণিতখন অনুবাদ কৰি প্ৰকাশ কৰাইছিল, শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ উৎটনিত ইংল্যাণ্ডৰ বুৰঞ্জীও অনুবাদ কৰিছিল। সেইখনে প্ৰতিযোগিতাত সন্মানযোগ্য পুৰস্কাৰো লাভ কৰিছিল (১২০ পৃঃৰ মানপত্ৰ দ্ৰষ্টব্য)। এয়া আছিল তেওঁৰ বিপুল কৰ্ম-জীৱনৰ পাতনিহে।

১৯২০ চনৰপৰা ২৭ চনলৈকে দত্তবৰুৱাই অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকৰূপে প্ৰাচীন পুথি সংগ্ৰহ কামত আত্ম-নিয়োগ কৰে। 'পুৰণি সাহিত্য' নামৰ সংগ্ৰহ পুথি এখনৰ সম্পাদনৰ কাম এই সময়তে সমাধা হয়। লগে লগে স্কুলীয়া পাঠ্যৰ বাবে 'শিশু-সাহিত্য', 'সাহিত্য' আদি শ্ৰেণীৰ মান অনুযায়ী সম্পাদনাৰ কাম হাতত লয়। 'ভূগোল', 'সৰল ভূগোল' আৰু 'ভূগোল প্ৰবেশ' মান অনুসৰি ৰচনা কৰি প্ৰকাশ কৰে। তাৰ উপৰিও 'পঢ়াশালিৰ পৰা বিশ্ব, ব্ৰহ্মাণ্ড' বোলা ভূগোলৰ সৰ্ববৃহৎ কিতাপখন অনুবাদ কৰি

উলিয়ায়। ইতিপূৰ্বে প্ৰকাশিত হোৱা অনূদিত 'ইংল্যাণ্ডৰ বুৰঞ্জী'ৰ বাহিৰেও 'অসম বুৰঞ্জী পাঠ' আৰু 'ভাৰত বুৰঞ্জী' প্ৰকাশ কৰে। গণিত শাস্ত্ৰৰ ক্ষেত্ৰতো তেওঁৰ দান অসামান্য। যাদবচন্দ্ৰ চক্ৰৱৰ্তীৰ পাটীগণিতৰ অনুবাদতে ক্ষান্ত নাথাকি তেওঁ নিজাকৈ চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ মানৰ উপযোগীকৈ তিনি খণ্ড পাটীগণিত প্ৰণয়ন কৰি ছপা কৰি উলিয়ায়। এই গণিত প্ৰণয়নৰ সময়ত তেওঁৰ যথেষ্ট পৰিশ্ৰম কৰিব লগাত পৰিছিল। দত্তবৰুৱাই নিজেই এঠাইত উল্লেখ কৰিছে—'কেতিয়াবা বাতি শুই থাকোঁতেও অঙ্ক ভাবিছিলোঁ আৰু নিয়মটো পালেই উঠি লেম্প জ্বলাই অঙ্কটো কৰিছিলোঁ।' তাৰ পাচত চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ শ্ৰেণীৰ মান অনুসাৰে বেলেগে বেলেগে 'ব্যাকৰণ ৰচনা' লিখি প্ৰকাশ কৰে। এই বিষয়ে দত্তবৰুৱাই নিজ হাতেৰেই বিশদভাৱে লিখি গৈছে। ইয়াৰ উপৰিও সটীক নামঘোষাৰপৰা চিত্ৰ ভাগৱতলৈকে মহা মূল্য গ্ৰন্থবোৰো তেখেতে কিমান কষ্ট কৰি সংগ্ৰহকৈ, টীকা টিপ্পনী লিখি প্ৰকাশ কৰিছিল তাকো তেওঁ নিজেই লিখি গৈছে। গতিকে পুনৰুক্তি অনাৱশ্যক।

বিপদৰ ধুমুহা

মহামনা দত্তবৰুৱাই যি সময়ত সৌভাগ্যক আকোৱালি ধৰিবলৈ তাৰ পিচে পিচে খেদি ফুৰিছিল ঠিক সেই সময়তে ৰাহুৱে গ্ৰাস কৰাৰ দৰে দুৰ্ভাগ্যইও তেওঁক গ্ৰাস কৰি নিঃশেষ কৰিব বিচাৰিছিল। ইতিপূৰ্বেই তেওঁৰ পৰিয়ালত মৃত্যুৰ কালছায়াই লীলাক্ষেত্ৰ পাতিছিল। ১৯২৩ চনৰ নবেম্বৰ মাহত তেওঁৰ মাজুভায়েক কালীনাৰায়ণ দত্তবৰুৱাও এই কাল-গ্ৰাসত পতিত হ'ল। দত্তবৰুৱাই দশোদিশে অন্ধকাৰ দেখিলে কিন্তু অধৈৰ্য্য নহ'ল। পুত্ৰ-বিয়োগত বিহ্বলা মাতৃদেৱীক সান্ত্বনা দি দত্ত বৰুৱাই এই শ্মশান ভূমিৰপৰা নিজৰ ঘৰ জেঠায়েকৰ মাটিলৈ তুলি নিলে।

এই নতুন বস্তিতে কালীনাৰায়ণৰ বংশধৰ শ্ৰীদুৰ্লভ নাৰায়ণৰ জন্ম হয়। দত্তবৰুৱাৰ জ্যেষ্ঠপুত্ৰ শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰো ১৮৪৫ শকৰ চ'ত মাহত এই বস্তিতেই জন্ম হয়। নতুন বস্তিয়ে কিন্তু নতুন ভাগ্য এই পুৰুষ গৰাকীক দিব নোৱাৰিলে। মুনীন্দ্ৰ নাৰায়ণৰ যেতিয়া বয়স মাত্ৰ তিনিমাহ তেতিয়া দত্তবৰুৱাক পতি-প্ৰাণা পত্নীয়েও এৰি গুচি গ'ল। ইতিপূৰ্বে ভৱানীয়ে চাৰিটি সন্তানৰ শোকত অধীৰ

আৰু দুৰ্বলা হৈ পৰিছিল। ১৮৪৬ শকৰ ২৫ আহাৰৰ (১৯২৪) শুক্লাপঞ্চমীত পত্নীবিয়োগে দত্তবৰুৱাৰ অন্তৰ ভাঙি দিলে।

১৯২৫ চনত দ্বিতীয় বাৰ দত্তবৰুৱা বিবাহ-বন্ধনত পুনৰ আবদ্ধ হ'ল। এইবাৰ নগাঁৱৰ আইভেঁটিত এই বিবাহ সম্পন্ন হৈছিল। এই গৰাকী পত্নীৰ নাম আছিল প্ৰভাৱতী দেৱী। এৰেঁা সৰ্বগুণ-সম্পন্না আৰু পতিৰ মনোৰমা পত্নী হব পাৰিছিল। কিন্তু দুখৰ বিষয় বিয়াৰ কেইমাহ মান পাচতে এই নতুন বস্তিতে প্ৰভাৱতীয়েও ইহ-জীৱনৰ সমাপন কৰে। তেওঁৰ মৃত্যুত দত্তবৰুৱা বিশেষভাৱে বিহ্বল হৈ পৰিল। এইগৰাকী ভাৰ্য্যাৰ পৰলোকপ্ৰাপ্তিত যে দত্তবৰুৱাৰ মন 'মহাপ্ৰভুৰ পাদপদ্মলৈ' আকৰ্ষিত হৈছিল সেইটো চিত্ৰ-দৰ্শনৰ উৎসৰ্গ পত্ৰৰপৰাই অনুমান কৰিব পাৰি :—

'যি চিত্ৰে এদিন আচৰিত ৰূপে দৰ্শকৰ কল্পনাত দৰ্শন দি পাচত জীৱন্ত ভাৱ হৈ দৰ্শকৰ নয়নৰ পান-পাত্ৰ হৈছিল, বিচিত্ৰৰ ৰূপ মাধুৰী দেখি মাজে সময়ে 'স্নেহ পাপমাশঙ্কতে' বাক্য মনত উদয় হৈছিল (অন্ততঃ) যি চিত্ৰ পুনৰ নিৰাকাৰত পৰিণত হৈ দৰ্শকক 'মহাপ্ৰভুৰ পাদপদ্মলৈ' আকৰ্ষণ কৰিছিল, আজি যাৰ কল্পিত অকল্পিত ভাৱৰ ফলত এই চিত্ৰদৰ্শনৰ আবিৰ্ভাৱ হ'ল, সেই প্ৰাণত তৃপ্তি, চিন্তাত শান্তি আৰু দুখত সান্ত্বনা দিওঁতা চিত্ৰদৰ্শনৰ ৰহণ স্বৰূপা, স্বৰ্গ ৰাজ্যৰ নতুন অতিথি পুণ্যপ্ৰভা প্ৰভাৱতী দেৱীৰ উদ্দেশ্যে পাখেৰ এই চাঁয়াচিত্ৰ অৰ্পিত হ'ল।'

এই ভাৰ্য্যা গৰাকীৰ মৃত্যুত দত্তবৰুৱাৰ মনলৈ বৈৰাগ্য ভাৱ আহিছিল। শান্তিৰ সলিল বিচাৰি, মহাপ্ৰভুৰ পাদপদ্মৰ অন্বেষণ কৰি তীৰ্থে তীৰ্থে ভ্ৰমণৰ উদ্দেশ্যে ঘৰৰপৰা বাহিৰ হৈছিল। পোন প্ৰথমে তেওঁ গয়ালৈ যায়, তাৰ পাচত যায় শ্ৰীক্ষেত্ৰলৈ। কিন্তু তেতিয়া এই বৈৰাগ্য বসনধাৰী পুৰুষ গৰাকীক সৌভাগ্যই হাত বাউলিৰে দূৰৰপৰা আহ্বান কৰিছে। সেয়েহে শ্ৰীশ্ৰীজগন্নাথে নিৰ্দেশ দিয়ালে 'উভতি যোৱা, তুমি পুনৰ দাৰ পৰিগ্ৰহ কৰিব লাগিব। তোমাৰ বহুত কাম কৰিবলগীয়া আছে—দেশে তোমাৰপৰা বহুত পাব।' দত্তবৰুৱাই সান্ত্বনা লাভ কৰিলে। হেৰাই যোৱা উৎসাহ উদ্যম

মনলৈ ফিৰি আহিল। তেওঁ নতুন প্ৰেৰণাৰে কৰ্মস্থলী যোৰহাটলৈ ফিৰিল। কিন্তু দুদিনে তেতিয়াও তেওঁক এৰা দিয়া নাছিল। তেওঁৰ সৰু ভায়েক বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ পত্নীয়ে এই বাৰ কালা-কুচিৰ এই নতুন বস্তিতে প্ৰাণ হেৰুৱালে। এইবাৰ এটা নতুন নিৰ্দেশ আহিল আনফালৰপৰা। বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ প্ৰতা-পান্বিত শহুৰেক প্ৰতাপ নাৰায়ণ চৌধুৰীয়ে দত্তবৰুৱালৈ কালাকুচিৰ এই শ্মশান শালিৰপৰা নলবাৰীলৈ উঠি আহিবলৈ দত্তবৰুৱালৈ পত্ৰ লিখিলে।

এই নিৰ্দেশত দুয়ো ভায়েক সন্মত হ'ল আৰু পলম নকৰাকৈ বিধৱা, মাক আৰু শিশু কেইটিক নলবাৰীলৈ তুলি আনিলে। এই-বাৰ মৰণৰ অন্ধকাৰে ভৰা শ্মশান গহ্বৰৰপৰা তেওঁলোকে যেন পোহৰৰ উপকূলত ভৰি দিলে।

১৯২৭ চনত দত্তবৰুৱাই তেওঁৰ মাতৃদেৱীৰ নিৰ্দেশত তৃতীয় বাৰলৈ বিবাহ-বন্ধনত সোমায। নলবাৰী অঞ্চলৰে চামটাৰ চন্দ্ৰপতি

তৃতীয় বিবাহ

বৰুৱাৰ কনিষ্ঠা কন্যা শ্ৰীমতী পাৰ্বতী বৰুৱাৰ পাণি গ্ৰহণ কৰে। কালক্ৰমত এই গৰাকী ভাৰ্য্যাৰপৰা দত্তবৰুৱাই পাঁচটি পুত্ৰ আৰু তিনিজনী কন্যা লাভ কৰে।

নলবাৰী

দত্তবৰুৱা নলবাৰীলৈ উঠি আহিল। তেওঁ ইয়াক জ্ঞানচৰ্চাৰ মন্দিৰ পাতি ললে। নলবাৰী অসমৰ হিন্দু সমাজৰ গৌৰৱৰ স্থল। কামৰূপৰ হৃদয় স্থানত অৱস্থিত নলবাৰীৰ হৃদস্পন্দনৰ গভীৰতা বুজিবলৈ হ'লে পুৰণি ব্ৰাহ্মণ সমাজৰ বিদ্যাচৰ্চাকেন্দ্ৰ চতুষ্পাঠীবোৰলৈ মন কৰিব লাগিব। সংস্কৃত সঞ্জীৱনী সভা এই স্পন্দনৰেই মূৰ্ত প্ৰকাশ। এই সঞ্জীৱনী সভাই হৰিনাৰায়ণ দত্তবৰুৱাক 'সাহিত্য-ৰত্ন' উপাধিৰে বিভূষিত কৰি সদৌ নলবাৰীৰেই গৌৰৱ বৃদ্ধি কৰিছে। নলবাৰীতেই দত্তবৰুৱাৰ কৰ্মজীৱনৰ মধ্যাহ্ন কাল আৰু ইয়াতেই তেওঁৰ বহুমুখী প্ৰতিভাৰ শতদল বিকশিত হৈ উঠে। দত্তবৰুৱাই সৰস্বতীৰ কৃপা-কটাক্ষ লাভ কৰিলে সঁচা কিন্তু সৰস্বতীৰ বৰপুত্ৰয়ো যদি লক্ষ্মীৰ কৃপা লাভ কৰিব নোৱাৰে তেনেহলে তেওঁৰ পাণ্ডিত্যৰো শোভা

নাবাঢ়ে। লক্ষ্মী দেৱীও তেওঁৰ আৰাধনাত তুষ্টা হৈছিল। নলবাৰীত পিচৰ জীৱনত লাভ কৰা তেওঁৰ যি ঐশ্বৰ্য্য, সি সেই লক্ষ্মীদেৱীৰেই চৰণচিহ্ন।

মানুহৰ অন্তৰ পথ আলোকিত কৰি যোৱা যি পোহৰ সি দীপ্তি নহয়; উগ্ৰতা, তীব্ৰতা তাত নাই। তাত আছে নীলা পোহৰ, যি পোহৰত মানুহৰ মন প্ৰসন্ন হয়, অহঙ্কাৰ দমিত হয়, অহেতুক আনন্দেৰে জীৱন নৈৰ দুয়ো পাৰ উপচি যায়। এনে বিমল আনন্দৰ অধিকাৰী দত্তবৰুৱা হব পাৰিছিল। বাণীপ্ৰসাদত লাভ হোৱা বিৰাটতাৰ মাজত লক্ষ্মীৰ দান ঐশ্বৰ্য্যই অনা অহঙ্কাৰে প্ৰবেশ লাভ কৰিব নোৱাৰিছিল।

নলবাৰী দত্তবৰুৱাৰ উপাসনা মন্দিৰ হ'লেও যোৰহাট আছিল তেওঁৰ কৰ্মক্ষেত্ৰ। তেওঁ ইয়াতেই শৰৎচন্দ্ৰ গোস্বামীক লগ পাইছিল যাৰ প্ৰেৰণাই তেওঁক চিৰজীৱনলৈ জাগৰিত কৰি ৰাখিছিল।

যোৰহাট

গোৰহাটৰ নৰ্মাল স্কুলৰ তেওঁ লিখা-পঢ়া কোঠাটোতে লীলাৱতী আহি ধৰা দিছিল। গণিত, বিজ্ঞান, জ্যামিতি, শুভঙ্কৰীৰ চৰ্চা চলিছিল অবিৰাম। ইয়াতে লিখা ভূগোলৰ টোকাবোৰৰপৰা পাচলৈ 'ভূগোল' কিতাপবোৰ প্ৰকাশৰ পথ মুকলি হয়। এই নগৰৰে প্ৰকাশক প্ৰতিষ্ঠান বৰকটকী কোম্পানীৰ লগত ঘনিষ্ঠতা গঢ়ি উঠে। তাৰপৰাই বিশেষকৈ সেই প্ৰতিষ্ঠানৰ গৰাকী গঙ্গাধৰ বৰকটকীৰ সান্নিধ্যৰ পৰাই ভবিষ্যতৰ ব্যাপক ব্যৱসায়ৰ কল্পনাৰ গুটি দত্তবৰুৱাৰ অন্তৰত গজি উঠে। এই সান্নিধ্যৰ ফলতেই 'অক্সফোৰ্ড', 'মেকমিলান', 'লগাক' আদি বিদেশী কোম্পানীয়ে অধিকাৰ কৰি থকা অসমৰ বুকত 'বৰকটকী কোম্পানী'য়ে পোহাৰখন বহলভাৱে মেলিবলৈ সক্ষম হ'ল। এই সময়তে নতুন প্ৰেৰণাত মুক্তালাল কাথবৰুৱাৰ ভাৰত বুৰঞ্জী, প্ৰাণনাথ বুজৰবৰুৱাৰ জ্যামিতি আৰু পৰিমিতি আদিৰো প্ৰকাশ কাৰ্য্য সমাধা হয়। মেট্ৰিক শ্ৰেণীৰ উপযোগীকৈ অধ্যক্ষ গুণগোবিন্দ দত্তৰো ভাৰত বুৰঞ্জী এখন প্ৰকাশ কৰা হয়। এইদৰে দেখা যায় দত্তবৰুৱা যোৰহাটত থকা কালছোৱা আৰু বৰকটকী কোম্পানীৰ লগত তেওঁৰ সংযোগ আজিৰ উঠি অহা অসমৰ বাবে এটা সৌভাগ্যৰ মুহূৰ্ত আছিল।

১৯৩১—৩২ মানত সাহিত্যৰথী বেজবৰুৱা শেষ বাৰৰ কাৰণে যোৰহাটলৈ আহিছিল আৰু সপৰিয়ালে ডাক বঙলাতে আছিল। সেই সময়ত এদিন গধূলি দাস কোম্পানীৰ দুৱাৰ মুখত এই জীৱনী লিখকৰ লগত দত্তবৰুৱাৰ দেখা দেখি হয়। দত্তবৰুৱাৰ হাতত এখন কিতাপ।

—"যাবানে, বৰুৱা, বেজবৰুৱাক দেখা কৰি আহোঁগৈ।" তেওঁ ক'লে।

মোৰ লগত বেজবৰুৱাৰ আলাপ পৰিচয় নাই। ভাবিলোঁ, এইটো ডাঙৰ সুযোগ। তথাপি যাবৰ কাৰণে মোৰ অনিচ্ছা জন্মিল। মোৰ মনত সঙ্কোচ আৰু ভয়। সুধিলোঁ—"চাৰ, কি কিতাপ সেই খন ?"

"সটীক নামঘোষা, বেজবৰুৱাক দিবলৈ আনিছোঁ। যাবানে, বৰুৱা !"

মোৰ চকুৱে-মুখে আৰু দুগুণ বেচিকৈ লাজ আৰু সঙ্কোচে দেখা দিলে। কবি শিৰোমণিক মই দেখা কৰোঁ কেনেকৈ ? মই যাওঁ বুলি নক'লোঁ। দত্তবৰুৱা অকলে গ'লগৈ। কিন্তু মোৰ আজি অনুতাপ হৈছে। এটা সুবৰ্ণ সুযোগ মই হেৰুৱালোঁ। দুয়োজন নামঘোষা বত্নৰ অসামান্য 'জহুৰী'ক একেলগে একে মুহূৰ্ত্ততে দেখাৰ সৌভাগ্য মোৰ আৰু ইহ জন্মত নঘটিল।

বাণীৰ বৰপুত্ৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ দেৱক বাণীসেৱক দত্তবৰুৱাই লগ পোৱাত মণি-কাঞ্চনৰ সংযোগ হোৱা নাছিল, সংযোগ হৈছিল চন্দ্ৰ আৰু চন্দ্ৰকান্তি মণিৰ। এজনৰ সান্নিধ্যত আনজনৰ চকুপানী সৰি পৰে।

যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু বৰকটকী কোম্পানী তেওঁৰ কাৰণে নৰ্মাল স্কুল প্ৰাঙ্গণৰ দৰেই বিহাৰস্থল আৰু কৰ্মক্ষেত্ৰ আছিল। এই কালত যে তেওঁ জ্ঞানৰ গভীৰ সাধকেই আছিল এনে নহয়, খেল-ধেমালিতো তেখেতে সাগ্ৰহেৰে অংশ গ্ৰহণ কৰিছিল। এই বিষয়ে নাট্যকাৰ শ্ৰীনকুলচন্দ্ৰ ভূঞাৰপৰা এইদৰে জানিব পাৰোঁ।—

'১৯০৭ চনৰ কথা। তেতিয়া আমি হাইস্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰ। সেই বছৰত নে তাৰ পাচৰ বছৰতে শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা

ডাঙৰীয়াৰ "মেঘনাদ বধ" নাটখন সৰস্বতী পূজা উপলক্ষে অভিনয় কৰিছিল। এই অভিনয়ত হৰিনাৰায়ণ দত্তবৰুৱাই 'ৰাম'ৰ ভূমিকাত ভাও লোৱাৰ কথা মনত পৰে।'

বৰপেটাৰ শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস যোৰহাট নৰ্মাল স্কুলৰ কমাৰ-শালত গঢ় লোৱা সাহিত্যিক। তেওঁ তেওঁৰ শিক্ষাগুৰু দত্তবৰুৱা সম্পৰ্কে লিখা চিঠিৰপৰা, দত্তবৰুৱাৰ যোৰহাটৰ কৰ্মকুশলতাৰ সম্ভেদ পোৱা যায়—

'........দত্তবৰুৱা আছিল কৰ্মৰ প্ৰতিমূৰ্তি। তেখেতক দেখা পালে কেৱল কামলৈকেহে মনত পৰে। 'সজাগ হৈ চলা, কাম কৰা, পোহৰৰ পিনে আগবাঢ়ি যোৱা।' এয়ে আছিল তেখেতৰ জীৱনৰ আদৰ্শ।........কোনো বন্ধু-বান্ধৱৰ ঘৰত কিবা বিপদ-আপদ হোৱা বাতৰি পালে তেখেতে নিজে ঘৰত উপস্থিত হৈ খা-খবৰ লৈছিল। তেনে নানা কাৰণত যোৰহাট নগৰখন তেখেতৰ অতি আপোন যেন হৈ পৰিছিল। সেই সময়ত দাৰ্শনিক পণ্ডিত কোহি-ৰাম দাস বি এ মহোদয়ে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহি 'চন্দ্ৰকান্ত অভিধান' সম্পাদনাত ব্যস্ত আছিল। মাননীয় দাস দেৱৰ এই সঙ্কলনত দত্তবৰুৱাদেৱেও যথোচিত সহায় কৰিছিল।"

এই চন্দ্ৰকান্ত অভিধানখন সঙ্কলন কাৰ্য্যত যে কেইবাজনো সাহিত্যিকে সহযোগ কৰিছিল সেই কথা দত্তবৰুৱাৰ নিজৰ টোকাৰ পৰাই আমি জানিব পাৰোঁ। ১৯২০ চনত দত্তবৰুৱা সাহিত্য সভাৰ লগত জড়িত হৈ পৰাৰ পাচত নৰ্মাল স্কুলৰ হলতে অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্বাহক সভাবো অধিবেশনবোৰ বহিব ধৰে। তেওঁৰ টোকাৰপৰা আৰু জানিব পৰা যায় যে—১৯২০ চনত তেজপুৰ সাহিত্য সন্মিলনত শৰৎচন্দ্ৰ গোস্বামী প্ৰধান সম্পাদক আৰু দত্তবৰুৱা সহকাৰী সম্পাদক হয়। আগৰ সহকাৰী সম্পাদক জল্টিৰাম লহকৰৰপৰা তেওঁ নিজেই চাৰ্জ লয়। আম কাঠৰ বাকচ এটাত বহী-পত্ৰবোৰ সন্মিলনলৈ নিয়া হৈছিল। দত্তবৰুৱাই সেই বাকচটোতে পুনৰ সেইবোৰ ভৰাই লৈ যোৰহাট পাইছিলগৈ। কেইবা মাহলৈকে সেই বাকচটো কাগজ-পত্ৰৰে সৈতে নিজৰ বহাত ৰাখিছিল। পাচতহে

প্ৰধান সম্পাদকৰ বৈঠকখানালৈ নিয়া হয়। নৰ্মাল স্কুলৰ হলতে কাৰ্য্য নিৰ্বাহক সভা একাদিক্ৰমে বহিবলৈ ধৰে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, কুলধৰ চলিহা, দেৱেশ্বৰ শৰ্মা আৰু শৰৎচন্দ্ৰ গোস্বামী আদি কৰ্মবীৰসকলৰ উদ্যোগৰ ফলত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই মুক্তহস্তে দান আগবঢ়ায়। এই দানৰপৰাই চন্দ্ৰকান্ত সন্দিকৈ হল তৈয়াৰ হয়। চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ট্ৰাষ্ট কৰা হয় আৰু চন্দ্ৰকান্ত অভিধানৰ সঙ্কলন ব্যৱস্থা কৰা হয়। প্ৰায় এবছৰৰ ভিতৰতে হলটো হৈ উঠে। কোহিৰাম দাসৰ হতুৱাই অভিধানৰ সঙ্কলনৰ কাম আৰম্ভ কৰোৱা হয়। পাচত শ্ৰীনকুলচন্দ্ৰ ভূঞা আৰু ৰুদ্ৰকান্ত গোস্বামী দাসৰ সহকাৰী নিযুক্ত হয়।

যোৰহাটত থকা কালছোৱাত দত্তবৰুৱাৰ জীৱনৰ লগত বিপদ-আপদৰ সংঘৰ্ষৰ যিমান প্ৰাচুৰ্য্য দেখা যায় সেইদৰে এইছোৱা কালতে কৰ্ম-প্ৰবাহৰ বিপুলতাও লক্ষ্য কৰিবলগীয়া। এইছোৱা কাল অসমৰ জাতীয় জীৱনৰ কাৰণে এটা শুভ অধ্যায়। দত্তবৰুৱা অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক নিযুক্ত হোৱাৰ বাবে পুৰণি পুথি সংগ্ৰহত লাগিব লগীয়া হয়। সেই সময়ত সেই উদ্যম নোহোৱা হ'লে বিশেষকৈ দত্তবৰুৱাৰ দৰে কৃতী লোক সেই দায়িত্বপূৰ্ণ কামত নন্মা হ'লে অসমৰ বহুতো কৃতী সাহিত্যিকৰ স্মৃতিচিহ্ন এলান্ধুকলীয়া ধোঁৱা চাঙতে লোপ পালেহেঁতেন তাত সন্দেহ নাই। ১৯২৬ চনৰ জুন মাহত মাজুলি অঞ্চলত, পুৰণি পুথিৰ অনুসন্ধানত ঘূৰি ফুৰোঁতে আউনিআটিত 'হস্তী বিদ্যা মহাৰ্ণৱ' নামৰ অনুপম গ্ৰন্থখনি তেওঁৰ চকুত পৰে। ১৯২৭ চনৰ জুনত নগাঁৱৰ বালিসত্ৰত 'সচিত্ৰ দশম' (পদ) আৰু কুৰ্চুং সত্ৰত 'সচিত্ৰ সংস্কৃত ভাগৱত' (দশম) দেখা পায়। সেই সময়তে নলবাৰীৰ পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী ধৰ্মভূষণ পুৰণি পুথিৰ অনুসন্ধানত কোচবিহাৰ ৰংপুৰ আদিলৈ যায়। দত্তবৰুৱাই শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰত যাদৱৰায় বিগ্ৰহৰ লগতে থকা শ্ৰীমন্ত শঙ্কৰ দেৱৰ শ্ৰীহস্তাক্ষৰ বুলি প্ৰবাদ থকা সংস্কৃত ভাগৱত এখন দৰ্শন কৰে। ইয়াৰ কিছুমান পাত আধা-আধিভাৱে নষ্ট হৈছিল, কিছুমান ভালে আছিল। দত্তবৰুৱাই পাচত ইয়াৰ ফটো অনাই চন্দ্ৰকান্ত হলৰ দেৱালত আঁৰাই থৈছিল। সেই সময়তে শ্ৰীচন্দ্ৰধৰ বৰুৱাৰ সম্পাদিত 'অসম সাহিত্য সভা পত্ৰিকা' প্ৰকাশ হৈছিল।

## দত্তবৰুৱাৰ জীৱন-কথা

দত্তবৰুৱাৰ লগত বৰকটকী কোম্পানীৰ ঘনিষ্ঠতাৰ বিষয়ে আমি আগেয়ে উল্লেখ কৰিছোঁ। সেই কোম্পানীৰ উত্তৰাধিকাৰী শ্ৰীগৌৰী-চৰণ বৰকটকীয়ে দত্তবৰুৱাৰ পৰলোক গমনত লিখা চিঠি এখনৰপৰা সেই সেই বিষয়ে গভীৰভাৱে উপলব্ধি কৰিবৰ বিষয় আছে—

'তেখেতৰ নিস্বাৰ্থ যত্নত আমি বহুতখিনি আগবাঢ়িলোঁ। তেখেতৰ উপদেশে আমাক যিখিনি উপকাৰ কৰিলে সেই খিনি আমাৰ চিৰ স্মৰণীয় হৈ থাকিব। তেখেতৰ পৰলোক প্ৰাপ্তিত আমি অসমীয়া প্ৰকাশক আৰু কিতাপ বেচোঁতা হিচাপে কৰলৈ গ'লে সমগ্ৰ অসমলৈ হানি। বহু বিষয়তে তেখেত আমাৰ সাহস এটা আছিল। এতিয়াহে আমি তেখেতৰ আত্ম-মৰ্য্যাদা কিমান আছিল উপলব্ধি কৰিব পাৰিম।'

অৰজধৰ বৰকটকী, বৰকটকী কোম্পানীৰ বৰ্তমান উত্তৰাধিকাৰী শ্ৰীগৌৰীচৰণ বৰকটকীৰ জ্যেষ্ঠ ভ্ৰাতা আছিল। গৌৰীচৰণ বৰ-কটকীয়ে অৰুণ সাহিত্য চিৰিজৰ নামত কিছুমান অসমীয়া কিতাপ প্ৰকাশ কৰিছিল সি দত্তবৰুৱাৰ লগত সাহিত্য বিষয়ক আলোচনাৰ ফল মাথোন।

**কামৰূপী শব্দকোষ প্ৰণয়ন**

গোৱহাটি নৰ্মাল স্কুলত থাকোঁতেই দত্তবৰুৱাই এটা ডাঙৰ কাম হাতত লৈছিল, কিন্তু কামটো তেওঁ জীৱন কালত সম্পূৰ্ণ কৰিব নোৱাৰিলে। পাচত এই কামটো কাৰ দ্বাৰা সফল হয় তাকো ক'ব পৰা সম্ভৱ নহয়। অসমীয়া ভাষাৰ বুৰঞ্জী যিসকলে আলোচনা কৰিছে, সেইসকলে এই ভাষাৰ শব্দাৱলীৰ বৃহৎ ভঁৰাল লক্ষ্য নকৰাকৈ থকা নাই। কামৰূপ খণ্ডত প্ৰচলিত হোৱা অসংখ্য অসমীয়া শব্দ এতিয়াও মানুহৰ মুখে মুখেই আছে। সেইবোৰ সংগ্ৰহ কৰি ভালকৈ জুকিয়াই তাৰ মূল বিচাৰি তাৰ ব্যাখ্যা দিয়া কামটো ভৱিষ্যতৰ বাবে পৰি ৰ'ল। দত্তবৰুৱাই এই বিপুল কামটো কৰিবৰ বাবে উঠি-পৰি লাগিছিল আৰু কিছুমান শব্দ সংগ্ৰহ কৰি তাৰ অৰ্থ, উচ্চাৰণ, মূল আদিৰ বিষয়ে গৱেষণা কৰিছিল। কিন্তু এই কাম সম্পূৰ্ণ নহ'ল।

দত্তবৰুৱাৰ জীৱন-চৰিত আলোচনা কৰিলে আমি এটা সত্যৰ পৰিচয় পাওঁ। ধৰ্ম, কৰ্ম, জ্ঞান আৰু ব্যৱসায় এই চাৰিটা খুটাৰ ওপৰত সংসাৰত

**দত্তবৰুৱাৰ জীৱনৰ বহুমুখী আদৰ্শ**

ঘৰ ঘৰ সাজিব পৰা মানুহৰ সংখ্যা বৰ কম। এনেকুৱা মানুহ আছে, যি জীৱনৰ কাল ধৰ্মৰ বিষয়তে অতিবাহিত কৰি কটায়। তেনে লোকৰ লেখ নিচেই তাকৰ নহয়। ৰামকৃষ্ণ পৰমহংস আদি কৰি সাধকসকলৰ জীৱনো এনেকুৱা। কৰ্মক যি শ্ৰেয় বুলি ধৰ্মৰ লগত জড়িত কৰি লৈছে সেইসকলৰ ভিতৰত অগ্ৰণী হ'ল স্বামী বিবেকানন্দ, যি জ্ঞানকো নিজৰ ব্ৰত কৰি লৈছিল। ব্যৱসায় বুদ্ধিত সফল হব পৰা মানুহৰ সংখ্যা তেনেই কম নহ'লেও ধৰ্ম-কৰ্ম আৰু জ্ঞানৰ লগত জড়িত হৈ ব্যৱসায় কৰিব পাৰিছে এনে লোকৰ সংখ্যা সম্ভৱতঃ আঙুলিৰ মূৰত লিখিব পৰা হৈ আছে। হৰিনাৰায়ণ দত্তবৰুৱাক আমি এনে আদৰ্শৰ কেন্দ্ৰ স্থলত পাওঁ। তেওঁ যদি অসমত জন্ম গ্ৰহণ নকৰি বঙ্গত জন্ম গ্ৰহণ কৰিলেহেঁতেন, তেন্তে তেওঁৰ নাম বঙ্গ সমাজত এজন সাধকৰ শাৰীত থাকিলহেঁতেন। আমাৰ দেশৰ দুৰ্ভাগ্য যে আমি নিজৰ মানুহৰ গুণৰ শ্ৰদ্ধা কৰিবলৈ সঙ্কোচ কৰোঁ। ইয়াৰ বাবেই মহাপুৰুষ শঙ্কৰদেৱৰ জীৱনো সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ আবিৰ্ভাব নোহোৱালৈকে অনাদৃত হৈ পৰি আছিল। বেজবৰুৱাৰ আগত অসমত কোনো সাহিত্যিক নাছিল জানো? অথবা তেওঁৰ সময়ত তেৱেঁইহে একমাত্ৰ সাহিত্যিক নেকি যি শঙ্কৰদেৱক বুজিব পাৰিলে? তেওঁ পঞ্চাশ বছৰ কাল জুৰি "বাঁহী" কাকতত শঙ্কৰদেৱৰ যশ-গৌৰৱ গুণ-গান কৰি অসমীয়াৰ কাণত এই চেতনা দান কৰিলে যে নিজৰ মানুহৰ মাজতেই প্ৰতিভা আছে, যি প্ৰতিভা বিশ্ব প্ৰতিভাৰ সমকক্ষ। বেজবৰুৱা এই কামত বিজয়ী হবলৈ বহুতো সময় লাগিছিল। কাৰণ যিসকল প্ৰতিপক্ষ তেওঁবিলাক শঙ্কৰদেৱৰ এই খ্যাতিত অসহিষ্ণু হৈ পৰিছিল। যি হওঁক সত্য-সূৰ্য্যক অনৰ্থক কুঁৱলীয়ে ঢাকি ৰাখিব নোৱাৰিলে। তেনে স্থলত মহাপুৰুষ শঙ্কৰদেৱতকৈ যি গুণ জ্ঞানত কম, তেওঁৰ পক্ষে দেশত সমাদৃত হোৱাটোত যে কিমান বাধা হব পাৰে, তাক সহজে বুজিব পাৰি। ধৰ্ম, কৰ্ম, জ্ঞান, ব্যৱসায়, সমাজ-সেৱা সকলোতে একেৰাহে আত্ম-নিয়োগ কৰি দত্তবৰুৱাই যি আদৰ্শৰ পথ অনুসৰণ কৰিলে, সি শঙ্কৰদেৱৰ আদৰ্শৰে উদ্দীপ্ত, মাধৱদেৱৰ জ্ঞানেৰে প্ৰদীপ্ত,

বিবেকানন্দৰ কৰ্মেৰে উদ্ভাসিত আৰু ৰামকৃষ্ণৰ ভক্তি-আদৰ্শৰ আলোকেৰে আলোকিত। ভক্তি-বাদ যদিও সকলো আদৰ্শতকৈ শ্ৰেষ্ঠ আদৰ্শ, তেনে ভকতৰ জীৱন আজিৰ সমাজত অচল। সমাজ আৰু সংসাৰত থাকিবলৈ হ'লে ধনৰ প্ৰয়োজন। অসৎ ভাৱেৰে ধন উপাৰ্জন কৰিবলৈ হ'লে ভক্তি নিৰৰ্থক হয়। সেই দেখি ভক্তিও লাগে, ধন-বস্তুও লাগে, এনে আদৰ্শ লাভ কৰিবলৈ হ'লে ধন উপাৰ্জনৰ পন্থা এনে হব লাগিব, য'ত ধনৰ প্ৰাচুৰ্য্য থাকিলেও অসাধু ভাবৰ প্ৰাচুৰ্য্য নাথাকে। আজিৰ সংসাৰত এই আদৰ্শ বিৰল। ধনৰ য'ত প্ৰাচুৰ্য্য, অসাধুতাৰো তাতেই প্ৰাচুৰ্য্য। লোকৰ চকুত ধূলি দি গোপন ভাৱে অসাধু পন্থা অৱলম্বন কৰি ধন ঘটা প্ৰথা আজিৰ সমাজত নিন্দিত নহ'ব পাৰে; কিন্তু যেতিয়াই এই ফন্দি ধৰা পৰে তেতিয়া ধন-ধ্বজৰ সাধুতাৰো ওৰ পৰে। সংসাৰত এয়েই সাধাৰণ ঘটনা। ধৰ্ম-ধ্বজৰো সেই একেই কথা। কিন্তু যিসকলে ধন ঘটা প্ৰথা সাধু ভাবত অৱলম্বন কৰে, সেইসকলৰ এই ভয় নাই। দত্ত-বৰুৱাই ধন ঘটিবৰ বাবে ব্যৱসায় আৰম্ভ কৰিলে, কিতাপৰ ব্যৱসায়। পাঠ্যপুথি প্ৰণয়ন কৰিয়েই তেওঁ এই ব্যৱসায়ৰ সপোন দেখে আৰু তাক নিজৰ জীৱন কালতে দিঠকত পৰিণত কৰি যায়। এই ব্যৱ-সায়ৰ খুটাই তেওঁৰ সংসাৰৰ ধৰণী স্বৰূপ হয়। তেওঁক নানা কামৰ বাবে বল যোগায়। নানা ভাবত নিজক বিকশিত কৰিবৰ বাবে ইয়াৰপৰাই উৎসাহ অনুপ্ৰেৰণা লাভ কৰে। কিতাপৰ ব্যৱসায় কৰি প্ৰসিদ্ধ হৈছে এনে লোক অসমত ভালেমান। কিন্তু এইসকলৰ ভিতৰত ধৰ্ম, কৰ্ম আৰু জ্ঞানৰ ক্ষেত্ৰত বিকাশ সাধনৰ কথা কষটি শিলেৰে সোণৰ পৰীক্ষা কৰাৰ নিচিনা বিষয়। দেশাত্মবোধত উদ্বুদ্ধ মনীষী সাহিত্যিকসকলৰ জনদিয়েকে স্বাধীনতা আন্দোলনত নেতৃত্ব গ্ৰহণ কৰিলে।

কমলাকান্ত ভট্টাচাৰ্য্য, কনকচন্দ্ৰ শৰ্মা এনেকুৱাই দেশকৰ্মী আছিল। এইসকলৰ নাম কংগ্ৰেছৰ জাতীয় বুৰঞ্জীত জিলিকি থাকিব, কিন্তু পৰামৰ্শৰ ক্ষেত্ৰত য'ত অলেখ বাটৰুৱাই নিজৰ পঙ্কমগ্ন সংসাৰত আতুৰ হৈ বাট বিচাৰে তেওঁবিলাকক উদ্ধাৰৰ বাবে কোনে পথ দেখুৱাব? পৰস্পৰৰ বিদ্বেষ-বিহ্বত সংসাৰৰ যাত্ৰীয়ে ছটফট কৰে, মৰুভূমিত আশ্ৰয় নাই, যি আশ্ৰয় সিও কাঁইটীয়া। তেনেস্থলত জ্ঞানৰ ছাঁ পাবৰ

কাৰণে সংসাৰত কোন বস্তু অৱলম্বনীয় ? ভক্তিয়েই বুলি একেষাৰে কব পাৰিলেও তাত প্ৰাণ বিচাৰি পোৱা যায় কেনেকৈ ? যি জ্ঞানৰ দ্বাৰা মহাপ্ৰাণৰ সন্ধেদ পোৱা নাযায়, সেই জ্ঞানে মানুহক ভক্তিৰ শিক্ষা দিব পাৰে জানো ? দত্তবৰুৱাই মহাপ্ৰাণৰ অন্বেষণ কৰিছিল আৰু তাৰপৰা শিক্ষা আহৰণ কৰি সংসাৰ-পথ-যাত্ৰীক দি যাবৰ কাৰণে যত্ন কৰিছিল। ইয়াতেই দত্তবৰুৱাৰ জীৱনৰ আদৰ্শৰ বিশেষত্ব।

মহাপুৰুষ শঙ্কৰদেৱৰ দৰে বিষয় বিষধৰৰ হাত সাৰিবলৈ 'তত্ত্ব পন্থ উপদেশ' বিচাৰি ফুৰি নিজেও লৈ আনকো দিবৰ কাৰণে তেওঁ ব্যগ্ৰ হৈ পৰিছিল। তেওঁ জানিছিল যে 'জীৱন নাৰহে থোৰ'।

দত্তবৰুৱাৰ সমাজ-সেৱাৰ আহি

দত্তবৰুৱাই যোৰহাটত থকা কালত অসমৰ একমাত্ৰ নৰ্মাল স্কুলৰ লগত জড়িত আছিল। এই নৰ্মাল স্কুলৰ নাম সমাজ-সেৱা আৰু সাহিত্য-সেৱাৰ কেন্দ্ৰস্বৰূপে তেতিয়া বিখ্যাত আছিল। অসমৰ সুসাহিত্যিক শ্ৰীনকুলচন্দ্ৰ ভূঞাদেৱৰ তলৰ কথাখিনিয়ে দত্তবৰুৱাৰ সামাজিক সেৱাৰ মূলমূল আদৰ্শ এটি দাঙি ধৰিছে—

'১৯০৭ চনৰ কথা। তেতিয়া আমি হাইস্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰ। এবছৰ কি দুবছৰ আগতে গুৱাহাটীৰপৰা নৰ্মাল স্কুলখন যোৰহাটৰ থানাৰ ওচৰত সাজিলেহি। স্কুলৰ লগতে ছাত্ৰসকলৰ বাবে ব'ডিং ঘৰো সাজিলে। তেতিয়া দুই চাৰিজন স্থানীয় ছাত্ৰৰ বাহিৰে সকলো ছাত্ৰ ব'ডিঙতে আছিল।

তেতিয়া স্বৰ্গীয় ৰত্নকান্ত বৰুৱা ডাওৰীয়া নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল।

সেই বছৰৰ সৰস্বতী পূজাত কেইজনমান নৰ্মাল স্কুলৰ ছাত্ৰই ওচৰত থকা আমাৰ কেইবাজনো সৰু সৰু ছাত্ৰক পূজাৰ প্ৰসাদ খাবলৈ আবেলি লৈ গৈছিল। আমাৰ ঘৰ তেতিয়া থানাখনৰ দক্ষিণ-পূবে আছিল। সেইবাৰৰ পূজাতেই নৰ্মাল স্কুলৰ ছাত্ৰসকলৰ লগত আমাৰ চিনাকি হয়। তেতিয়াৰপৰা প্ৰায়ে নাম গোৱা আৰু মহাপুৰুষসকলৰ তিথিত তেখেতসকলে আমাক মাতিছিল। তেখেতসকলৰ আদৰত আমি মোহিত হৈছিলোঁ। মন কৰিবলগীয়া,

যোৰহাটৰ আন আন স্কুলত নোহোৱা মহাপুৰুষসকলৰ তিথি তেতিয়া কেৱল নৰ্মাল স্কুলৰ ছাত্ৰসকলেহে পালন কৰিছিল।

........শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াৰ 'মেঘনাদ বধ' নাটখন সৰস্বতী পূজাৰ উপলক্ষে অভিনয় কৰিছিল। এই অভিনয়ত হৰিনাৰায়ণ দত্তবৰুৱাই "ৰাম"ৰ ভূমিকাত; বলৰাম পাঠকে "ৰাৱণ"ৰ ভূমিকাত ভাও লোৱাৰ কথা মনত পৰে। কিয়নো এখেতসকল দুজনৰ ভাও সেইদিনা সকলোৰে আকৰ্ষণীয় হৈছিল।

ইয়াৰ পাচত, হৰিনাৰায়ণ দত্তবৰুৱা 'পাছ' কৰি আন ঠাইলৈ কামত গ'ল। কেইবছৰ মানৰ পাচত স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট কামত থাকোঁতে হৰিনাৰায়ণ দত্তবৰুৱা নৰ্মাল স্কুললৈ শিক্ষক হৈ আহে।

স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীয়ে মই অহা গম পালেই তেখেতে মোক মাতিছিল। গোস্বামীৰ তালৈ গ'লেই প্ৰায় হৰিনাৰায়ণ দত্তবৰুৱাক লগ পাইছিলোঁ। তেখেতসকলে "অসম সাহিত্য সভাৰ" কথা কৈ বাহিৰত 'সভ্য গোটাবলৈ মোক উদগনি দিছিল।......সৰুৰে পৰা আসৈ পোৱা আৰু চিনি পোৱা হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত মুকলি মনেৰে সাহিত্যৰ বহুতো বিষয়ত আলোচনা কৰিছিলোঁ; বিশেষকৈ "চন্দ্ৰকান্ত অভিধান"ত কামৰূপ-গোৱালপাৰাৰ গাঁৱত চলা কিছুমান শব্দ লোৱাৰ বিষয়ে। প্ৰথমতে এই কথাটোত মই আপত্তি কৰিছিলোঁ। কিন্তু পাচত দত্তবৰুৱাই মোক ভালকৈ বুজাই দিলে যে, অসম দেশত চলা সকলো শব্দ অভিধানত থাকিব লাগে; যেনেকৈ ইংৰাজী ডাঙৰ অভিধানত বৃটেইনত চলা সকলো শব্দ আছে। যাতে আন দেশৰ মানুহে গাঁৱত বা হাটত এটা শব্দ শুনিলে সেই শব্দটোৰ অৰ্থ অভিধানত পায়। "সাহিত্যিকসকলে যি শব্দ ভাল পায় ব্যৱহাৰ কৰক, কিন্তু সাহিত্যত নথকা গাঁৱলীয়া মানুহে কোৱা শব্দটো অৰ্থৰ বাবে অভিধানত থকা উচিত।" তেতিয়া দত্তবৰুৱাৰ যুক্তিত মই সৈমান হ'লোঁ। আজি কিন্তু বুজিছোঁ, সেইদৰেই আমাৰ পৰ্বতীয়া ভাইসকলৰ জনজাতীয় ভাষাবো শব্দবিলাক আমাৰ অভিধানত থকা উচিত। যাতে আমি ক'ব পাৰোঁ।—আমাৰ সকলো চুকৰে শব্দবিলাক আমাৰ অভিধানত আছে। সাহিত্যিকসকলে সেই শব্দবিলাক ব্যৱহাৰ কৰিলে আমাৰ সাহিত্য চহকীহে হ'ব।

দত্তবৰুৱা আৰু মোৰ মাজত বুৰঞ্জীৰ আলোচনাও হৈছিল— বিশেষকৈ শ্ৰীমন্ত শঙ্কৰদেৱকলৈ। দত্তবৰুৱাক মই কৈছিলোঁ যে সপ্তম কি অষ্টম শতিকাত আমাৰ বাৰভূঞাৰ আদি পুৰুষ জিতাৰী বংশৰ লগত কামৰূপলৈ আহে। পাচত বাৰভূঞাসকলে নগাঁৱৰ পৰা উত্তৰ লক্ষ্মীমপুৰলৈকে ৰাজত্ব কৰোঁতে কাজিয়া লাগি সুমন্তৰ দলটো ভাটীলৈ গৈ কমতাপুৰৰ কনৌজপুৰ গাঁৱত আছিলগৈ। এইটো ঠালৰে শ্ৰীমন্ত শঙ্কৰদেৱ। পাচত শ্ৰীশঙ্কৰৰ পিতামহ পুৰণি বংশ বিচাৰি নগাঁৱলৈ আহে। দত্তবৰুৱাই কিন্তু মোৰ কথাটো সমৰ্থন কৰা নাছিল। তেখেতে কৈছিল, শ্ৰীমন্ত শঙ্কৰৰ আমাৰ বাৰভূঞাৰ লগত সম্বন্ধ নাই। শ্ৰীশঙ্কৰৰ আদি পুৰুষ ভাটীৰ কনৌজপুৰৰপৰা আহে। (অৱশ্যে, এই কথাটো এতিয়াও আলোচনা সাপেক্ষ হৈ আছে।) এনে ধৰণৰ কথাত দত্তবৰুৱাৰ লগত বহুতো সময়ত মোৰ ঘোৰ তৰ্ক হৈছিল। কিন্তু কোনেও যেন নাভাবে এই তৰ্কৰ বাবে দত্তবৰুৱাই মোক কিবা বেয়া পাইছিল। বৰং মোক ভাতৃবৎ মৰমহে কৰিছিল। ময়ো দত্তবৰুৱাক শ্ৰদ্ধা কৰিছিলোঁ। তৰ্ক আৰু আলোচনাবিলাকে আমাক সুহৃদ কৰি তুলিছিল।

........আমাৰ চকুৰ আগতে স্বৰ্গীয় দত্তবৰুৱাই অসমীয়া জাতিলৈ আৰু সাহিত্যলৈ যি অৱদান দি গ'ল, তাক ভাবি আচৰিত হওঁ। এজন সাধাৰণ শিক্ষকে দেশক আৰু জাতিক ভালপোৱাৰ চিন কেনেকৈ যুগমীয়া কৰি গ'ল। তেখেত মৰিও আমাৰ মাজত অমৰ হৈ থাকিব।'

যোৰহাটৰ নৰ্মাল স্কুল যেতিয়া দত্তবৰুৱাৰ লীলাক্ষেত্ৰ আৰু কৰ্মক্ষেত্ৰ আছিল, সেই সময়ত যোৰহাটৰ কোনো ঠাইত সেৱা কৰ্মৰ আৱশ্যক হলে নৰ্মাল স্কুলৰ ছাত্ৰসকলেহে সঁহাৰি দিছিল। কাৰোবাৰ ঘৰত কোনোবা মানুহ টান নৰিযাত পৰিলে পৰ দিয়াৰ আৱশ্যক হ'লে, নাইবা সেই বেমাৰীজন ঢুকালে নৰ্মাল স্কুলৰ ছাত্ৰসকলেহে সেইবোৰ কামত সহায় দিবলৈ আগৰণুৱা হৈ যাব লগীয়া হৈছিল। নক'লেও হ'ব যে এই কামৰ গুৰিত আছিল দত্তবৰুৱা। সকলো জীৱকে শিৱ বুলি ভাবিবলৈ দত্তবৰুৱায়েই ছাত্ৰসকলক শিক্ষা আৰু উপদেশ দিছিল। তাৰ বাহিৰেও নৰ্মাল স্কুলৰ মুখপত্ৰ 'প্ৰভাত' কাকতত প্ৰবন্ধ লিখি জ্ঞানদায়িনী সভাত বক্তৃতা দি ছাত্ৰসকলৰ সমাজ-সেৱাৰ

প্ৰতি উন্মুখ আৰু উৎসাহী কৰি তুলিছিল। নৰ্মাল স্কুলৰ ছাত্ৰ-সকলেও দত্তবৰুৱাক অশেষ ভক্তি-শ্ৰদ্ধা কৰিছিল। এই বিষয়ে দত্তবৰুৱাই নিজেই নিজৰ জীৱন-স্মৃতিত উল্লেখ কৰি গৈছে।

সাহিত্যিক কাশীনাথ বৰ্মণ দত্তবৰুৱাৰ প্ৰিয় ছাত্ৰ। তেওঁ দত্তবৰুৱাৰ বিষয়ে লিখা এখন চিঠি এইখিনিতে দাঙি ধৰা হ'ল।

........মোৰ ভক্তিভাজন গুৰুদেৱ হৰিনাৰায়ণ দত্তবৰুৱাদেৱৰ লগত (১৯১৬—২৯ লৈ) মোৰ তেৰ বছৰ একেলগে কাম কৰাৰ সৌভাগ্য ঘটিছিল। তেখেতৰ জীৱনৰ প্ৰতিটো ঘটনাই আচৰিত যেন লাগে। তেখেত আছিল অসাধাৰণ পুৰুষ। সাধাৰণৰ লগত তেখেতৰ জীৱন-কথা নিমিলে। মোৰ মতে ইয়াৰ একমাত্ৰ কাৰণ আছিল এই যে, তেখেতৰ গোটেই জীৱন জীৱন্ত ভগৱৎ প্ৰেমেৰে পৰিপূৰ্ণ আছিল। তেখেত আছিল কৰ্মযোগী। সদায় ভাবিছিল কৰ্মই ধৰ্ম। দ্বিতীয়তে তেখেত আছিল অসাধাৰণ ধৈৰ্য্যশীল পুৰুষ। মই তেখেতৰ প্ৰিয়তমা পত্নী আৰু অতি মৰমৰ ভাতৃ বিয়োগৰ সম্বেদ পাওঁ। কিন্তু শোকে তেওঁৰ হৃদয় দগ্ধ কৰিলেও সাধাৰণ মানুহৰ দৰে কান্দি-কাটি তেওঁ ব্যাকুল নহৈছিল আৰু ঈশ্বৰত বিশ্বাস নেহেৰুৱাইছিল। বিপদৰ সময়তো সদায় কৈছিল—'ঈশ্বৰ মঙ্গলময়।'

শ্ৰীমান বিচিত্ৰ (দত্তবৰুৱা)ই চেঙেলীয়া কালত টকা-কড়ি লোক-চান ভৰাই তেখেতক নানা আমনি কৰিছিল। কিন্তু তেখেতে তেওঁক 'বাপা' ভিন্ন টান মুখে 'বিচিত্ৰ' বুলি ধমক্ দিয়া আমি শুনা নাই। ১৯৩৯ চনত অৰ্থাৎ আজিৰপৰা কুৰি বছৰ আগতে কথা প্ৰসঙ্গত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ পৰিয়ালৰ মাজত এদিন কৈছিলোঁ—"দত্ত-বৰুৱাৰ ভ্ৰাতৃ-প্ৰেমৰ আহি কলিযুগত নিমিলে। তাক বিচাৰি ত্ৰেতা যুগৰ ৰাম-লক্ষ্মণৰ ওচৰ চাপিব লাগিব।" গোসাঁই প্ৰভুৱে মোৰ এই কথা সমৰ্থন কৰিছিল। তেখেতৰ পৰিয়ালৰ জীৱিত লোকসকল মোৰ এই কথাৰ সাক্ষী।'

দত্তবৰুৱাৰ আৰু এজন ছাত্ৰ শ্ৰীকুলনাথ গগৈয়ে চকুৱাখানাৰ পৰা এইদৰে চিঠি এখনত লিখিছে—

'........মোৰ পূজনীয় শিক্ষাগুৰু আছিল। মোৰা ১৯১৭ চনৰপৰা ১৯১৯ চনলৈকে তেখেতে ৩ বছৰ কাল যোৰহাট নৰ্মাল স্কুলত আমাক পঢ়াইছিল। সেই তিনি বছৰ গুৰুজনৰ ঘনিষ্ঠতাত থাকি সততে সদুপদেশ আৰু উৎসাহবাণী পাই আছিলোঁ। মোৰা ১৯২০ চনৰপৰাই মই এচুকীয়া আৰু পিচপৰা ঠাই চকুৱাখানাত চাকৰি কৰি জীৱন কটাব লগা হোৱাত তেৰাৰ উপদেশৰপৰা বঞ্চিত হলোঁ।........পূজনীয় গুৰু দত্তবৰুৱাদেৱৰ দৰে অধ্যৱসায়ী, কৰ্মব্যস্ত, ধৈৰ্য্যশীল, উদ্যমশীল, সহানুভূতিশীল, ধৰ্মভীৰু আৰু পৰোপকাৰী পুৰুষ মোৰ জীৱনত কমেই দেখা পাইছোঁ। এনেকুৱা পূত-চৰিত্ৰ আৰু উদাৰ হৃদয়ৰ পুৰুষ অতি বিৰল।

তেখেতে ছাত্ৰসকলক চৰ্চাশীল হৈ সাধুভাৱে জীৱন যাপন কৰিবলৈ সততে উপদেশ দিছিল। সাহিত্য চৰ্চাৰ যোগেদি জীৱনত আনন্দ উপভোগ কৰিবলৈ ছাত্ৰসকলক দঢ়াই দঢ়াই কৈছিল। আমি দুৰ্ভগীয়া, নিজৰ ক্ষেত্ৰ তৈয়াৰ কৰি লব নাজানি যকুৱা জঞ্জালত পৰি সকলো হেৰুৱালোঁ।........

বন্ধুবৰ কাশীনাথ বৰ্মণ, শ্ৰেষ্ঠ ঔপন্যাসিক প্ৰেমনাৰায়ণ দত্ত, গোবিন্দ চন্দ্ৰ দাস আদি কেবাজনেও তেৰাৰ উপদেশ আৰু উৎসাহবাণী সাৰোগত কৰি নিজক ধন্য মানিছে।

তেখেত অসমৰ ৰত্ন, আজি মৰিও অমৰ। তেখেতৰ প্ৰকাশিত অগণন গ্ৰন্থৰাজি আৰু শেষ বয়সৰ ধৰ্ম-সাহিত্যাই আমাক নতুন পথ দেখুৱাই অনুপ্ৰাণিত কৰি গৈছে। তেৰাৰ প্ৰদৰ্শিত পথেৰে অসমীয়া জাতিয়ে আগ বাঢ়িলেহে দেশত সাহিত্য সম্পদ বাঢ়িব আৰু তেখেতৰ আত্মায়ো বৈকুণ্ঠৰপৰা আশীষ বৰষিব।'

## ॥ চতুৰ্থ অধ্যায় ॥

অসম শিক্ষক সন্মিলন

দত্তবৰুৱা নিজে শিক্ষক আছিল বাবে শিক্ষকসকলৰ সুখ-দুখৰ কথা হৃদয়ঙ্গম কৰিব পাৰিছিল। যিজন মানুহে গোটেই জীৱন শিক্ষাদান কামত আত্মনিয়োগ কৰিলে, সেই কামৰ দায়িত্ব কিমান গধুৰ সেইকথা তেওঁতকৈ বেচিকৈ কোনে বুজিব? অসমত শিক্ষক সমাজৰ নানা অভাৱ (অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক) গুচাবৰ অৰ্থে এখন সন্মিলনৰ বিষয়ে দত্তবৰুৱাই গভীৰ-ভাৱে চিন্তা কৰিলে। এই অসম শিক্ষক সন্মিলনৰ বিষয়ে দত্ত-বৰুৱাৰ নিজৰ লিখাৰপৰাই বুজা যায়।

১৯১৯ চনত অসমৰ পাইমাৰী, ছাত্ৰবৃত্তি, মাইনৰ স্কুলৰ ভিতৰত 'অসম শিক্ষক সন্মিলন' নামে এখন সন্মিলন গঠিত হয়। ইয়াৰ প্ৰধান সম্পাদকৰ ভাৰ দত্তবৰুৱাৰ ওপৰতে পৰে, এই দায়িত্ব তেখেতে কেইবা বছৰ ধৰি বহন কৰিবলগীয়া হয়। শিক্ষকসকলৰ দৰ্মহা বৃদ্ধিৰ অৰ্থে এই সময়ৰ ভিতৰত কেইবাবাৰো তেখেতে সেই সময়ৰ শিক্ষা মন্ত্ৰীৰ ওচৰত আবেদন নিবেদন জনাবলৈ উপস্থিত হব লগীয়াত পৰে। তাৰ সুফলো নধৰাকৈ নাথাকিল। আগতে প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ দৰ্মহা ৭৲ টকা আছিল—মজলীয়া স্কুলৰ শিক্ষকৰ দৰমহা ১১৲ টকাত আৰম্ভ হৈছিল। পাচত বৃদ্ধি হৈ প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ ১২৲ টকা আৰু মজলীয়া স্কুলৰ শিক্ষকৰ দৰমহা ১৫৲ টকাত আৰম্ভ হ'লগৈ।

আজি শিক্ষক সন্মিলনীয়ে ঠাল-ঠেঙুলি মেলি বিৰাট মহীৰুহৰ আকাৰ ধাৰণ কৰিছে, কিন্তু সংগঠকে জানো দত্তবৰুৱাৰ দৰে বিচক্ষণ আৰু উদাৰ হৈ সকলো শিক্ষককে সমানে সামৰি লব পাৰিছে? এই অনুষ্ঠানত আজি ঐক্যতকৈ বৈচিত্ৰ্য বেচি; কিন্তু আচলতে শিক্ষা-নীতি ক্ৰমাৎ জটিলতৰ হৈ অহাৰ লগে লগে আৰু বেচি বিচক্ষণতা আৰু গুণ শিক্ষকৰ কাৰণে আৱশ্যকহে হৈছে। দত্তবৰুৱাৰ প্ৰিয় ছাত্ৰ শ্ৰীঅৰ্জুনচন্দ্ৰ দাসে মৰ্মে লিখিছে—

'ইং ১৯৪২ চনত বৰপেটা মহকুমা শিক্ষক সন্মিলনৰ আৰ্থিক উন্নতি কল্পে অৰ্থ-সাহায্য বিচাৰি তেখেতলৈ লিখা চিঠি এখনৰ উত্তৰত তেখেতে এঠাইত লিখিছিল —'শিক্ষক সন্মিলনবোৰ আমাৰ দেশৰ একোটা অতি শ্ৰদ্ধাৰ অনুষ্ঠান। এইবোৰৰ উন্নতি দেখিলে আমাৰ হিয়া আনন্দত উপচি পৰে, অৱনতিত আমি অত্যন্ত ব্যথিত হওঁ। আপোনালোকৰ সন্মিলনৰ পুঁজি টনকিয়াল কৰিবলৈ পালেহে আমি সন্তোষ পাওঁ।'

দত্তবৰুৱাই 'পৃথিৱীৰ বাতৰি' (১৯২৭) নামৰ এখন কিতাপ লিখিছিল আৰু এই কিতাপখনৰ প্ৰকাশৰ ভাৰ লোকনাথ শইকীয়া আৰু তেখেতৰ প্ৰিয় ছাত্ৰ শ্ৰীশ্ৰীৰাম চন্দ্ৰ দেৱৰ ওপৰত দিছিল। শিক্ষা বিস্তাৰৰ অকুণ্ঠ হেপাহৰ ই আছিল দত্তবৰুৱাৰ আন এটি দিশ। তেখেতক দেখা পালে কেৱল কামলৈকে মনত পৰে। 'সজাগ হৈ চলা, কাম কৰা, পোহৰৰ পিনে আগবাঢ়ি যোৱা'—এয়ে আছিল তেঁখেতৰ মুখ্য আদৰ্শ। শিক্ষামূলক কামবোৰ তেখেতে জনাবুজা লোকৰ লগত আলাপ-আলোচনা কৰি বুজা-পৰা হৈহে কৰাৰ পক্ষপাতী আছিল।

শিক্ষাব্ৰতী দত্তবৰুৱা

সেই সময়ত দাৰ্শনিক পণ্ডিত ৺কোহিৰাম দাস বি. এ. মহোদয়ে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহি 'চন্দ্ৰকান্ত অভিধান' সঙ্কলনত ব্যস্ত আছিল। মাননীয় দাস দেৱৰ এই সঙ্কলনত দত্তবৰুৱাদেৱেও যথোচিত সহায় কৰিছিল।

অতিশয় দৃঢ়তা সহকাৰে নিয়মানুবৰ্তিতা মানি নিজৰ কৰ্তব্য পালন কৰি যোৱা মানুহৰ পক্ষে অন্যান্য দেশহিতকৰ কামত অক্লান্তভাৱে আত্মনিয়োগ কৰাটো সহজ কাম নহয়। দত্তবৰুৱাৰ জীৱনত এয়ে ঘটিছিল। তেওঁ প্ৰচণ্ডভাৱে দেশৰ কামত আত্মনিয়োগ কৰাৰ ফলত স্বাস্থ্যৰ পক্ষে সুবিধাজনক নহৈছিল; লিখা-পঢ়াৰ কামত অতিপাতকৈ খটা বাবে দত্তবৰুৱাৰ মূৰ ঘূৰণি হৈছিল। সেইবাবে তেওঁ কামৰপৰা ছুটী লব লগীয়াত পৰে। ১৯৩৮ চনত

চৰকাৰী কামৰপৰা অৱসৰ গ্ৰহণ

**No. 8785**

**From**

The Hon'ble M. R. Cuningham, M. A.
Director of Public Instruction,
Assam.

**To**

Sj. Hari Narayan Dutta Baruah,
Teacher, Normal School, Jorhat.

*Dated Shillong, the 7th November* 1917

Sir,

I have the honour to state that the Assam Valley Text-book Committee has considered the Englandar Buranji produced by you TO BE THE BEST OF ALL the manuscripts examined and recommended the award to you of the reward of Rs. 250/-

I have the honour to be,
Sir,
Your most obedient servant,
K. Baruah.
For Director of Public Instruction, Assam.

Order of the Director of Public Instruction, Assam.
Shillong, the 9th November, 1918.

A reward of Rs. 250/- is granted to Sj. Hari Narayan Dutta Baruah, Jorhat, for the production of a Short History of England in Assamese.

(Sd). M. R. Cuningham,
Director of Public Instruction, Assam.

তেওঁ ৮ মাহৰ ছুটী লৈ থাকি পেঞ্চনৰ বাবে দৰ্খাস্ত দিয়ে। কোৱা বাহুল্য যে সেই সময়তো দত্তবৰুৱাৰ আৰ্থিক সংস্থান আশানুৰূপ নাছিল আৰু সংসাৰত অনাটন আৰু অভাৱ-অভিযোগ আছিল। এই অৰ্থনৈতিক অসুবিধাৰ অৱসান ঘটাবৰ কাৰণেই দত্তবৰুৱাই ব্যৱসায়ীৰ জীৱন আৰম্ভ কৰিবৰ বাবে বাধ্য হৈ পৰিল।

দত্তবৰুৱা ব্ৰাদাৰ্চ

কিতাপৰ ব্যৱসায় কৰাৰ স্বপ্ন দত্তবৰুৱাৰ বহুত দিনৰপৰাই আছিল। নিজেই তেওঁ বহুতো কিতাপ ৰচনা কৰোঁতা। গোটেই জীৱনত অলেখ গ্ৰন্থ ৰচনা কৰি দত্তবৰুৱাই অসমীয়া সাহিত্যৰ সমৃদ্ধি সাধন কৰিলে। ধৰ্ম-পুথি প্ৰকাশৰ বাহিৰেও ভ্ৰমণ কাহিনী (ভাৰত ভ্ৰমণ), উপন্যাস (চিত্ৰদৰ্শন আদি) আৰু শিশু-গ্ৰন্থ (গীতাবোধ প্ৰভৃতি) নানাবিধ গ্ৰন্থ ৰচনাৰ বাবে দত্তবৰুৱাৰ খ্যাতি দেশত ব্যাপ্ত হৈ পৰিছিল। এইদৰে এটা ব্যাপক পৰিবেশ সৃষ্টি হ'লত কিতাপৰ ব্যৱসায়ত আগবাঢ়ি যোৱাটো দত্তবৰুৱাই কৰ্তব্য যেন বিবেচনা কৰিলে। এই বিষয়ে নিজৰ জীৱন বৃত্তান্তত দত্ত-বৰুৱাই নিজে উল্লেখ কৰিছে।

ইতিপূৰ্বে দত্তবৰুৱাৰ কনিষ্ঠ ভাই বিচিত্ৰনাৰায়ণ দত্তবৰুৱাই 'দত্তবৰুৱা ব্ৰাদাৰ্চ' নাম দি নলবাৰীতে কিতাপৰ দোকান এখন আৰম্ভ কৰিছিল। বিচিত্ৰনাৰায়ণ ওকালতি কৰিবলৈ গুৱাহাটীলৈ গুচি যোৱাত সেই দোকান দত্তবৰুৱাই নিজে চলাব লগাত পৰে। পোন প্ৰথমতে আঠ হাজাৰ মান টকা ধাৰ হ'লেও দুবছৰমান মনপুতি ব্যৱসায়ত লগাৰ পাচতে সেই ধাৰ পৰিশোধ হয়।

ভাগৱত প্ৰকাশ

এই সময়তে ১ম, ২য়, ৩য় স্কন্ধ ভাগৱত ছপা হৈ ওলায়। কিছুমান বিলি কৰি দিয়া হৈছিল কিন্তু তাৰ দাম ফিৰি নাহিল। তথাপি দত্তবৰুৱা হতাশ নহ'ল। তেখেতে নিজৰ কৰ্তব্য পালনৰ প্ৰেৰণাতেই দ্বাদশ স্কন্ধ ভাগৱত প্ৰকাশ কৰি উলিয়ালে। এই ভাগৱতে দত্তবৰুৱাৰ ধনৰ টোপোলা গধুৰ নকৰিলেও বিৰাট কীৰ্তি-স্তম্ভ স্থাপন কৰিলে। মহাপুৰুষ শঙ্কৰদেৱে যি ভাগৱতক

'পুৰাণৰ সূৰ্য্য মহাভাগৱত' বুলি কৈ গৈছে সেই মহাশাস্ত্ৰখনি অসমীয়া ৰাইজৰ ঘৰে ঘৰে দি যোৱাত দত্তবৰুৱাৰ প্ৰতি গুণগনি জনাই বয়োবৃদ্ধ শ্ৰীজয়চন্দ্ৰ দেৱ শৰ্মাই লিখা চিঠিখনৰপৰা জনা যায়—

'অসমীয়াৰ ঘৰে ঘৰে ধোঁৱাচাঙত থকা পুৰণা পুথি বিচাৰি আনি অসমীয়া মহাভাৰত ও ভাগৱত ছাপা কৰি আসামত নাম ৰাখি থৈ গৈছে। যাদৱ পাটীগণিতখন বেঙ্গলী ভাষাত আছিল। নগাঁৱত থাকোঁতেই অসমীয়া অনুবাদ কৰি ছাপা কৰি প্ৰকাশ কৰিলে যদিও তাক শিক্ষা মন্ত্ৰীয়ে বন্ধ কৰিব পাৰে কিন্তু মহাভাৰত ও ভাগৱত এই দুখন পুথি পৃথিৱীত বা আসামত যিমান দিন থাকিব সিমান দিন তেখেতৰ নাম অমৰ হৈ থাকিব। আজি ১০০ বছৰৰ আগে-পিচে এনে পুথি মানুহে পঢ়িব নাপাইছিল, এতিয়া বৰ্তমানে ল'ৰা, বুঢ়া, বোৱাৰী, জীয়াৰী সকলোৱেই সদায় পঢ়িবলৈ পালে। ইয়াতকৈ সুখকৰ কথা কি আছে—ধন্য হৰিনাৰায়ণ—ধন্য দত্ত, ধন্য বৰুৱা জীৱন সাৰ্থক কৰি গৈছে।'

শুনিয়োক সৰ্বজন কৃষ্ণত অৰ্পিয়া মন
মহা ভাগৱত ৰস সাৰ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক
সমস্ত বেদৰ সাৰোদ্ধাৰ ॥
শুনাতাৰ তত্ত্ব ভেদ কল্প তৰু ভৈলা বেদ
তাৰ ফল মহা ভাগৱত।
নাহি সাৰ সিথা ছাল নাছিলেক কত কাল
স্বৰ্গ মৰ্ত্য পাতাল মধ্যত ॥
স্বাদত অমৃতময় কেৱল আনন্দ ৰস
পূৰ্বত আছিল বৈকুণ্ঠত।
কৃষ্ণৰ কৃপাত তেৱে অৰ্দ্ধেক বয়স গৈলে
পাইলা ব্ৰহ্মা পদ্ম কল্পত ॥
ব্ৰহ্মা দিলা নাৰদক ইটো ফল ৰহস্যক
নাৰদে ব্যাসক আনি দিলা।
নগৈলা তিলেকে ভাগি ইদালে সিদালে লাগি
শুক মুখে ভূমিত পৰিলা ॥

"এনে ভাগৱত ছপা কৰা মানুহ আসামত নোলাব বা নহব। আজি মোৰ প্ৰিয়তম বন্ধু ক'ত। হায় হায় ধন্য মোৰ সহপাঠী প্ৰিয় বন্ধু। ইমানতে মোৰ বন্ধুৰ সুখ্যাতি গুণ-গৰিমা শেষ আৰু লিখিবলৈ কাপ নচলে, চকুৰ পানী বৰ ধৰে; কিমধিক।"

এই শোকোচ্ছ্বাস আৰু ভাবাবেগৰ আতিশয্য অস্বাভাৱিক নহয়। সৰল বাল্য বন্ধুৰ বৃদ্ধ বয়সৰ এই উক্তি আখৰে আখৰে সঁচা।

নলবাৰীৰ শ্ৰীকৃষ্ণকান্তি বায়নে এই বিষয়ে দত্তবৰুৱাৰ প্ৰশংসা কৰি এইদৰে লিখিছে—

'আসামৰ প্ৰায় সত্ৰাধিকাৰসকলৰ লগত, আন আন সাত্ত্বিক প্ৰচাৰকৰ লগত অনেক আলাপ-প্ৰলাপ, সকাম-নিষ্কাম ভক্তিৰ আলোচনা কৰিলোঁ। কিন্তু হৰিনাৰায়ণ দত্তবৰুৱাদেৱৰ লগত যিমানখিনি আলাপ কৰিব পাৰিছিলোঁ আৰু বৰুৱাদেৱৰপৰা যিমানখিনি পাইছোঁ ও শিকিছোঁ আনৰপৰা তেনে সাৰুৱা উপদেশ দিওঁতা ও দান দিওঁতা বৰ্তমানলৈকে অসমত পোৱা নাই।'

ধৰ্মকাৰ্যত জীৱন উৎসৰ্গৰ বাবে সাজু

এইবাৰ কাল দেৱতাই নতুন মূৰ্তিৰে দত্তবৰুৱাৰ আগত দেখা দিলে। এই মূৰ্তিত ভীষণতা নাই। প্ৰশান্ত বৰাভয় আছে। অসম সাহিত্য সভা, অসম শিক্ষা সন্মিলন আদিত নিয়োজিত হোৱা কাৰ্য্যোপলক্ষে দত্তবৰুৱাই সমগ্ৰ অসমৰ ছবি মনত আঁকি লৈছিল। এই ছবিত অকল শঙ্কৰদেৱেই প্ৰকাশিত হোৱা নাছিল। শঙ্কৰদেৱক কেন্দ্ৰ কৰি হোৱা বিৰাট অসমৰ সংস্কৃতি দত্তবৰুৱাৰ ধ্যানৰ বস্তু আছিল। তেওঁ অৰ্ধ নিমিলিত দৃষ্টিৰে দেখিবলৈ পালে যে বৰদোৱা আৰু আকাশী গঙ্গাত মালিন্য আৰু জীৰ্ণতাই প্ৰবেশ কৰিছে। পশ্চিমৰ কোচ বিহাৰত থকা মধুপুৰ সত্ৰকো জীৰ্ণতাই মেৰাই ধৰিছে।

'কোচ বিহাৰত পাঁচ দিন' নাম দি "আৱাহন" কাকতত পয়ত্ৰিশ বছৰ আগতে দত্তবৰুৱাই লিখা প্ৰবন্ধ এটাৰ উল্লেখ এইখিতে সমীচীন হব।

'মাননীয় শ্ৰীযুক্ত গৌৰীপুৰৰ ৰজা বাহাদুৰৰ অনুগ্ৰহত আমি প্ৰাচীন কামৰূপৰ বিভিন্ন ঠাই ফুৰিবলৈ পাওঁ; কোচবিহাৰ যাত্ৰা

তাৰে এটা। যোৱা ১৯৩১ চনৰ জুলাই মাহত আমি তালৈ গৈছিলোঁ।

কোচবিহাৰ ব্যৱস্থাপক সভাৰ সভ্য আৰু সাহিত্য সভাৰ সম্পাদক বয়োবৃদ্ধ আৰু জ্ঞান বৃদ্ধ শ্ৰদ্ধাস্পদ খাঁ চৌধাৰী আমানত উল্লা আহমদ মহাশয়ৰ যত্নত ৰাজঘৰৰপৰা আমাৰ থকা-মেলা, খোৱা-বোৱা আদিৰ সুন্দৰ ব্যৱস্থা হৈছিল; তাত আমাক যিদৰে যত্ন কৰিছিল, এই জীৱনত পাহৰিব নোৱাৰোঁ। আমি যোৱাৰ সময়ত শ্ৰদ্ধেয় খাঁ চৌধাৰী নিজে ষ্টেচনলৈ আহিছিল আৰু এদিন ৰাতিপুৱা দেৱান-জীৰ লগত আমাক সাক্ষাৎ কৰাইছিল। দেৱানজীৰ আদৰ-সাদৰ আৰু আমাৰ কাৰ্য্যৰ প্ৰতি তেওঁৰ সহানুভূতি দেখি আমি নিজক ধন্য বোধ কৰিছিলোঁ। সেই কেইদিন থাকিবলৈ এটি সুন্দৰ বঙলা ঘৰ, আমাৰ সুবিধাৰ অৰ্থে দুটা লগুৱা, আৰু এজন পাচক ব্ৰাহ্মণ আমাক দিছিল। এজন নায়েবে আমাৰ খোৱা-বোৱাৰ তত্ত্বাৱধান লৈছিল। নায়েবজন ঢাকাৰ ব্ৰাহ্মণ। এওঁ দিনটোৰ ভিতৰত ৪। ৫ বাৰ আমাৰ সুবিধা-অসুবিধাৰ সংবাদ লৈছিল, আৰু আমি খাবলৈ বহাত ওচৰত বহি পৰম আত্মীয়ক ভোজন কৰোৱাৰ দৰে আমাক খুৱাইছিল।

খাঁ চৌধাৰী চাহাবে তেখেতৰ হিন্দু কেৰাণীজনক আমাৰ লগত ধৰ্ম স্থানবোৰ ফুৰিবলৈ দিছিল আৰু এজন ফটোগ্ৰাফাৰ বন্দোবস্ত কৰি দিছিল। আমি যি কেইদিন নগৰৰ বাহিৰে ফুৰিছিলোঁ, সেই কেইদিন প্ৰতিদিনে বাহনৰ অৰ্থে ৰাজঘৰৰপৰা হাতী এটাও পাই-ছিলোঁ। এইবোৰ কাৰণত আৰম্ভতে এই সদাশয় লোকসকলৰ প্ৰতি আমি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিলোঁ।

প্ৰথমতে আমি মধুপুৰলৈ যাওঁ; ই নগৰৰপৰা উত্তৰ পশ্চিমে পাঁচ মাইল দূৰত তোৰষা নদীৰ পাৰত। মধুপুৰ দূৰৰপৰা আশ্ৰম যেন দেখি। চৰিত

মধুপুৰ

পুথিমতে দুইজনা গুৰুৱে তীৰ্থৰপৰা ঘূৰি আহি ইয়াত জিৰণি লৈছিল আৰু মধু খাইছিল; সেই কাৰণে ইয়াৰ নাম মধুপুৰ হোৱা বুলি কয়। পুৰণি কালত বুঢ়ীৰ পো গোবিন্দ আতৈ এই থানৰ মেধি (অধিকাৰ) আছিল। ইয়াত শ্ৰীমন্ত শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰে কিছু কিছু কাল বাস কৰি-ছিল। আৰু সেইকালৰ ৱাৰজন আতাই ইয়াত দেহৰক্ষা কৰিছিল।

আতাসকলৰ দেহৰক্ষা কৰা ঠাইবোৰৰ ওপৰত বৰ্তমানে সৰু সৰু একোটি টিনৰ ঘৰ কৰি চিন ৰাখিছে। ইয়াৰ উপৰি ইয়াত কীৰ্তন-ঘৰ, মণিকূট আৰু গুৰুগৃহ নামে তিনটি টিনৰ ডাঙৰ ঘৰ আছে। কীৰ্তন ঘৰটোত পিতলৰ দুৱাৰ লগোৱা। এই ঘৰবোৰ কোচবিহাৰৰ পোদ্দাৰ উপাধিৰ এজন ভক্তই নিজ খৰচেৰে তৈয়াৰ কৰি দিছে।

কীৰ্তন-ঘৰত পূব, দক্ষিণ আৰু পশ্চিম মুখে তিনিখন দুৱাৰ; মণিকূটটোৰ দক্ষিণ আৰু পশ্চিমে দুখন দুৱাৰ। গুৰুগৃহৰ দুৱাৰ পূব ফালে। পূব ফালে দুৱাৰ হোৱাৰ কাৰণ সোধাত তাত থকা ভকতে ক'লে, দুইজনা গুৰু তীৰ্থৰপৰা আহি ইয়াত পশ্চিম মুখে বহিছিল। সেই কাৰণে ইয়াত পশ্চিম মুখেও সেৱা কৰিব পাৰি। দেখি পূব ফালে দুৱাৰ ৰখাৰ ব্যৱস্থা চলি আহিছে। ইয়াত সেৱাৰ বস্তু ৰাখিছে। কীৰ্তন ঘৰৰ মণিকূটত চতুৰ্ভুজ নামৰ বিগ্ৰহ স্থাপিত আছে।

এই থানৰ দেৱোত্তৰ ভূমি ১৮ বিঘা। ৰজা-ঘৰৰপৰা বছৰে ১০ টকাকৈ নগদ খৰচ পায়। মধুপুৰৰ বাহিৰে আন থানে নগদ টকা নাপায় বুলি শুনিলোঁ। এই থানৰ নামত ৫০০ বিঘাৰ এটা জোত আছে। থানখন ছত্ৰশালৰ এজন উদাসীন ভকতে চলায়। আমি যোৱাৰ সময়ত এজন কমলাবাৰীৰ ডেকা ভকতো তাত আছিল। এই ভকত দুজনে আমাক বৰ স্নেহ কৰিছিল।'

দত্তবৰুৱাই শ্ৰীনলিনীকুমাৰ দাসলৈ মধুপুৰৰ বিষয়ে লিখা চিঠি এখনৰপৰা মধুপুৰ সত্ৰ উন্নয়নৰ আগ্ৰহ পৰিস্ফুট হয়—

'এই থানৰ গুৰু-গৃহ বুলি যি ঘৰ আছে, তাত দুজনা গুৰুৰ পবিত্ৰ চিতা-ভস্ম আৰু অস্থি আছে। বুঢ়ীৰ পো গোবিন্দ আতৈৰ তিথিত ইয়াক বুঢ়া ভকত মানুহক চাবলৈ দিয়ে। অহা ২৬ মাঘত এই তিথি হ'ব। আপুনি ইচ্ছা কৰিলে সেই বস্তু চাই আপোনা-লোকে সস্ত্ৰীক আনন্দ লাভ কৰিব পাৰে। সেধি ডাঙৰীয়াই সস্ত্ৰীক গৈ সেৱা জনাই আহিছে।

এই গুৰু-গৃহটো অসমীয়া জাতিৰ বুদ্ধ স্তূপৰ দৰে। কোচ বিহাৰৰ অবিনাশ বাবু, মহাৰাজা আৰু সস্ত্ৰীক আপুনি যত্ন কৰিলে, এই গুৰু-গৃহটি ভাৰতৰ ভিতৰত চকুত লগা মন্দিৰ হৈ উঠিব।

'শ্ৰীশঙ্কৰ, শ্ৰীমাধৱ আৰু শ্ৰীদামোদৰ প্ৰভু কামৰূপীয় উপাস্য মূৰ্তি। এই তিনি মূৰ্তিয়ে আজিও সদিয়াৰপৰা দিনাজপুৰলৈ জুৰি থকা হিন্দুৰ হৃদয়ে হৃদয়ে বিৰাজ কৰিব ধৰিছে। তিনি মূৰ্তি বিভিন্ন ঠাইত আবিৰ্ভাৱ হ'লেও মধ্যলীলা আৰু শেষলীলা এক ঠাইতে অভেদ ভাৱে কৰি দেখুৱাইছিল; আৰু লীলা সামৰাৰ সময়তো তিনিও হিমাদ্ৰিলৈ দৃষ্টি কৰি, একেটি স্ৰোতস্বিনী তোৰষাই দি উজাই অদৃশ্য হৈছিল। এইসকলক অনুকৰা পাৰিষদ সিদ্ধ আতাসকলেও বিহাৰকেই বৈকুণ্ঠ বুলি শেষ কাল কটাইছিল। এই ঠাইত পণ্ডিত সাধুসকলে বাস কৰি সংস্কৃত কামৰূপী ভাষাৰ গ্ৰন্থ প্ৰচাৰ কৰিছিল। সেই উত্তৰ-পূৰ্ব ভাৰতৰ ভাষা আৰু ধৰ্মৰ কেন্দ্ৰভূমি, গুৰুসকলৰ পদৰেণুৰ পূত আৰু পৱিত্ৰ চিতাভস্ম লিপ্ত আৰু তোৰষাৰ কলধ্বনিৰে মুখৰিত কামৰূপীৰ দ্বিতীয় বৈকুণ্ঠলৈ সেৱা জনাই সদ্যহতে আমি বিদায় মাগিলোঁ।'

কোচবিহাৰ মধুপুৰ সত্ৰৰ উন্নয়ন সম্পাদক শ্ৰীধীৰেন্দ্ৰনাথ দাসে এই মধুপুৰ সত্ৰৰ বিবৃতি দিওঁতে দত্তবৰুৱাৰ বিষয়ে উল্লেখ কৰি এনেদৰে কয়—

'শ্ৰদ্ধেয় দত্তবৰুৱাৰ লগত মোৰ প্ৰথম পৰিচয় যিভাৱে ঘটি উঠে, সেই পুণ্যকথা মোৰ জীৱন যাত্ৰাৰ এটা মহা সম্বল হৈ ৰৈ আছে। দহ-মুকুতৰ থান মধুপুৰ, কোচবিহাৰ ৰাজ্যত। জগদগুৰু শঙ্কৰ-মাধৱ-দামোদৰ দেৱৰ মহাপ্ৰয়াণৰ ক্ষেত্ৰ আৰু দহ-মুকুতৰ সমাধিৰ ঠাই এই মধুপুৰ সত্ৰ আজিও তেৰাসকলৰ ধূলি নিৰ্মাল্য বক্ষত ধাৰণ কৰি অসমৰ তথা সমগ্ৰ ভাৰতৰ বৈষ্ণৱ ধৰ্মৰ বিজয় দুন্দুভি ঘোষণা কৰি আছে। এই পুণ্য-ভূমিত পৰম শ্ৰদ্ধেয় শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীমৎস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী, শ্ৰীহৰগোবিন্দ শৰ্মা, শ্ৰীনীলমণি ফুকন, বৰপেটা সত্ৰৰ বুঢ়া সত্ৰীয়া, দত্তবৰুৱাদেৱ, এই অভাজন আৰু অসমৰ বিভিন্ন ঠাইৰপৰা অভ্যাগত ধাৰ্মিক নৰ-নাৰীৰ সন্মিলন ঘটে। থানৰ উন্নয়ন পৰিকল্পনা লৈ এখন ৰাজহুৱা সভাও বহে। এই সভা বহে ১৩৬১ চনৰ (অসমীয়া মতে) দুই আঘোণ তাৰিখত। সভাত কোচবিহাৰৰ ভূতপূৰ্ব মহাৰাজ শ্ৰীজগদ্দীপেন্দ্ৰ নাৰায়ণ বিশিষ্ট অংশত আছিল। এই সভাৰ সকলোখিনি তত্ত্বাৱধানৰ কাম দত্ত-

বৰুৱাদেৱৰ নেতৃত্বত হৈছিল। সত্ৰ উন্নয়ন কমিটী গঠন আৰু সত্ৰৰ উন্নয়ন পৰিকল্পনা আদি বিষয় লৈ গভীৰ আলোচনা হোৱাৰ পাচত সভাৰ কাম শেষ হয়।

সভা ভগাৰ পাচত শ্ৰীমৎস্বামীজী মই আৰু দত্তবৰুৱাদেৱে একেলগে বহি থানৰ উন্নতি কি দৰে হ'ব পাৰে, এই বিষয় লৈ গভীৰ আলোচনাৰ সুযোগ মিলে। তেখেতক অৰ্থাৎ দত্তবৰুৱাক মহাপুৰুষৰ লীলাভূমি ভাটী ৰাইজৰ সত্ৰবিলাকৰ যাতে অনতিবিলম্বে উন্নতি হয় সেই বিষয় লৈ খুব আগ্ৰহান্বিত দেখা গৈছিল। পিচ-দিনা ভাটী সত্ৰ অনুসন্ধান কমিটী এখন গঠিত হ'ল। তেতিয়াৰপৰা শ্ৰদ্ধেয় দত্তবৰুৱাদেৱে ভাটী সত্ৰবিলাকৰ উন্নয়নৰ বাবে মোক যিদৰে আগ্ৰহেৰে উদগনি দি আহিছিল—আজিলৈকে তেনে ধৰণৰ উৎসাহ বাণী কাৰোপৰা পোৱা বুলি মোৰ মনত নপৰে। মোৰ মনত এতিয়াও জাগৰিত হৈ আছে—সত্ৰশাল সত্ৰত সত্ৰ প্ৰতিষ্ঠাতা ৺হৰি আতৈ দেউৰ তিৰোভাৱ মহোৎসৱ পতাৰ কাম হাতত লৈ তেখেতক আৰু আমাৰ মহাপুৰুষীয়া মুখিযাল সকলো মহাত্মাক আদৰ আহ্বান জনোৱা হ'ল। মাত্ৰ দত্তবৰুৱাদেৱে আমাৰ কাতৰ আহ্বানত স্থিৰ হৈ থাকিব নোৱাৰা হৈছিল। এই ভাটীৰ মহাপুৰুষীয়া ৰাইজৰ প্ৰতি তেখেতৰ যে এটা গভীৰ ভাব আছিল আমি তাক মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰিছিলোঁ।

আজি দত্তবৰুৱাৰ মৃত্যুৰ কাৰণে অসমীয়া সাহিত্যৰ যিখিনি অভাৱ ৰৈ গ'ল, সেইটো কেনেকৈ পূৰণ হ'ব ভগৱানে জানে। তেখেতে কৈছিল, 'ভাটীৰ সত্ৰবিলাকৰ সংস্কাৰ ধৰ্মপ্ৰচাৰ সংগঠন আদি কামত আপুনি আগবাঢ়ক—যথাসাধ্য সাহায্যৰ ত্ৰুটী মোৰ পক্ষৰপৰা নহব।' তেখেতে প্ৰায় কৈছিল, 'গা মোৰ বেয়া, সোন-কালে কাম কৰক।'

এইখিনিতে উল্লেখ কৰিব পাৰি যে দত্তবৰুৱা দহ-মুকুতৰ থান শ্ৰীমধুপুৰ সত্ৰ পুনৰ নিৰ্মাণ সমিতিৰ সম্পাদক আছিল। প্ৰধান পৃষ্ঠপোষক আছিল বটদ্ৰৱা, পাটবাউসী, সুন্দৰীদিয়া, বৰপেটা, আউনী-আটী, দক্ষিণপাট, কমলাবাৰী, গড়মূৰ, বেঙেনাআটিৰ সত্ৰাধিকাৰ প্ৰভুসকল। সমিতিৰ সভাপতি আছিল সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী

শ্ৰীবিষ্ণুৰাম মেধি, কাৰ্য্যকৰী সভাপতি আছিল শ্ৰীনীলমণি ফুকন আৰু সহকাৰী সভাপতিসকল আছিল মতিৰাম বৰা, শ্ৰীমহেন্দ্ৰ-মোহন চৌধুৰী, শ্ৰীৰূপনাথ ব্ৰহ্ম, শ্ৰীসিদ্ধিনাথ শৰ্ম্মা আৰু ৰামনাথ দাস আৰু সাধাৰণ সদস্য আছিল ৩৫ জন।

এইখিনিতে শ্ৰীনলিনীকুমাৰ দাসে পঠোৱা দত্তবৰুৱাৰ* চিঠি এখনৰ নকল এটি দাঙি ধৰা হ'ল—

নলবাৰী

'শ্ৰদ্ধেয় ডাঙৰীয়া, ৩।২।৫৯

আপোনাৰ পত্ৰ পাই আনন্দ পালোঁ। মধুপুৰ থানৰ বিবৰণৰ অলপমান কথা মোৰ হাতত আছে আৰু অলপ সংগ্ৰহ কৰিবলৈ বাকী থাকিল। ভাবিছিলোঁ মধুপুৰৰ বিবৰণী এখন ইংৰাজীত প্ৰকাশ কৰিম। উন্নয়ন বিষয়ক কামৰ কোনো আঁচনি মোৰ হাতত নাই।

উন্নয়নৰ অৰ্থে ২।৩ হাজাৰ টকা সংগ্ৰহ কৰি স্বৰ্গীয় হৰমোহন দাস ডাঙৰীয়াৰ হাতত ৰাখিছিল। তেখেত যেতিয়া শয্যাগত হৈ থাকে সেই সময়ত আমি বিশেষ যত্ন কৰি সেই সময়ৰ মুখ্য মন্ত্ৰী মেধি ডাঙৰীয়াক আৰু ফুকন ডাঙৰীয়াক লৈ মধুপুৰত উপস্থিত হৈছিলোঁ। সেই সময়ৰ উৎসৱত আমি প্ৰায় ৫০০ মান টকা খৰচ কৰিছিলোঁ। কোচবিহাৰৰ মহাৰজাও অনুগ্ৰহ কৰি উপস্থিত হৈছিলগৈ।

আন উন্নয়ন কমিটীৰ সভাপতি আছিল ফুকন ডাঙৰীয়া। সম্পাদক আছিল হৰমোহন দাস। কাগজ-পত্ৰ, চেভিং বেঙ্কৰ পাছ বুক আদি ফুকন ডাঙৰীয়াৰ হাতলৈ নিছিল। টকাখিনি ডাকঘৰৰপৰা আনিবলৈ আমি তেখেতক বাৰ বাৰ অনুৰোধ কৰিছিলোঁ। যোৱা মাঘত হাউলিৰ (বৰপেটা) শ্ৰীযাদৱ চন্দ্ৰ দাসেও হিচাব সম্বন্ধে জানিবলৈ কাগজত এখন চিঠিও প্ৰকাশ কৰিছিল।

মোৰ শৰীৰ অত্যন্ত কাতৰ। বিছনাত পৰি থাকোঁ। চিঠি-পত্ৰ লিখিব নোৱাৰোঁ। ইয়াৰ পৰাই অন্তৰৰ ইচ্ছা প্ৰকাশ কৰিলোঁ। শ্ৰীগুৰুৰ অৰ্থে মই একোকেই কৰিব নোৱাৰিলোঁ। আপোনালোকে মোক ক্ষমা কৰিব। ইতি—

আপোনাৰ—
শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা'

* এই চিঠিখন মহাপ্ৰয়াণৰ ২৫ দিন আগতে লিখা।

এই আলমত কোচবেহাৰৰ মধুপুৰ সংক্ৰান্তত অসমত যি জন-জাগৰণ হৈছিল তাৰ প্ৰথমবাৰৰ ঢৌ এইটোৱেই। ইয়াৰ পাচত অৱশ্যে আৰু ঢৌ আহিছিল আৰু শেষৰ ঢৌটোৱেই যদিও মধুপুৰ সত্ৰ পুনৰ প্ৰতিষ্ঠাত প্ৰবল জোৱাৰৰ দৰেই হ'ল তথাপি দত্তবৰুৱাৰ উদ্যোগতহে প্ৰথমতেই এই পুণ্যভূমিৰ প্ৰতি অসমৰ কৰ্তব্য নিৰূপিত হৈছিল।

এই সম্পৰ্কে অসম ৰাজনীতিৰ অন্যতম কৰ্ণধাৰ শ্ৰীমহেন্দ্ৰ-মোহন চৌধুৰীয়ে দত্তবৰুৱালৈ লিখা চিঠি এখন সম্পূৰ্ণ তলত তুলি দিলোঁ—

NEW DELHI-1
10. 12. 56.

'পৰম শ্ৰদ্ধাস্পদ দত্তবৰুৱা ডাঙৰীয়া,

আপোনাৰ ৮।১১।৫৬ তাৰিখৰ চিঠিখনৰ উত্তৰ দিয়াত দেৰী হোৱাৰ বাবে অনুগ্ৰহ কৰি যেন বেজাৰ নাপায়। মই ইয়াৰ ভিতৰতে দুবাৰো অসমলৈ গৈছিলোঁ। ইচছা থকা সত্বেও আপোনাক এবাৰ লগ ধৰি আহিব নোৱাৰিলোঁ। আপুনি আজিলৈ অসমীয়া জাতিৰ কাৰণে যিখিনি কাম কৰিছে, তাৰ বাবে সদায় অসমীয়া জাতিয়ে কৃতজ্ঞতাৰে আপোনাৰ নাম স্মৰণ কৰিব। মোৰ দুৰ্ভাগ্য যে মধুপুৰ খানৰ পুনৰ প্ৰতিষ্ঠা উৎসৱত যোগ দিব নোৱাৰিলোঁ। উক্ত কামত মোৰ সম্পূৰ্ণ সহযোগ আৰু সহানুভূতি আছে। নানান কামৰ লেঠাত এই সহানুভূতি কিমান দূৰ কাৰ্য্যকৰী হয় কব নোৱাৰোঁ। পৰমেশ্বৰে আপোনাক দীৰ্ঘজীৱী কৰি অসমীয়া জাতিক সেৱা কৰিবৰ কাৰণে সামৰ্থ্যবান কৰক, তাকেই প্ৰাৰ্থনা জনাইছোঁ।

আপোনাৰ মোৰ প্ৰতি থকা অসীম মৰম আৰু শুভ আকাঙ্ক্ষাৰ কাৰণে মোৰ অকৃত্ৰিম কৃতজ্ঞতা আপোনাত নিবেদন কৰিছোঁ। মোৰ সেৱা লব।

আপোনাৰ—
মহেন্দ্ৰ চৌধুৰী'

মধুপুৰ সত্ৰ পুনৰ প্ৰতিষ্ঠাৰ আন এগৰাকী উদ্যোক্তা অসমৰ বাগ্মীকবি শ্ৰীনীলমণি ফুকনে এইদৰে নিজৰ মনৰ ভাব ব্যক্ত কৰিছে—

'মধুপুৰ থানৰ সুদিহাৰ কথা তেখেতে (দত্তবৰুৱাই) কওঁতে Asthma ৰ হেন্দোলনিতো পাহৰা নাছিল। সেই কাম সিদ্ধ হোৱা দেখি নগ'ল। কিন্তু মোৰ বিশ্বাস হৰমোহন দাস, দত্তবৰুৱা ডাঙৰীয়াৰ আত্মাই অসমীয়া জাতিক অন্তৰীক্ষৰপৰাও এটা গভীৰ প্ৰেৰণা দি সেই কাম কৰোৱাব।'

দত্তবৰুৱাই জীৱিত কালতে যে এই মহৎ কাৰ্য্য সম্পাদনৰ বাবে গভীৰতম অনুপ্ৰেৰণা দি গৈছিল, তাক আমি তাৰ বাবে গঠিত হোৱা মধুপুৰ সত্ৰ পুনৰ নিৰ্মাণ সমিতিৰ তলত উল্লেখ কৰা নলবাৰী উমা প্ৰেছৰপৰা ওলোৱা জাননীখনৰপৰাই বুজিব পাৰোঁ।—

দহ মুকুতৰ থানঃ

শ্ৰীমধুপুৰ সত্ৰ পুনৰ নিৰ্মাণ সমিতি

প্ৰধান পৃষ্ঠপোষকঃ

কোচবিহাৰৰ মহাৰাজ

পৃষ্ঠপোষক :

বটদ্ৰৱা,
পাটবাউসী,
সুন্দৰীদিয়া,
বৰপেটা,
আউনীআটী,
দক্ষিণপাট,
কমলাবাৰী,
গড়মূৰ,
বেঙেনাআটীৰ
সত্ৰাধিকাৰ
প্ৰভুসকল।

সভাপতি—শ্ৰীবিষ্ণুৰাম মেধি, অসমৰ মুখ্যমন্ত্ৰী।
কাৰ্য্যকৰী সভাপতি—শ্ৰীনীলমণি ফুকন।
সহকাৰী সভাপতি—
শ্ৰীমতিৰাম বৰা—অসমৰ বিত্তমন্ত্ৰী।
শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী—সম্পাদক, নিঃ ভাঃ কঃ কঃ।
শ্ৰীৰূপনাথ ব্ৰহ্ম—অসমৰ স্বাস্থ্যমন্ত্ৰী।
শ্ৰীসিদ্ধিনাথ শৰ্মা—অসমৰ গড়কাপ্তানি মন্ত্ৰী।
শ্ৰীৰামনাথ দাস—অসমৰ বন-মন্ত্ৰী।
সম্পাদক—শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা।

সদস্য ঃ

শঙ্কৰ সঙঘৰ সভাপতি।
শঙ্কৰ মিশ্যনৰ সভাপতি।
শঙ্কৰ সমাজৰ সভাপতি।
অসম সত্ৰ সঙঘৰ সভাপতি।
শ্ৰীপ্ৰকৃতীশচন্দ্ৰ বৰুৱা।
শ্ৰীৰবীন্দ্ৰনাৰায়ণ দেৱ অধিকাৰী।
শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী।
শ্ৰীঅমূল্যচন্দ্ৰ বক্চী।
শ্ৰীঅবিনাশ পোদ্দাৰ।
শ্ৰীলক্ষ্মীকান্ত আতৈ বুঢ়াভকত।
শ্ৰীপ্ৰফুল্ল চক্ৰৱৰ্ত্তী।
শ্ৰীশৰৎচন্দ্ৰ সিংহ।
শ্ৰীগহনচন্দ্ৰ গোস্বামী।
শ্ৰীমিত্ৰদেৱ মহন্ত।
শ্ৰীমহেশ্বৰ দেৱ গোস্বামী।
শ্ৰীৰমাকান্ত মুক্তিয়াৰ।
শ্ৰীপূৰ্ণলাল দাস।
শ্ৰীআনন্দচন্দ্ৰ বেজবৰুৱা।
শ্ৰীহৰেন্দ্ৰনাৰায়ণ গোস্বামী।
শ্ৰীঅক্ষয়কুমাৰ দাস।
শ্ৰীধনীৰাম তালুকদাৰ।
শ্ৰীবনমালী দাস।
শ্ৰীৰাধাকান্ত দাস।
শ্ৰীদয়ালচন্দ্ৰ সূত্ৰধাৰ।
শ্ৰীবনমালী মিশ্ৰ।
শ্ৰীচন্দ্ৰকান্ত দেৱ মিশ্ৰ।
শ্ৰীগিৰিকান্ত দেৱ অধিকাৰী।
শ্ৰীসুৰেন্দ্ৰনাথ চৌধুৰী।
শ্ৰীযাদৱচন্দ্ৰ দাস।
শ্ৰীকৃষ্ণানন্দ ব্ৰহ্মচাৰী।
শ্ৰীহৰমোহন দাস।
শ্ৰীসিদ্ধনাথ দেৱ অধিকাৰী।
শ্ৰীমহিম আতৈ বুঢ়াভকত।
শ্ৰীসৰ্বেশ্বৰ পাঠক আতৈ।
শ্ৰীহৰগোবিন্দ শৰ্মা।

মধুপুৰ থানৰ প্ৰসঙ্গ শেষ কৰাৰ আগতে আৰু কেইখনমান চিঠি এই সুযোগতে প্ৰকাশ কৰা উচিত হ'ব বুলি ভাবি তলত চিঠি-কেইখনৰ হুবহু প্ৰতিলিপি দিয়া হ'ল। ইয়াৰ পৰাই মধুপুৰ থানৰ বিষয়ে অসমীয়াৰ মনোযোগ আকৰ্ষণ কৰাৰ হোতাস্বৰূপে যে হৰিনাৰায়ণ দত্তবৰুৱাই জয়ে জয়ে আন্দোলন চলাইছিল তাৰ সম্পূৰ্ণ আভাস পোৱা যাব আৰু যিসকল মহানুভৱ ব্যক্তিয়ে তেখেতক নানা পৰামৰ্শ আদিৰে সহায় কৰিছিল তেখেতসকলৰো অৱদান আৰু সেই সম্পৰ্কে মনোভাব কিছুদূৰ বুজিব পৰা যাব। ইয়াৰ ভিতৰত কেইবা-জনো পুৰুষৰ লোকান্তৰ ঘটিছে আৰু সেইবাবেইহে এই চিঠিকেইখনৰ প্ৰকাশ আৱশ্যকীয়।

প্ৰথমখন চিঠি শ্ৰীনলিনীকুমাৰ দাসৰপৰা শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱালৈ লিখা। তাত দত্তবৰুৱাৰ মধুপুৰ সম্পৰ্কে আগ্ৰহ পৰিস্ফুট। দ্বিতীয়খন চিঠি স্বামীজী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ। প্ৰথমখনৰ একাংশ আৰু দ্বিতীয়খনৰ সম্পূৰ্ণ তলত তুলি দিয়া হ'ল--

( ১ )

**N. K. DAS,** M. A., B. L. Advocate

Retired Income Tax Officer

Cum

Asst. Controller of Estate Duty

The 4th March, 1959

My dear Dutta Barua,

..........................

..............................................

I am also sending a copy of your late father's letter addressed to me, which will speak for itself, from which you will learn that he had a great desire for reconstruction of Madhupur Satra and now it rests upon

you all the members of the family to think and do whatever is found best to fulfil his wishes.

.....................................

.........................................

Yours sincerely,
N. K. DAS.

( 2 )

**S. K. Brahmachari**, M.L.A.
Govinda Bhawan
Geetasharm

P.O. MANIPUR
Dist. Goalpara
(Assam).
Date 27.2.59

পৰম কল্যাণীয় শ্ৰীমান মুনীন্দ্ৰ দত্তবৰুৱা,

পত্ৰে অশেষ আশীৰ্বাদ জানিবা। তোমাৰ স্বৰ্গীয় পিতৃদেৱৰ পাৰলৌকিক কৰ্মৰ নিমন্ত্ৰণ-পত্ৰ নাপালেও প্ৰভাত চৌধুৰীৰ মুখে বিশেষকৈ মতা জানিব পাৰিছোঁ। মোৰ দুৰ্ভাগ্য আজি এচেম্‌ব্লিৰ পৰা আহিয়েই গা অসুখ হৈছে। ভাগৱত-প্ৰাণ শ্ৰীযুত নলিনী বাবুৰ মুখে সমস্ত বিষয় জানিব পাৰিবা। মই আশা কৰোঁ, জানিলেই নহয়, তেখেতৰ কথাখিনি অবহিত চিত্তে শুনিবা আৰু সেইমতে কাম কৰিবলৈ পৰম পিতা পৰমেশ্বৰে পৰম ভাগৱত অক্ষয় স্বৰ্গলোক-গামী পিতৃদেৱৰ প্ৰেৰণা দিব যাৰ দ্বাৰা মধুপুৰ সত্ৰৰ তোমাৰ পিতাৰ অন্তিম শয্যাৰ সঙ্কল্প বাস্তৱত পৰিণত হ'ব। ইতি—

কৃষ্ণানন্দ

এইটো সঁচা কথা যে মানুহৰ মনত যদি শুভ সঙ্কল্প জাগ্ৰত হয় তাক পৰিপুষ্ট কৰিবলৈ অগণিত সঙ্কল্প শুভ বুদ্ধি ৰূপে জাগি উঠে। কেতিয়া কোন হোমাৰে এখন সভ্য মানৱ-সমাজৰ কল্পনা কৰি তেওঁৰ কাব্যত তাৰ তথ্য লিখি থৈ গৈছিল ; যুগৰ পাচত

যুগ বাগৰি গ'ল, কোনেও হোমাৰক নাজানিলে। হোমাৰৰ অৱদান তথাপি নিষ্ফল নহ'ল। এজন প্ৰবল প্ৰতাপী সম্ৰাটে হোমাৰৰ কাব্য পাঠ কৰি মুগ্ধ হ'ল আৰু তাৰপৰাই সভ্যতাৰ বহুমুখী অৱদান দেশময় ব্যাপ্ত হৈ পৰিল। এইটো অৱশ্যে ইউৰোপৰ কথা। প্ৰাচ্যতো প্ৰায় একেই কথা। বেদ-উপনিষদ ৰচনা কৰি যোৱা বহুতো মুনিৰ নাম অজ্ঞাত। কিন্তু সেই চিন্তাৰ অনুপ্ৰেৰণা যুগে যুগে বাগৰি আহিছে।

মধুপুৰ ধামৰ সংস্কাৰৰ শুভ সঙ্কল্পত দত্তবৰুৱাৰ জীৱন-সায়াহ্ন অতিবাহিত হ'ল। কিন্তু তেওঁৰ বিয়োগত সেই সঙ্কল্পৰ শক্তি হেৰাই গ'ল। বৰং নতুন শক্তিত সি উজ্জীৱিত হৈ উঠিল।

বৈষ্ণৱ-সাহিত্যৰ প্ৰতি মন-কাণ দিওঁতা শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ৰাজনৈতিক জঞ্জালৰ মাজতো সেই বিষয়ে নিৰুদ্বিগ্ন হৈ নাথাকিল। দৈৱিক অনুপ্ৰেৰণাৰ ফলতেই হওক বা আন কাৰণেতই হওক শ্ৰীচৌধুৰীয়ে এই গুৰুভাৰ কান্ধ পাতি ললে। তেখেত বৰপেটাৰ। আৰু বৰপেটাৰে ভাস্কৰশিল্পী শঙ্কৰচৰণ সূত্ৰধাৰ এই মধুপুৰ সত্ৰ পুনৰ নিৰ্মাণ কামত একান্তমনে ব্ৰতী হ'ল। ১৫৯ ফুট ওখ মন্দিৰ এটা ডেৰলাখ টকাত শঙ্কৰচৰণ সূত্ৰধাৰৰ তত্ত্বাৱধানত নিৰ্মিত হৈছিল। ১৯৬৪ চনৰ ২৪ জানুৱাৰী তাৰিখে মধুপুৰৰ গুৰু-গৃহত থকা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ পৱিত্ৰ স্মৃতিচিহ্ন নতুন মন্দিৰত পুনৰ প্ৰতিস্থাপিত কৰা হয়। ৮৬ বছৰীয়া সত্ৰাধিকাৰ শ্ৰীলক্ষ্মীকান্ত বুঢ়াভকতে গায়ন-বায়নেৰে সৈতে শঙ্খ-উৰুলিৰ ধ্বনিৰ মাজত স্মৃতিচিহ্ন কেইপদ (মহাপুৰুষ দুজনে ব্যৱহাৰ কৰা কাঠৰ খৰম দুযোৰ, কাপ-মৈলাম, স্বহস্ত লিখিত কীৰ্তন-পুথি এখন আৰু পূত অস্থি-ভস্ম) প্ৰতিষ্ঠা কৰিলে। এই পৱিত্ৰ আৰু মহান উৎসৱত গুৰি ধৰোঁতা হিচাবে যোগ দিলে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাই। পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্লচন্দ্ৰ সেনে শ্ৰীচলিহাৰ হাতত ধৰি একেলগে সেই পুণ্য উৎসৱত যোগ দিলে। কোচবিহাৰত ঐতিহ্য বহন কৰা মহাৰাজৰ বংশধৰেও সেই পুণ্য কাৰ্য্যত নিজৰ বহুমূলীয়া অৱদান দিলে। এইদৰেই দত্তবৰুৱাৰ মধুপুৰ সত্ৰ পুনৰ নিৰ্মাণৰ স্বপ্ন বাস্তৱত পৰিণত হ'ল।

**বটদ্ৰৱাৰ উন্নতি আৰু সংস্কাৰ সাধন**

দত্তবৰুৱাৰ চিৰ আকাঙ্ক্ষিত আৰু চিৰ গৌৰৱৰ স্থল শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মস্থান বৰদোৱাৰ সংস্কাৰ সাধন ব্ৰত উদ্‌যাপিত কৰি যাব পৰা বাবে দত্তবৰুৱাৰ জীৱনৰ এক পৰম উদ্দেশ্য সফল হ'ল বুলি ক'ব পাৰি। এই কাৰ্য্যতেই তেওঁৰ সৰ্বোত্তম প্ৰতিভা বিকশিত হৈছিল।

বৰদোৱাক ধৰ্ম আৰু সংস্কৃতিৰ এক বিৰাট অনুষ্ঠানত পৰিণত কৰিবৰ বাবে দত্তবৰুৱাৰ আকাঙ্ক্ষা আছিল। এই আকাঙ্ক্ষাক ৰূপ দিবৰ বাবে যে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল আংশিকভাৱে হ'লেও এই আকাঙ্ক্ষা তেওঁৰ পূৰ্ণ হ'ল।

চামগুৰি সত্ৰাধিকাৰ শ্ৰীশ্ৰীবংশীধৰ দেৱগোস্বামীৰ এই প্ৰসঙ্গত লিখা কথাখিনি উল্লেখযোগ্য।

'........যেতিয়া বৰদোৱা কীৰ্তন ঘৰ সাজি উৎসৱ পতা হয়, সেই উৎসৱলৈ দত্তবৰুৱাদেৱ আহিছিল। বৰদোৱা কীৰ্তন ঘৰ একত্ৰিত কৰালৈ দুয়োখন সত্ৰৰ মাজত (নৰোৱা আৰু শলগুৰি) যি বেমেজালিৰ সৃষ্টি হৈছিল, সেই কাম সমাধা কৰাত তেখেতে আৰম্ভণৰেপৰা শেষলৈকে অতি স্থিৰভাৱে কাম কৰি গৈছিল। তেখেতৰ ভদ্ৰ ব্যৱহাৰে দুয়োদল মানুহকে সন্তোষ দিছিল। যেতিয়া দুয়োখন সত্ৰৰ মিল হয় তেতিয়া তেখেত মনৰ উৎফুল্লতাৰে এটি সাৰুৱা বক্তৃতা দি সমজুৱাক মোহিত কৰিছিল। ইয়াৰ পাচত আৰু তেখেতক লগ পোৱাৰ সুযোগ নঘটিল। বোধহয় তেখেতৰ জীৱনৰ শেষ কাম নিলগ হৈ থকা মহাপুৰুষৰ থানখনিক এক কৰি ইহলীলা সম্বৰণ কৰিলে।'

নৰোৱা বালিসত্ৰৰ আচাৰ্য্য শ্ৰীশ্ৰীশিবেন্দ্ৰনাৰায়ণ দেৱাধিকাৰ গোস্বামীয়ে এই একে প্ৰসঙ্গতে লিখিছে—

'পবিত্ৰ বৰদোৱা ধামৰ হৰি মন্দিৰত জাতিবৰ্ণ নিৰ্বিশেষে সকলোৰে প্ৰৱেশাধিকাৰৰ কথা পোনতে তেখেতেই (হৰিনাৰায়ণ দত্তবৰুৱাই) দাঙি ধৰেহি আৰু আমালোকৰ সমৰ্থনেৰে পুষ্ট হৈ এই কাৰ্য্য সফলকাম হৈ উঠে। গুৰুজনাৰ অমৰ লীলাভূমিলৈকো

দত্তবৰুৱাৰ কৃপাদৃষ্টি পৰাত ভগৱন্তই তেখেতৰ অন্তৰত আকাশী-গঙ্গা সংস্কাৰৰ কথাটি খুন্দিয়াই দিয়ে আৰু লগে লগেই অসম চৰকাৰৰো যথাবিহিত সাহায্যত সন্তৰপৰ মানে এই কাৰ্য্য হৈ উঠে। তাৰ লগে লগেই চৰকাৰৰ যোগাযোগত আহি দত্তবৰুৱাদেৱেই প্ৰথমে বটদ্ৰৱা থান সংৰক্ষণ সমিতিৰ মূল বীজ বপন কৰে যাৰ ফলত নেতৃ স্থানীয় কেইজনমান লোক আৰু চৰকাৰী সাহায্যেৰে পুষ্ট হৈ আজি সেই সমিতিৰ অঙ্কুৰটিয়ে প্ৰস্ফুটিতৰূপে জাতিকাৰ কৰাৰ লক্ষণ লৈছে। ইয়ালৈকো সুধী সমাজ তথা চৰকাৰৰ দৃষ্টি আকৰ্ষণ প্ৰথমেই কৰিছিল—বটদ্ৰৱাৰ গোসাঁই-ভকত বা আঞ্চলিক কোনো সদাশয়ে নহয়—ধৰ্মপ্ৰাণ দত্তবৰুৱাদেৱেইহে আঁতৰৰপৰা আহি বহু অসুবিধা আৰু দুখ-কষ্টকো হাঁহিমুখে আঁকোৱালি লৈ।

বটদ্ৰৱা থানৰ কীৰ্তন-ঘৰ প্ৰতিষ্ঠালৈকো তেখেতে শেষ বাৰৰ কাৰণে আহিছিল। তাতে বৰদোৱাত এটি বৃহৎ আকাৰৰ পুথি ভঁৰাল আৰু এখনি সংস্কৃত টোল পতাৰ মানস কৰি দুই এজন কৰ্মীক এই কথা ব্যক্ত কৰিছিল। কিন্তু দুখৰ বিষয় তাৰ অলপ দিনৰ পাচতে দত্তবৰুৱাদেৱ বৈকুণ্ঠগামী হয়। তেখেতৰ অভাৱত কোনোবা দ্বিতীয় এজন ব্যক্তিয়ে যে জন-কল্যাণৰ তথা শঙ্কৰী ধৰ্ম-সংস্কৃতিৰ প্ৰচাৰৰ হকে এনে একোটি গঠনমূলক কাম কৰিব পাৰিব সেই আশা দুৰূহ।'

বটদ্ৰৱা থানৰ আন এজন ধৰ্মাচাৰ্য্য শ্ৰীশ্ৰীতীৰ্থনাথ দেৱ গোস্বামীৰে এইদৰে লিখিছে—

'হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত চিনাকি হোৱা আজি প্ৰায় চল্লিশ বছৰ হ'ল। প্ৰায় চিনাকিৰেপৰা তেখেতৰ লগত কথা হৈ বুজিব পাৰিছিলোঁ যে তেখেতৰ জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতি অগাধ ভক্তি আৰু স্বজাতীয় প্ৰেম বৰ বেচি। সেই ভাবকে লৈ প্ৰথম গুৰুজনাৰ বা তেৰাৰ পৰৱৰ্তী লোকসকল আৰু সনাতন ভাগ-ৱতী ধৰ্মৰ গ্ৰন্থসমূহ যাতে সত্ৰৰ ভিতৰতে আৱদ্ধ নাথাকি সকলোৰে হাতে হাতে একোখন দিব পৰা যায় তাৰ বাবে যত্ন আৰু চেষ্টা কৰিলে আৰু তাত ফলৱতীও হ'ল। নবোৱা বালি সত্ৰৰ শ্ৰীশ্ৰীযুক্ত শিৱেন্দ্ৰ-

নাৰায়ণ দেৱ গোস্বামী বুঢ়া আতা পুৰুষৰ হাতৰপৰা বিখন পুথি লি তেৰাই ছপাশালত দিলেগৈ—সেইখন পুথি আমিয়ে দেখিবলৈ পোৱা নাছিলোঁ।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মস্থান এই বটদ্ৰৱা থান সৰ্বতো প্ৰকাৰে যাতে উন্নত হয় তাৰ নিমিত্তে তেখেতে আমাৰ লগত আলোচনা কৰিছিল আৰু সেইমতে যত্নও লৈছিল। এতিয়া বটদ্ৰৱা কীৰ্তন ঘৰৰ যি উন্নত অৱস্থা দেখা গৈছে সেই সম্বন্ধে যিয়ে যিমানেই নকওক মূলতে দত্তবৰুৱাদেৱ প্ৰমুখ্যে কেইজনমানহে। পুথিসমূহ সংগ্ৰহ আৰু প্ৰকাশ কৰাৰ পাচতেই তেখেতে মহাপুৰুষৰ আন এটি সম্পদ আকাশী-গঙ্গা সংস্কাৰ কৰিবৰ কাৰণে আমাৰ ওচৰত আলোচনা কৰে আৰু সেই মৰ্মে এখন সমিতি পাতি প্ৰথমে তেখেতেই এহাজাৰ টকা আগবঢ়ায়। আনৰ দান সংগ্ৰহ কৰাৰ উপৰিও তেখেতৰ যত্নতে গৱৰ্ণমেণ্টৰপৰাও পাঁচ হাজাৰ টকা পোৱা হৈছিল। কামত আগ বঢ়া হৈছিল যদিও লগে লগে বাৰিষা অহাৰ কাৰণে সেই বছৰলৈ কাম স্থগিত ৰখা হ'ল। পিচৰ বছৰ কীৰ্তন ঘৰৰ কাম কৰিব লগা হোৱাত সেই ফাণ্ডত থকা টকাখিনি কীৰ্তন ঘৰত খৰচ কৰা হ'ল, ফলত তেখেতৰ জীৱিত কালত আকাশী-গঙ্গাৰ কাম হৈ নুঠিল। সেই বাবে তেখেতৰ কোনো বেজাৰ নাই। কীৰ্তন ঘৰতো তেখেতেই সৰ্ব প্ৰথম এক হাজাৰ টকা আগ বঢ়াইছিল। নৱ-নিৰ্মিত কীৰ্তন ঘৰ প্ৰতিষ্ঠাৰ দিনা তেখেতৰ এই ৰুগ্ন শৰীৰ লৈ যেনেভাৱে কীৰ্তন ঘৰত বহি একান্ত মনে সেৱা কৰিলে, তাৰপৰা তেখেত যে এজন প্ৰকৃত ভক্ত তাক আৰু বুজিবলৈ বাকী নাথাকিল। কাৰণ ভক্তিৰ বল নাথাকিলে এই ৰুগীয়া শৰীৰ লৈ তেনেভাৱে ইমান জনতাৰ ভিৰৰ মাজত একান্তমনে কেতিয়াও বহি এনেভাৱে সেৱা কৰি থাকিব নোৱাৰিলেহেঁতেন।

বটদ্ৰৱা মহাপুৰুষীয়া ধৰ্মৰ কেন্দ্ৰস্থল। গতিকে উক্ত ধামতে এখন সংস্কৃত কলেজ খুলি তাত বিভিন্ন ধৰ্ম পুথিবিলাকৰ আলোচনা কৰি বটদ্ৰৱাৰপৰা সদৌ অসম তথা ভাৰতবৰ্ষত মহাপুৰুষৰ নিভাঁজ পৱিত্ৰ ভাগৱতী ধৰ্ম যাতে প্ৰচাৰ কৰিব পৰা যায়, তাৰ বাবে বহু দিনৰেপৰা আমাৰ লগত আলোচনা কৰে। এইবাৰ তেখেতে মাহে ৩০ টকা হিচাবে ছয় মাহলৈ ১৮০ একশ আশী টকা ৰূপ আগ-

বঢ়ায় ; আৰু যেতিয়ালৈকে গৱৰ্ণমেণ্টে সাহায্য নিদিয়ে তেতিয়ালৈকে তেখেতে মাহে ৩০ টকা হিচাবে দিবলৈ গাত লৈ বটদ্ৰৱাত শ্ৰীগুৰুৰ শিক্ষাগুৰু পূজ্যপাদ মহেন্দ্ৰ কন্দলীৰ নামত এখন সংস্কৃত বিদ্যাপীঠ খোলা হয়। এই বিদ্যাপীঠ যোৱা ১৯৫৮ চনৰ নবেম্বৰ মাহৰপৰা চলিছে।

তেখেতৰ লগত ধৰ্মৰ বিষয়ে, থানৰ বিষয়ে যিবোৰ কথা হৈছিলোঁ তাক প্ৰকাশ কৰিবলৈ ভাষা নাই আৰু প্ৰকাশ কৰিও অন্ত কৰিব নোৱাৰি।'

আইভেঁটি সত্ৰৰ শ্ৰীআত্মানন্দ দেৱ অধিকাৰে বৰদোৱাৰ নানা সমস্যা সম্পৰ্কে বৰ্ণাই দত্তবৰুৱাৰ বিষয়ে তলত দিয়াৰ দৰে লিখিছে—

'বিশেষ কৰি বৰদোৱা থানৰ প্ৰতি তেখেতৰ গভীৰ শ্ৰদ্ধা আছিল। আজি ১৪।১৫ বছৰ মানৰ আগতে বৰদোৱাৰ এখনি সন্ত সন্মিলনত সভাপতি হৈ সেই সময়ৰ চলিত কীৰ্তন পুথিৰ অনুসন্ধান কৰি আমাৰ সত্ৰৰ কীৰ্তন ঘৰৰ থাপনাত থকা প্ৰায় ৪০০ বছৰৰ আগৰ কীৰ্তন পুথি এখন পাই মোক লিখিবলৈ কয় আৰু মই পুথিখন অতি যত্নেৰে নকল কৰি দিয়াত পুথিখন ছপা কৰে।

তেখেতে বৰদোৱাৰ আকাশী-গঙ্গা সংস্কাৰ কামত আহি কেইবাবাৰো এই দুখীয়াৰ ঘৰত অতিথি হযহি। তেখেতে গঙ্গা সংস্কাৰ কামত আৰ্থিক সাহায্য দিয়াৰ উপৰিও নিজে অনেক কষ্ট কৰি পানী মেটেকা তুলি সমূহ ৰাইজ আৰু বৰদোৱাৰ গোঁসাই মহন্তক উৎসাহিত কৰে।

সেই সময়তে তেখেতে এই অভাজনৰ লগত বৰদোৱাত এখনি সংস্কৃত টোল খোলাৰ আলোচনা কৰি বৰদোৱাত গৈ তাৰ সন্মিলনীত প্ৰকাশ কৰে আৰু এবছৰৰ অধ্যাপকৰ বেতন দিবলৈ গাত লয়। বৰ্তমানে বৰদোৱাত হোৱা এই অনুষ্ঠানটি তেখেতৰ অনুগ্ৰহতেইহে হৈছে।

বৰদোৱাৰ বৰফাল আৰু সৰুফালৰ অনেক দিনৰপৰা চলি থকা মনোবাদ দত্তবৰুৱাদেৱে অনেক যত্ন আৰু কষ্ট কৰি উভয় পক্ষৰ

মাজত একতাৰ সৃষ্টি কৰি নতুন কীৰ্তন ঘৰ কৰাত যথেষ্ট সহায় কৰে আৰু আৰ্থিক দান কৰে।

তেখেত যেতিয়া ঈশ্বৰোপাসনাত বহে তেতিয়া তেখেতক আগৰ যোগী-মুনিসকলৰ দৰে একাগ্ৰভাৱে ঈশ্বৰোপাসনা কৰা দেখা গৈছিল। উপাসনাৰ সময়ত তেখেত ঠিক চেতনাৰ বাহিৰত থকা বুলি অনুমান হয়।

আমি গম পোৱা তেখেতৰ এটা পৰোপকাৰৰ কথা উল্লেখ কৰিলোঁ। দত্তবৰুৱা নগাঁও সদৰ মজলীয়া স্কুলত শিক্ষকতা কৰি থকা সময়ত ডিমৌ অঞ্চলৰ এটি জনজাতীয় ছাত্ৰই খৰচৰ অভাৱত স্কুল এৰিব লগা হোৱাত দত্তবৰুৱাই ল'ৰাটিক মতাই নি স্কুললৈ নোযোৱাৰ কাৰণ সোধাত তেওঁ নিজৰ আৰ্থিক দুৰৱস্থাৰ কথা কয়। তেতিয়া তেখেতে নিজৰ এমাহৰ বেতন ল'ৰাটিক দান কৰি নিজে সেই মাহ ধাৰ কৰি চলিব লগা হয়।'

শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মস্থান বৰদোৱাক কেন্দ্ৰ কৰি দত্তবৰুৱাৰ কৰ্মশক্তি আকৌ উজ্জীৱিত হৈ উঠিল। গুৰুজনৰ প্ৰতি যে তেওঁৰ ভক্তি অসীম সেই কথা তেওঁৰ জীৱনটোৱেই প্ৰমাণ। দত্তবৰুৱাৰ গুৰু ভক্তিৰ বিষয়ে সুপ্ৰসিদ্ধ সাহিত্যিক শ্ৰীদেৱানন্দ ভঁৰালীয়ে এখন চিঠিত এইদৰে লিখিছে—

'তেখেতৰ নিচিনা উদ্যোগী আৰু কৰ্মী মানুহ অসমীয়াৰ মাজত আৰু দহজন হোৱা হ'লেও এই দুখুনী দেশে জগতত নাম জিলিকাব পাৰিলেহেঁতেন। দুখৰ বিষয় তেনে সৎ-উদ্যোগী পুৰুষ আমাৰ মাজত অতি বিৰল। ঐহিক উন্নতিৰ নিমিত্তে তেখেত যেনে, উৎসাহী ধৰ্মকাৰ্য্যত তেখেত আছিল ততোধিক। বিশেষকৈ, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ প্ৰতি তেখেতৰ ভক্তি আৰু শ্ৰদ্ধা আছিল অপৰিসীম। বাস্তৱিকতে এই শ্ৰদ্ধা আৰু ভক্তিৰ অনুপ্ৰেৰণাইহে তেখেতৰ জীৱনৰ চৰম কৃতকাৰ্য্যতাৰ ঘাই কাৰণ।'

শঙ্কৰদেৱৰ উদাৰ ধৰ্মৰ প্ৰভাৱত দত্তবৰুৱাৰ আত্মীয় সকলো যে তেওঁৰ প্ৰতি একান্ত অনুৰক্ত হৈ পৰিছিল সেইটো তেওঁৰ মধ্যমা

পত্নীৰ সম্পৰ্কীয় ভাতৃ শ্ৰীকুশচন্দ্ৰ দেৱ অধিকাৰীৰ সৰল অথচ বৰ্ণনা-মূলক দীঘল বৰ্ণনাত প্ৰাঞ্জল হৈ পৰিছে। অধিকাৰীৰ বৰ্ণনাটি এনে—

'কীৰ্তন ঘৰৰ দুৱাৰ মুকলি সভাতে বটদ্ৰৱা থান পৰিচালনাৰ কাৰণে ২৫ জন মেম্বাৰেৰে সভাপতিয়ে এখন কমিটী গঠন কৰিলে। মোৰ ওপৰত সম্পাদকৰ দায়িত্ব পৰিল। মোৰ কাছাৰিৰ কামৰ ক্ষতি হ'ব আৰু মোৰ পৰিবাৰ পাঁচ বছৰ ধৰি পাগলী হোৱাত নানা অসুবিধা বোধ কৰি সম্পাদকৰ দায়িত্ব ইস্তফা দি এখন দৰ্খাস্ত লিখি ভিনীহিৰ ওচৰত জনালোঁ। ভিনীহিয়ে মোক নানা কথা ক'লে। মই পৰিবাৰৰ পাগলী বেমাৰতে সৰ্বস্বান্ত হোৱাৰ কথাতে গুৰুত্ব দি কাম ইস্তফা বিচাৰিলোঁ। শেষত ভিনীহিয়ে ক'লে, "বাপা! তুমিতো অনেক ডাক্তৰ, অনেক কবিৰাজ আৰু বেজ লগাই অনেক টকা খৰচ কৰিলা। কিন্তু আজিলৈকে কোনো ফল নাপালা। এতিয়া সেইবিলাক বাদ দি থান সেৱাত মনোযোগ দিয়াচোন। ফল নিশ্চয় পাবা। ভগৱানক সেৱা কৰাৰ ফল আছে। মোৰ কথাত বিশ্বাস কৰা। সম্পাদক কামৰ যোগেদি সৎভাৱেৰে গুৰুৰ থানত সেৱা কৰা। তোমাৰ পৰিবাৰক তুমি আকৌ সুস্থ শৰীৰে ঘূৰাই পাবা।" ভিনীহিৰ এই কথাত ঘূৰাই মাত মাতিবৰ মোৰ আৰু সাহ নহ'ল। দৰ্খাস্তখন ফালি পেলালোঁ। সেইদিনৰপৰা আজিলৈকে ১৪ মাহ দিন থানৰ কাম কৰিছোঁ। পৰিবাৰৰ কোনো চিকিৎসা কৰা নাই। ভিনীহিজন আদৰ্শ ভগৱৎ ভক্ত আছিল। ভক্তৰ বাক্য ৰক্ষণাৰ্থে মোৰ পৰিবাৰৰ ৰোগ ক্ৰমে কমাই আনিছে। পুনৰ দৈব বিপৰ্যয় নঘটিলে অলপ দিনৰ ভিতৰতে মোৰ পৰিবাৰক সুস্থ শৰীৰে ঘূৰাই পাম বুলি আশা কৰিছোঁ। থানত কৰিবলগীয়া বহুতো কাম থাকিল, কিন্তু ভিনীহিক অকালতে হেৰুৱাই আমি থানবাসী সকলো মৰ্মাহত হ'লোঁ। ভিনীহিৰ জীৱনৰ লগতে আমাৰ আশাৰ সপোনো লোপ পালে। থানৰ কামত কিবা এটা বিবাদৰ সৃষ্টি হ'লেই আমি ভিনীহিক স্মৰণ কৰোঁ। ভিনীহিয়েও সেই-বিলাক চিঠি-পত্ৰৰ যোগেদিয়েই সুন্দৰভাৱে মীমাংসা কৰি দিয়ে। চিঠি-পত্ৰৰ দ্বাৰা যিবিলাক কথা নিষ্পত্তি কৰা টান, সেইবিলাক কথাৰ টোপোলা লৈ নলবাৰী কিম্বা গুৱাহাটীলৈ গৈ ভিনীহিৰ ওচৰত

হাজিৰ হওঁগৈ। বৰ দুখৰ বিষয় এতিয়া আৰু কাজিয়া লাগিলে, বিবাদ হ'লে কাৰ ওচৰ চাপিম, কোনে মীমাংসা কৰি দিব ? কীৰ্তন ঘৰৰ কাম হোৱাৰ লগে লগে আমাৰ দায়িত্বও বাঢ়িল আৰু বিবাদো বেচিহে হৈছে। ভিনীহিৰ অবিহনে আমি থানবাসী সকলোৱেই ধুঁৱলি-কুঁৱলি দেখিছোঁ। গুৰুজনাৰ ওচৰত প্ৰাৰ্থনা জনাওঁ যেন গুৰুদেৱে ভিনীহিক ভক্তৰ শাৰীত স্থান দিয়ক আৰু ভিনীহিৰ কল্পনাৰ বৰদোৱা ধামৰ অগ্ৰগতি লাভ হবলৈ আশীৰ্বাদ দিয়ক।'

ভিনীহিয়েকৰ গুণ বৰ্ণনা কৰিলেও যে অধিকাৰীয়ে অযথা বৰ্ণনা দিয়া নাই, সেইটো আমি নিশ্চয় মানি লৈছোঁ। কিন্তু ভিনীহিয়েকে যে তেওঁৰ বিয়াত ঢুলীয়া সংগ্ৰহ, যেগুপাৰ্টি সংগ্ৰহ কৰি দিব লগীয়া হৈছিল, এইটোত স্নেহ প্ৰকাশ পালেও বিবাহাদি কাৰ্য্যত যে ভিনীহিয়েকে কোনো সংস্কাৰ সাধন কৰিবলৈ মন মেলা নাছিল, এই কথাটোৰ প্ৰমাণ হয়। তদুপৰি ভিনীহিয়েকে যে বৰ প্ৰীতিৰে মৎস্য ভোজন কৰিছিল, তাৰো চিনাকি আমি তেওঁৰ বৰ্ণনাৰপৰাই ভালকৈ বুজিব পাৰিছোঁ। তেওঁ লিখিছে—

'চাহ-পৰ্ব শেষ কৰি এখন লিষ্টি তৈয়াৰ কৰি এজন মানুহ বজাৰলৈ পঠায়। মানুহজন বজাৰ কৰি আহি পালেই বজাৰৰ সমলখিনি আগত লৈ (মাকক) আবুক মাতি আনি কোন মাছ, কোন পাচলিৰ লগত কি তৰ্কাৰী কৰিব, কি কি পাচলিৰে কি কি ভাজিব লাগিব। ভাজি তৰ্কাৰী কেইখন হ'ব লাগিব, তাৰ বিতং বিতং দিহা দি উঠি আহি আগফালৰ বাৰাণ্ডাখনিত গম্ভীৰভাৱে বহি কিছু সময় কিবা চিন্তা কৰিবহি। কোন তিথিত কোন বাৰত কি কি বস্তু খোৱা নিষেধ তাৰ বাবে ভিনীহি সদায় সতৰ্ক।'

এই সতৰ্কতা আৰু এই গাম্ভীৰ্য্য যে সদায় পৰমাৰ্থ তত্ত্বৰ বাবেই ভিনীহিয়েকৰ ঘটে, এইটো অধিকাৰীয়ে ভাবিব পাৰিলেও আমি সদায় ভাবিব নোৱাৰোঁ ; কাৰণ মাছ যদি উপাদেয় ভাৱেৰে ৰন্ধনশালাত পৰিপক্ক হয়, তেনে যেই সেই সাধকৰেই সি সমাধি ভঙ্গ কৰিব পাৰে।

যি হওক, আমাৰ এই অনুমান সঁচা নহয়। তেওঁৰ তলৰ বৰ্ণনা খিনিৰপৰা এইটো ধাৰণা হয় যে তেওঁৰ বৰ্ণনাত যথেষ্ট যুক্তি আছে তাক ভাবিবৰ থল আছে।

'........ভিনীহিৰ কথাবোৰ আছিল জোখৰ। ভিনীহিৰ কথাৰ ওপৰত খং খাব লগীয়া বা প্ৰতিবাদ কৰিব লগীয়া কোনো সূত্ৰ পোৱা নাযায়। ভিনীহিয়ে যি কোনো কথাৰ উত্তৰ চিন্তা নকৰাকৈ নিদিয়ে। ভিনীহিয়ে সেইকেইদিনৰ ভিতৰত কাকো খং কৰা নেদেখিলোঁ। বেজাৰ কৰি মন মাৰি থকাও নেদিখিলোঁ। কিন্তু এটা ৰূপ প্ৰায়ে লক্ষ্য কৰিছিলোঁ। কথা হৈ আছে, অকস্মাৎ মানুহজন গম্ভীৰ হৈ পৰে, চকু দুটা শূন্যৰ ফালে নিক্ষেপ কৰে। অপলক নয়নে, গা-মূৰ লৰচৰ নকৰাকৈ কিছু সময় নিস্তব্ধ হৈ পৰে। ওচৰত কথা হৈ থকা মানুহজনকো যেন পাহৰি যায়। অথবা তেনে সময়ত কোনোবা মানুহ আহি ওচৰ পালেও যেন গমেই নাই। এনে অৱস্থা বহুদিন লক্ষ্য কৰিছোঁ; কিয় এনে হয়, নিজৰ মনতে বহুত আলোচনা কৰি চাইছোঁ। এই সম্পৰ্কে বহুদিন সুধিম বুলিও সাহস নহ'ল। মনতে স্থিৰ কৰিছোঁ, বোধহয় সাহিত্য, কবিতা আদি কিবা এটা জটিল কথাৰ সূত্ৰ অকস্মাৎ মনত উদয় হয় আৰু তাকে মনত ভালকৈ জুকিয়াই লৈ মনৰ কোনো এক নিভৃত স্থানত থিতাপি লগাই থৈ দিয়ে। আবিষ্কৃত সূত্ৰৰ কিবা এটা মীমাংসা নকৰালৈকে কোনো ফালেই মন নিদিয়ে। মনত উদয় হোৱা কথাটোৰ মীমাংসা হ'লেই আকৌ মিচিকৈকৈ হাঁহিটি মাৰি কাষত বহি থকা মানুহজনৰ লগত হোৱা আলোচনাত মন দিয়ে। বাহিৰা কথাৰ মাজতো সাহিত্য চৰ্চা বাদ নপৰে। এনে গভীৰ ভাবাপন্ন, কৰ্তব্যপৰায়ণ আৰু অসাধাৰণ স্মৰণ শক্তিসম্পন্ন লোক অতি বিৰল। ইয়াৰ মাজেদিয়েই ভাৰতৰ প্ৰসিদ্ধ তীৰ্থস্থানবোৰ চাবৰ কাৰণে ওলাই গ'ল। তীৰ্থ ভ্ৰমণৰ মাজতে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ নিৰ্মিত আকাশী-গঙ্গা খনিৰ দুৰৱস্থাৰ কথা মনত পৰিল। ঘূৰি আহি পোনে পোনেই বৰদোৱা পালেহি। বৰদোৱা থানৰ সৰুফাল বৰফালৰ অধিকাৰ ডেকা গোঁসাই, উদাস গৃহস্থী সকলোকে গোটাই মিটিং কৰিলে। প্ৰথম দিনা ৰাইজ গোট খোৱা কাম হ'ল। যিসকল গোট খালে

তেখেতসকলক ভিনীহিৰ উদ্দেশ্য জনালে আৰু পিচদিনালৈ দিন কৰি অসন্তোষ মনেৰে নগাঁও টাউনলৈ গ'ল। পিচদিনা দুপৰীয়া আমাৰ ঘৰত হাজিৰ। মই বহিবলৈ দিলোঁ, নবহিল। মাত্ৰ ক'লে, "বাপা, মই শুনিবলৈ পাইছোঁ, তুমি বৰদোৱাৰ ৰাইজৰ গুৰি ধৰা হৈছা। আজি তাৰে মোক প্ৰমাণ দেখুৱাব লাগে। তাৰ পাচত হে বহিম আৰু খাম; নহ'লে যেনে আহিছোঁ, তেনেই গুচি যাম।" গুৰুৰ কৃপাত সেইদিনা ভিনীহিৰ মহৎ উদ্দেশ্যৰ কথা জানিব পাৰি, গাঁৱৰ ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলো মানুহ গোট হৈ শলগুৰি সত্ৰ (সৰু-ফালৰ) সভা ঘৰত মিটিং বহিল। আগদিনা নিৰ্দিষ্ট কৰি দিয়া কেইজনমান লোকে সভাত আকাশী-গঙ্গা সংস্কাৰৰ কেইখনমান আঁচনি পাঠ কৰিলে। আগদিনাৰ সভাত আঁচনি তৈয়াৰৰ দায়িত্বত মোৰো নাম দিছিল। কিন্তু মই অনুপস্থিত থকাত মূল কথা নজনাকৈ আঁচনি লিখিব নোৱাৰিলোঁ। তাৰ পাচতে ভিনীহিয়ে মোক মোৰ আঁচনি পাঠ কৰিবলৈ আদেশ দিলে। মই নিৰুপায়ত পৰি থিয় দি কলোঁ, "প্ৰভুসকল, আমাৰ আঁচনিখন পিচে পৰে ললেও হ'ব। যি আকাশী-গঙ্গা, বৈকুণ্ঠৰ নাম-ধৰ্মৰ প্ৰভাৱত, ভকতৰ বাঞ্ছা সিদ্ধিৰ কাৰণে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে পৃথিৱীলৈ আহ্বান কৰি আনি বৰদোৱা থানত থাপন কৰিছিল, সেই আকাশী-গঙ্গা সংস্কাৰৰ কাৰ্য্য হাতত লোৱাৰ আগতে সকলো ৰাইজে হৰিনামেৰে নিজ নিজ অন্তৰ পৱিত্ৰ কৰি লব লাগে আৰু প্ৰস্তাৱিত কাম সুচাৰুৰূপে সমাধা কৰিবৰ কাৰণে নামৰ জৰীয়তে মহাপুৰুষৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ আশীৰ্বাদ গ্ৰহণ কৰিব লাগে। মোৰ প্ৰথম আঁচনি এইখনিহে।" এই কথা শুনা মাত্ৰকে ভিনীহি আনন্দত অধীৰ হৈ উঠিল আৰু ততালিকে জেপৰপৰা দহটকীয়া নোট এখন উলিয়াই দি মোক ক'লে, "বাপা! তোমাৰ আঁচনি অতি সুন্দৰ। তোমাৰ মত শুনি মই বৰ সুখী হলোঁ। এই ধন লোৱা। নাটিলে আৰু দিম। তোমাৰ আঁচনি মতেহে কাম হ'ব লাগিব। এতিয়া তুমি ভকতসকলক অনুৰোধ জনোৱা, নামৰ যোগাৰ কৰক। আমি সভাৰ বাকী থকা কাম সমাধা কৰোঁ।" মই কথাষাৰ কওঁতে বৰ ভয় কৰিহে কৈছিলোঁ। কাৰণ হয়তো ভিনীহিয়ে ক'ব, গঙ্গা খান্দিবলৈ টকাৰহে দৰ্কাৰ, নামেৰে কি কৰিবা। কিন্তু এই ক্ষেত্ৰত কথাষাৰ কামত আহিল। সেই দহ টকাৰ ভিতৰতে

সমল যোগাৰ হ'ল। ডবা-কাঁহ, তাল-খোল আদি নামৰ আয়োজন আৰম্ভ হ'ল। ইফালে 'আকাশী-গঙ্গা সংস্কাৰ সমিতি' নামে এখন কাৰ্য্যকৰী কমিটী গঠন কৰা হ'ল। কমিটীৰ সভাপতি ভিনীহি, মই আৰু শ্ৰীমান কেশৱচন্দ্ৰ গোস্বামী যুটীয়া সম্পাদক হ'লোঁ। মিটিং শেষ কৰিয়েই আমি দুয়ো ফালৰ ভকত মহন্তই থিয়নাম ধৰি গঙ্গা প্ৰদক্ষিণ কৰিবলৈ ওলাই গ'লোঁ। ভিনীহিও লগতে গ'ল। গঙ্গাৰ কাষ পাওঁতেই ডবা-পিটা বৰষুণ আৰম্ভ হ'ল। বৰষুণত তিতি-বুৰিয়েই নামৰ সমদল আগ বাঢ়িল। ৰুগীয়া দেহাৰে ভিনীহিক বৰষুণত নিতিতিবলৈ অনেক কোৱা হ'ল, তথাপি ভিনীহিয়ে নামালিলে। নামৰ লগে লগে তিতি-বুৰি গঙ্গাৰ কেউফালে ঘূৰি সভাস্থল পোৱাৰ লগে লগে বৰষুণ এৰিলে। নাম সামৰি প্ৰসাদ বিতৰণ কৰা হ'ল। ভকত-মহন্ত-অধিকাৰ আদিয়ে নিজ নিজ সামাজিক সন্মান ত্যাগ কৰি সভাত হাত পাতি সকলোৱে প্ৰসাদ ললে। সকলো মানুহৰে তিতা-মেকুৰীৰ দৰে গাত লিপিটি খোৱা কাপোৰ, জাৰত প্ৰত্যেকৰে শৰীৰত কঁপনি, হাত পাতি প্ৰসাদ ভক্ষণ। পাত এডুখৰিও নাই। গাম্ভীৰ্য্যপূৰ্ণ এক কৰুণ দৃশ্যই একতাৰ সুন্দৰ নিদৰ্শন দিছিল। আজিও মনত পৰে।'

অধিকাৰীদেৱৰ এই চাক্ষুষ বৰ্ণনাত সমস্ত ঘটনা চকুৰ আগত ভাহি উঠা যেন লাগে। যি বৰদোৱাত গুৰুজনাৰ জন্মস্থানৰ পৱিত্ৰতাই তাৰ আকাশ-বতাহ সুপৱিত্ৰ কৰি ৰাখিছে তাত হৰিনাম ধ্বনিৰে খলক লগাই সংস্কাৰৰ কাম হাতত লোৱা শোভনীয় হ'ল। আকাশী-গঙ্গাক অকল যে বিহ মেটেকাই আচ্ছন্ন কৰি ৰাখিছিল এনে নহয়, তাৰ পাৰিপাৰ্শ্বিকতাত মালিন্যও দেখা দিছিল। আকাশী-গঙ্গাৰ সংস্কাৰৰ লগে লগে মনৰ মালিন্যও যে চিৰ দিনৰ কাৰণে দূৰ হৈ গ'ল তাক ভালকৈ বুজিব পাৰি।

হৰিনামৰ পাচত হোৱা কামৰ বিষয়ে অধিকাৰীদেৱে লিখিছে—

'তাৰ পাচত ভিনীহিয়ে নামৰ মাজত হোৱা বৰষুণ জাকৰ অসুবিধাখিনিৰ কথা মনৰপৰা বাদ দি আগন্তুক কামত আগ বাঢ়িবলৈ ৰাইজক অনুৰোধ কৰে আৰু বতাহ-বৰষুণৰ দুৰ্য্যোগৰ দিনতো ৰাইজে ধৈৰ্য্যেৰে সৈতে নাম আৰু সভাৰ কাম সমাধা কৰাত ৰাইজক ধন্যবাদ



গুৰুসেৱাৰ পৰিধানত দত্তবৰুৱা

জনায়। তেতিয়া মই শলাগৰ শৰাই আগবঢ়োৱাৰ চলতে ক'লোঁ, "আজি আমাৰ পৱিত্ৰ দিন। যি সৰুফাল-বৰফালৰ ভকত-মহন্তই আজি প্ৰায় ৪০০ বছৰ অহি-নকুল সম্বন্ধ লৈ একে ঘাটৰ পানী নাখাইছিল, তেনে ভকত-মহন্তই আজি যুটীয়া চেষ্টাৰে মহাপুৰুষৰ নিৰ্মিত আকাশী-গঙ্গা সংস্কাৰ কাৰ্য্য হাতত লৈ নামত আশ্ৰয় লৈছোঁহঁক। একেলগে বহি নাম-কীৰ্তন কৰিছোঁহঁক, উচচ-নীচ ভাব পৰিত্যাগ কৰি হাত পাতি প্ৰসাদ লৈ একে সমাজত খাইছোঁহঁক। এই কাৰ্য্য অতি আনন্দদায়ক আৰু পৱিত্ৰ কাম। আমাৰ সন্মিলিত নাম-কীৰ্তনৰ দৃশ্য চাই স্বৰ্গৰপৰা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সন্তুষ্ট হৈ পূৰ্বে নিৰ্মিত আকাশী-গঙ্গাৰ অন্য এটি ধাৰা পুষ্পবৃষ্টিৰূপে পঠিয়াই দিছে। সেই পুষ্প বৃষ্টিয়ে আমাৰ মাজত থকা সৰুফাল-বৰফালৰ হিংসা আৰু ভেদ ভাবৰ নীচ মনোবৃত্তিবোৰ ধুই নিকা কৰি দিছে। সেই গতিকে আমি আজি সকলোৱে প্ৰতিজ্ঞা কৰোঁহঁক যে, আজিৰপৰা আমাৰ মাজত চলি থকা ভেদ ভাববোৰ পৰিহাৰ কৰিলোঁ। এনে অসৎ ভাবৰ প্ৰশ্ৰয় লৈ থানৰ কোনো সৎ কামত ব্যাঘাত জন্মিবলৈ নিদিওঁ।" এই কথাকেইটা কৈ আমি সকলোৱে থাপনাৰ ফালে সেৱা কৰি সঙ্কল্প ললোঁহঁক। ভিনীহিয়ে ততালিকে আহি মোক আঁকোৱাল মাৰি ধৰি আশীৰ্বাদ কৰিব ধৰিলে। আকাশী-গঙ্গা সংস্কাৰৰ কাম আৰম্ভ হ'ল। লিখালিখি কৰি দুটা পানী সিঁচা মেচিন ভিনীহিয়ে হুকুম কৰালে। কিছু টকাও সংগ্ৰহ কৰি আনি দিলে। মই কামত ধৰিলোঁ। দৌলযাত্ৰাৰ সময়ত আকাশী-গঙ্গাৰ পাৰত ৩ জনা মন্ত্ৰী, ৪ জনা এম্-এল্-এ আৰু ভালেমান গণ্য-মান্য ভদ্ৰলোকক লৈ এখন বিৰাট সভা আহ্বান কৰা হ'ল। সভাত সমবেত ভদ্ৰমণ্ডলীয়ে ভিনীহিৰ কামৰ প্ৰশংসা কৰি উৎসাহিত কৰিলে আৰু সাহায্য দিবলৈকো প্ৰতিশ্ৰুতি দিলে। শেষত অসমৰ ৰিউৰেল্ ডেভেলপমেণ্ট্ মন্ত্ৰী শ্ৰীযুত মহেন্দ্ৰমোহন চৌধুৰীদেৱে আকাশী-গঙ্গাৰ পানী সিঁচা মেচিনৰ ভাৰাটো মাফ কৰি দিব বুলিও প্ৰতিশ্ৰুতি দিলে। বাকী থকা ভাৰাৰ টকা আদায় দিব নালাগে বুলি হুকুম দিলে। কিন্তু বিভাগীয় কৰ্তৃপক্ষৰ লিখিত হুকুম নাপাই মোৰ ওপৰত তাগিদা আৰম্ভ কৰিলে। ভিনীহিক জনোৱাত ভিনীহিয়ে অনেক লিখা-লিখি

কৰিলে। নিজে ছিলঙলৈ গৈ চৌধুৰীক বৰদোৱাত দি থৈ যোৱা হুকুমৰ কথা সোঁৱৰাই দিলেগৈ। মোক বিপদত পৰিবলৈ এৰি নিদিলে। তাৰ ফলত টকাটো মাফ দিলে নে নাই ক'ব নোৱাৰোঁ। মোক হ'লে বৰ্তমান আৰু তাগিদা দিয়া নাই। কেতিয়াবা সেই কথাৰ পুনৰ উংথাপন হ'লে ভিনীহিৰ নিৰ্ভয় দিয়া চিঠিবোৰে মোক ৰক্ষা কৰিব বুলি বিশ্বাস আছে। আকাশী-গঙ্গা সংস্কাৰ সমিতি গঠন হ'বৰ দিনাই কীৰ্তনঘৰ দুটি গুচি এটি হ'ব লাগে বুলি ভিনীহিয়ে ভাষণত উল্লেখ কৰিছিল। আৰু সেই দিনাৰ নাম-কীৰ্তনতে দুয়ো সত্ৰৰ ভকত মহন্তসকলৰ মিলা-প্ৰীতিৰ সূচনা হয়। তাৰ ফলতেই আজি অসমৰ সুযোগ্য সন্তান মতিৰাম বৰাদেৱৰ অশেষ যত্নত থানৰ দুটি কীৰ্তন ঘৰৰ ঠাইত এটা কীৰ্তন ঘৰ হ'ল। আজি প্ৰায় ৪০০ বছৰ পৃথক হৈ থকা নৰোৱা-শলগুৰি সত্ৰৰ দুটা খেলে একেটা কীৰ্তন ঘৰতে একেলগে নাম-কীৰ্তন কৰিব লগা হোৱাত, নামৰ নিয়ম-প্ৰণালীৰ ব্যতিক্ৰমবোৰ মীমাংসা কৰিবৰ ভাৰ ভিনীহিৰ ওপৰতে পৰিল।'

বৰদোৱাৰ মহেন্দ্ৰ কন্দলী টোলৰ (সংস্কৃত বিদ্যাপীঠ) সম্পৰ্কে অধ্যাপকৰ বিবৃতি তলত দিলোঁ—

'১৯৫৮ চনৰ ১১ অক্টোবৰত বটদ্ৰৱা থানৰ নৱনিৰ্মিত কীৰ্তন ঘৰৰ দুৱাৰ মুকলি সভালৈ আহি সভাৰ আগ দিনা মোক মাতি নি লগ হৈ নানা কথা-বাৰ্তা হয়। সেই কথা প্ৰসঙ্গত বটদ্ৰৱা থানত সংস্কৃত টোল এখনিৰ যে বিশেষ আৱশ্যক, তাক পুঙখানুপুঙখক্ৰমে ব্যাখ্যা কৰি মোক কয়। আৰু এই টোল অতি সোনকালে আৰম্ভ কৰি উক্ত টোলত মোক অধ্যাপক হিচাবে কাম কৰিবলৈ কয়। সেই সময়ত মই বটদ্ৰৱা শ্ৰীশ্ৰীশঙ্কৰদেৱ হাইস্কুলৰ সংস্কৃত শিক্ষক হিচাবে থাকোঁ। সেই সুবিধাতে ইটো কামো হ'ব বুলি তেখেতে আগ্ৰহ প্ৰকাশ কৰি কয়। আৰু কয় যে, "সেই টোলত অধ্যাপক কৰাৰ বাবদ মই তোমাক ছয় মাহৰ বাবে ৩০৲ টকাকৈ দিম। সেইটো তোমাৰ বেতন বুলি নধৰিবা। সেইটো তোমাৰ হাত-খৰচ বুলি ধৰিবা।" পিচদিনা বটদ্ৰৱা থানত এটি সংস্কৃত টোল স্থাপন কৰিবৰ

কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰে আৰু টোলৰ নামকৰণ কৰা হয় "বটদ্ৰৱা মহেন্দ্ৰ কন্দলী সংস্কৃত বিদ্যাপীঠ"।

তাৰ পাচত তেখেতৰ অসুখত আহিব নোৱাৰি চিঠিৰে টোলৰ মেনেজিং কমিটী আদি কৰি যাৱতীয় সকলো কথা লিখি টোলৰ দুৱাৰ মুকলি কৰিবলৈ নির্দেশ দিয়ে, আৰু ছয় মাহৰ ৬০ টকা হিচাবে ১৮০ এশ আশী টকা আগতীয়াকৈ কমিটীৰ নামত পঠাই দিয়ে। আৰু টোল মঞ্জুৰ নোহোৱালৈকে তেখেতেই অধ্যাপকৰ বেতনখিনি দি থাকিব বুলি গাত লয়। এই সকলোবিলাক কথা লিখি মতিৰাম বৰা ডাঙৰীয়াৰ নামত এখন চিঠি পঠোৱাত নবেম্বৰ মাহৰ দুই তাৰিখে নগাঁও কলেজৰ অধ্যক্ষ শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা মহোদয়ৰ দ্বাৰা টোলৰ দুৱাৰ মুকলি কৰা হয়। আৰু সেই সভাতে তেখেতৰ সহানুভূতি আৰু উদ্যোগপূর্ণ চিঠিখন পাঠ কৰা হয়।

তেখেতৰ উৎসাহ, গুৰুজনাৰ প্ৰতি অচলা ভক্তিৰ বলতে গুৰুজনাৰ জন্ম আৰু লীলাভূমি বটদ্ৰৱা থানৰ সৰ্বাঙ্গীন উন্নতি সাধনত অসুস্থ অৱস্থাৰে আহি যিখিনি কাম আগবঢ়াই গ'ল, সেইখিনি আমি অসমীয়া ৰাইজে পাহৰিব নোৱাৰোঁ। তেখেত এই টোলৰ প্ৰধান আৰু প্ৰথম উদ্যোক্তা আছিল। তেখেতৰ অসাধাৰণ কৰ্ম পদ্ধতি, অমূল্য দান, অচলা গুৰুভক্তি আদি সমুদায় কথাখিনি তেখেতৰ জীৱন চৰিতত প্ৰকাশ পালে আমি আনন্দিত হ'ম। ইতি—

শ্ৰীৰমেশচন্দ্ৰ গোস্বামী

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ জন্মস্থান বৰদোৱাত সেই পৱিত্ৰ আকাশী-গঙ্গাৰ পাৰত মিলন-যজ্ঞ সম্পাদন কৰি দত্তবৰুৱাই যে অপূৰ্ব কৰ্ম-দক্ষতাৰ চিনাকি দিলে কালৰ বুকুত চিৰকালৰ কাৰণে তাৰ স্বাক্ষৰ থাকিল।

খৰিয়াল কৰি অন্ধলাৰ দৰে হৈ এই বৰদোৱাৰ মহিমা উপলব্ধি কৰিব নোৱাৰি যিসকল দুৰ্ভগীয়াই ধৰ্মৰ কাণ্ডাৰী বিচাৰি হাবাথুৰি

খাব লগীয়া হৈছিল তেওঁবিলাকে পুনৰ দেখা পালে যে নানা দুৰ্য্যোগতো হৰিনামৰ ব'ঠা হাতত লৈ এতিয়াও শ্ৰীশঙ্কৰদেৱেই অসমৰ ধৰ্ম-তৰণীৰ কাণ্ডাৰী হৈ আছে।

ধৰ্মৰ লগত কৰ্মৰ সমন্বয় কৰাৰ যুগ আজি। সকলো মানুহকে সমান আসন দি একেলগে একে ঠাইতে প্ৰৱেশ কৰি আপোন হৈ পৰি পৰমাৰ্থৰ চিন্তা কৰাৰ সময় বুলি কোৱা গুৰুৰ অভাৱ হয়তো ভাৰতত নহ'ব কিন্তু বৰদোৱাৰ শিলিখা গছত আউজি যিজন মহা-পুৰুষে অমৰ ছন্দেৰে নিৰ্মল পদ-বন্ধেৰে যি যুগমীয়া ধৰ্ম-সাহিত্যৰ ভেঁটি বান্ধি তত্ত্বান্বেষীৰ বাবে অমূল্য সম্পদ থৈ গ'ল, সেই শান্তি-বৰগছৰ তলত জিৰাবলৈ পালে সকলো অসমীয়াই ধন্য হ'ব। সংস্কৃত শাস্ত্ৰত সৰ্বসাধাৰণৰ চকুৰ আঁৰত থকা পৰম ৰহস্য এইজনা মহাপুৰুষৰ যোগেদি সৰ্বসাধাৰণে জানিব পৰা বিষয় হ'ল, এই অমৃতময় সাহিত্যৰ ৰসাস্বাদন কৰিয়েই নিজ নিজ কৰ্মৰ ভিতৰত থাকি সকলো অসমীয়াই যে কৃতকৃত্য হ'ব পাৰিব, তাত ধনিষ্ঠামানো সংশয় নাই। কাৰো প্ৰতি কোনো বাধা-নিষেধৰ শিকলি আঁৰি নিদিয়াকৈ অমৃতময় ধৰ্ম-সাহিত্য পান কৰিবলৈ যি কোনো প্ৰকাৰৰ আঁচনিয়েই কাৰ্য্যকৰী হ'ব পাৰে। তথাপি বৰদোৱাৰ ঐতিহ্যৰ মৰ্য্যাদা ৰক্ষা কৰি সৰ্ব-সন্মতিক্ৰমে যি আঁচনি যুগুত কৰি দত্তবৰুৱাই ৰাইজক সমৰ্পণ কৰি গ'ল তাক তলত তুলি দিয়া হ'ল—

(১) নিত্য প্ৰসঙ্গ—

কীৰ্ত্তন—

(ক) এদিন বৰফালে নাম লগোৱাই নাম লগাব আৰু সৰুফালৰ লোকে লগতে মিলি গাব।

(খ) পিচদিনা সৰুফালৰ নাম লগোৱাই নাম লগাব। বৰফালৰ নাম লগোৱা সহ মিলি গাব।

পাঠ—

নাম লগোৱাই পাঠ পঢ়িব নাহিলে তেওঁৰ আদেশত আইনে পাঠ পঢ়িব।

দেউৰী—

দুয়ো ফালৰ দেউৰীয়ে শৰাই আদি পাতিব আৰু প্ৰসাদ বিলোৱাৰ সময়ত দুয়ো দেউৰীয়ে দুয়ো ফালৰ অধিকাৰক একে সময়ত শৰাই দিব। উপস্থিত সকলো গোঁসাই-ভকতত সমতুলে পাতত প্ৰসাদ দিব।

(২) তিথি-মহোৎসৱ—

বৰফালৰ তিথি উৎসৱত বৰফালৰ নাম লগোৱাই নাম দিব আৰু সৰুফালৰ গোসাঁই-ভকতেও যোগ দিব।

সেইদৰে সৰুফালৰ তিথি উৎসৱত সৰুফালৰ নাম লগোৱাই নাম দিব আৰু বৰফালৰ অধিকাৰ-গোসাঁই আদি ভকতসমে মিলি গাব।

দেউৰী—দুয়ো ফালৰ উৎসৱতেই দুয়ো ফালৰ দেউৰীয়ে সমানে কাম কৰিব। আৰু নিত্য প্ৰসঙ্গৰ দৰে চলিব।

(৩) পালনাম—

বৰফালৰ পালনামত বৰফালৰ নাম লগোৱাই নাম দিব আৰু সৰুফালৰ গোসাঁই-ভকতে যোগ দিব।

নিত্য-প্ৰসঙ্গৰ কামো পালনামৰ আগতে বৰফালৰ গোসাঁই-ভকতে কৰিব। সেইদৰে সৰুফালৰ সমূহীয়া পালনামত নিত্য-প্ৰসঙ্গ পালনামৰ কাম সৰুফলীয়াই কৰিব। দেউৰী নিত্য-প্ৰসঙ্গৰ দৰে থাকিব।

(৪) দৌল-যাত্ৰা—

দৌলযাত্ৰা সম্প্ৰতি আগৰ দৰেই দুয়ো ফালে বেলেগ বেলেগ কৰিব পাৰে। পাচলৈ সমূহে মিলাই লব।

(৫) গুৰু-আসন—

দুয়ো ফালৰ গুৰু-আসন দুখন কীৰ্তন-ঘৰত একেলগে সজাই ৰাখিব।

(৬) ভাদ মহীয়া—

(১) সংক্ৰান্তি

(২) জন্মাষ্টমী

(৩) শ্ৰীমন্ত গুৰুৰ তিথি
(৪) শ্ৰীমাধৱ গুৰুৰ তিথি

এই কেইদিন যাৰ পালত এই পৰ্ব পৰে, সেই সেই ফালৰ নাম লগোৱাই নাম লগাব। আৰু অধিকাৰ গোসাঁই-ভকত লগ লাগি নাম গাব।

তিথি আদিত যিবোৰ ভাওনা কৰিব, প্ৰতি ফালৰ গোসাঁই-ভকতে নিজ নিজ সভা ঘৰত কৰিব পাৰিব। আৰু যদি তেওঁলোকে একেলগে মিল হৈ কৰিব পাৰে, তেনে সমূহৰ আদেশ লৈ কোনো এক সভা ঘৰত কৰিব পাৰিব।

(৭) আদায় হোৱা ধনৰ পুঁজি—

(১) আকাশী-গঙ্গাত পিণ্ড আদি দান কৰিলে পূৰ্বৰে পৰা যি কৰ আদায় কৰা হয়, সেই কৰ কীৰ্তন ঘৰলৈ যাব।

(২) দৌল আৰু কীৰ্তন ঘৰৰ পদশিলাত যি পইচা উঠে, সেই পইচাও কীৰ্তন ঘৰত জমা ৰাখিব। কীৰ্তন ঘৰত লোৰ আলমাৰী এটা থাকিব আৰু সংগ্ৰহ হোৱা ধন ইয়াতে জমা থাকিব। ইয়াৰ ছাবি দুপাত দুয়ো ফালৰ বৰমেধিৰ হাতত থাকিব।

অধিকাৰ আৰু সমূহৰ আদেশতহে এই আলমাৰী খুলিব পাৰিব।

(৮) সমূহ ভকত—

উদাসীন ভকতসকল আৰু দুয়ো ফালৰ গৃহস্থী ভকতৰপৰা নিৰ্বাচিত ১৫ জনকৈ এয়ে সমূহ ভকত হব।

শঙ্কৰ ধৰ্মৰ হৃদয়-স্থল স্বৰূপ বৰদোৱা সত্ৰক সুগঠিত কৰাৰ যি সুচিন্তিত পৰিকল্পনা দত্তবৰুৱাই কৰি গ'ল সি সৰ্বসন্মতিক্ৰমে গৃহীত হৈ কাৰ্য্যকৰী হোৱাৰ ইতিবৃত্ত আমাৰ হাতত নাই। কিন্তু দত্তবৰুৱাই যে যথেষ্ট পৰিশ্ৰম কৰি বৰদোৱাৰ নৱ প্ৰতিষ্ঠা উৎসৱ সম্পন্ন কৰিবলৈ মানস কৰিছিল তাৰ নজিৰ স্বৰূপ দত্তবৰুৱাই দুগৰাকী যোগ্য ব্যক্তিলৈ লিখা চিঠিও এইখিনিতে তুলি দি বৰদোৱা সত্ৰ পুনৰ সংস্থাপন প্ৰসঙ্গ উপসংহাৰ কৰিলোঁ।

( ১ )

(বটদ্ৰৱা থানৰ শ্ৰীতীৰ্থনাথ গোস্বামীদেৱলৈ লিখা চিঠি :
বটদ্ৰৱা নামঘৰ উদ্বোধন কৰা সম্পৰ্কে)

গুৱাহাটী
শ্ৰীচৰণেষু, ২৭।৮।৫৮

মোৰ সেৱা লব। মোৰ গা ভাল নহয়। গুৱাহাটীত প্ৰায় দুমাহ আছোঁহি। কালি শ্ৰীদুৱৰা ডাঙৰীযাৰপৰা চিঠি পালোঁ। তেখেতে নামঘৰটো উদ্বোধন কৰা সম্পৰ্কে কিবা-কিবি সুধি পঠাইছে।

প্ৰতিষ্ঠা কাৰ্য্য নৰোৱা-শলগুৰিৰ দুজনা অধিকাৰে কৰালে ভাল হব বুলি মই লিখিছোঁ। আৰু অধিকাৰ দুজনাই যদি সন্মতি দিযে শ্ৰীযুত শিৱেন্দ্ৰনৰাযণ দেৱ গোস্বামীৰ হতুৱাই প্ৰতিষ্ঠা কাৰ্য্যও কৰাব পাৰে। অসমৰ পৰ্বত-ভৈয়ামৰ সকলো বিশিষ্ট লোকক আৰু আউনীআটী, গড়মূৰ, দক্ষিণপাট, কমলাবাৰী, বৰপেটা, সুন্দৰীদিয়া আৰু মধুপুৰ সত্ৰৰ অধিকাৰসকলক বিশেষভাৱে আমন্ত্ৰণ কৰিব বুলি উল্লেখ কৰিছোঁ।

উদ্বোধন কৰাৰ দিনা গোটেই নাম-প্ৰসঙ্গ আৰু ৰাতি ভাওনা হব। লগতে আৰু দুদিন নাম-কীৰ্তন কৰাৰ ব্যৱস্থা ৰাখিব বুলি মই উল্লেখ কৰিছোঁ।

অহা ৯ চেপ্টেম্বৰৰপৰা আমাৰ সাদিনীয়া নাম-ভাগৱত পাঠ আৰম্ভ হব। মোৰ গা ভালে থাকিলে ২১।২২।২৩ কোনো এদিনত গৈ থানত উপস্থিত হব পাৰিম বুলি আশা কৰিছোঁ।

নিয়মাৱলী সম্পৰ্কে বৰা ডাঙৰীয়াই উল্লেখ কৰিছে। আপুনি চিন্তাশীল। সত্ৰৰ নিযম-প্ৰণালী আগতে বহুতো লিখিছিল। তাৰে এটা নকল অনুগ্ৰহ কৰি ফিৰৎ ডাকত মোলৈ যেনে-তেনে পঠাব।

কিবা দোষ হ'লে ক্ষমা কৰিব। গুৰুৱে যি অনুমতি দিছে, মই তাকেহে প্ৰকাশ কৰিছোঁ। আশা কৰোঁ ভগৱানৰ কৃপাত গুৰুৰ পৱিত্ৰ থান সকলো প্ৰকাৰে অচিৰে চকুত লগা হৈ পৰিব। আৰু দুই লাখমান টকাৰ কাম বাকী আছে। ইতি—

সেৱক
শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

ওপৰৰ কথাবোৰৰপৰা ভালকৈ বুজিব পাৰি যে হৰিনাৰায়ণ দত্তবৰুৱাই যথাৰ্থতে শঙ্কৰী ধৰ্মৰ পৱিত্ৰতা, উদাৰতা আৰু সাৰ্বজনীনতাৰ ওপৰত একান্তভাৱে মনোনিৱেশ কৰি মহাপুৰুষৰ জন্মস্থান সৰ্বোত্তম ক্ষেত্ৰ, ধৰ্ম আৰু সংস্কৃতিত পুনৰ প্ৰতিষ্ঠিত হোৱাটো কামনা কৰিছিল।

এইবিলাক ঠাইক কেন্দ্ৰ কৰিয়েই তেওঁৰ বিপুল কৰ্মোদ্যমে মূৰ দাঙি উঠিছিল। গুৱাহাটীৰপৰা বৰদোৱালৈ নিজৰ মটৰ গাড়ীৰে যাত্ৰা কৰিবলৈ ওলাই দত্তবৰুৱাই যেই সেই মানুহকে সহযোগী কৰি সেই পুণ্য ঠাইলৈ একেখন মটৰ গাড়ীতে যাবলৈ অলপো পৰাঙমুখ নহৈছিল। নিজৰ ব্যক্তিগত অসুবিধা বা ধন ব্যয় আদিলৈ তেওঁ এই পুণ্য কাৰ্য্যৰ অৰ্থে সমূলি আওকাণ কৰিছিল।

এই কৰ্মৰাশিয়েই দত্তবৰুৱাৰ জীৱনী। সঁচাকৈয়ে সৎ-কৰ্মৰ বাহিৰে মানহৰ জীৱনত উল্লেখনীয়ই বা কি আছে?

## ।। পঞ্চম অধ্যায় ।।

মানুহৰ জীৱনৰ অধ্যায় মাত্ৰ পাঁচটা। প্ৰথম বাল্যকাল, দ্বিতীয় যৌৱন, তৃতীয় প্ৰৌঢ়ত্ব, চতুৰ্থ বাৰ্দ্ধক্য, পঞ্চম মৃত্যু। মৃত্যু ধাৱতি পঞ্চমঃ।

শ্বাস ৰোগত দত্তবৰুৱাই অতিপাতকৈ ভুগিছিল। অলপকৈ কথা পাতিলেই হেন্দোলি উঠে। কফৰ প্ৰবলতা নকমালৈকে আৰু কথা কব নোৱাৰা হয়। তথাপি দত্তবৰুৱাৰ মুখমণ্ডলৰ বক্তিমতা আগৰ দৰেই আছিল।

মানুহৰ জীৱনত বহুতো কাম ললে মানুহৰ শৰীৰ-যন্ত্ৰই আঘাত পায়। প্ৰকৃতিৰ নিয়মেই এনে।

গীতাৰ অনুশাসনত আছে—

যুক্তাহাৰবিহাৰস্য যুক্তচেষ্টস্য কৰ্ম্মসু।
যুক্তস্বপ্নাববোধস্য যোগো ভৱতি দুঃখহা ।। ৬।১৭

আহাৰে বিহাৰে কৰ্মই আচৰণে পৰিমিতাচাৰী হৈ চলিলে যে প্ৰকৃতিয়ে প্ৰতিশোধ নলয় তাৰ ইঙ্গিত এই শ্লোকতেই আছে। দত্তবৰুৱাৰ জীৱনত পৰিমিতাচাৰ আছিল। অন্ততঃ তেওঁৰ সমগ্ৰ শিক্ষক-জীৱনৰ ইতিহাসে এই কথাকেই কয়। অভাৱ-অনাটনপূৰ্ণ দুখৰ মাজেদি যৌৱন কাল কটাই দত্তবৰুৱাই যেন তপস্যাহে অৰ্জন কৰিলে। প্ৰৌঢ়কালত তেওঁ সুখৰ মুখ দেখা পালে। ব্যৱসায়-বাণিজ্যৰ সংক্ৰান্তত বহুতো অৰ্থবীৰৰ লগত তেওঁৰ সান্নিধ্য আৰু সহযোগ হ'ল। ভাৰতৰ নানা তীৰ্থই তীৰ্থই পৰিভ্ৰমণ কৰি দত্তবৰুৱাই এহাতে যেনেকৈ জ্ঞানবৈৰাগ্য আৰু পুণ্য অৰ্জন কৰিলে, আনহাতে তেনেকৈ দেশ-বিদেশৰ অভিজ্ঞতা, আৰ্থিক উন্নতি, ব্যৱসায় আদিৰ বিষয়ে চিন্তা কৰিবলৈকো সুবিধা পালে।

কিন্তু তেওঁৰ বয়স বৃদ্ধিৰ লগে লগে ৰোগবৃদ্ধি হৈ যাবলৈ ধৰিলে। গুৱাহাটীৰ মহাভাৰত কাৰ্য্যালয়ত যদি তেওঁ কিছুকাল

থাকে নলবাৰীত নিজৰ কৰ্মভূমি দেৱীৰাম পাঠশালাৰ প্ৰাঙ্গণ বা উমা-প্ৰেচৰ অফিচত বা নিজৰ আবাসভূমিৰ নামঘৰত সোমাই কিছুকাল কটায়।

দেৱীৰাম পাঠশালাৰ চৌহদ তেওঁৰ পক্ষে শান্তিভূমি আছিল। তাৰ আহল বহল শান্তিময় পৰিবেশ, ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক মণ্ডলীৰ সাহচৰ্য্য তেওঁৰ বাৰ্দ্ধক্যত অৱস হৈ পৰা স্নায়ুকেন্দ্ৰত ঔষধ স্বৰূপ হৈছিল।

দেৱীৰাম পাঠশালাত গান্ধীজীৰ নামত উচৰ্গীকৃত এটা পকী স্তম্ভ আছে। তাত খোদিত 'অহিংসা', 'প্ৰেম', 'সত্য' আৰু 'সমতা' শব্দ কেইটি দত্তবৰুৱাদেৱৰ অন্তৰৰপৰা বাহিৰ হোৱা।

নলবাৰীত আৰু এটা ৰাজহুৱা অনুষ্ঠান তেওঁ প্ৰতিষ্ঠা কৰিলে, তাৰ নাম হৰিমন্দিৰ। এই হৰিমন্দিৰ স্থাপন প্ৰসঙ্গত দত্তবৰুৱাই নলবাৰীৰ মাৰোৱাৰী সম্প্ৰদায়ৰ লগত সহযোগ স্থাপনৰ প্ৰয়াসী হ'ব লগীয়াত পৰিছিল। তথাপি ৰাজহুৱা অনুষ্ঠানৰ লগত যদি প্ৰাণ প্ৰতিষ্ঠা নহয়, মাৰোৱাৰী সম্প্ৰদায়ৰ দানৰ দ্বাৰা কোনো কাম সৰ্বাঙ্গসুন্দৰ হৈ সম্পন্ন হ'ব নোৱাৰে। আজি উমানন্দৰ মন্দিৰ, কামাখ্যাৰ মন্দিৰ, জনাৰ্দন, শুক্ৰেশ্বৰৰ মন্দিৰ, সকলোতে মাৰোৱাৰী' সম্প্ৰদায়ৰ দান বৰঙনিয়ে অবাধ প্ৰৱেশ কৰি সেই ধৰ্মানুষ্ঠান বিলাকত আধুনিক ব্যৱসায়িক শিল্পীৰ ছাব মোহৰ দি তাত সুকীয়া সংস্কৃতিৰ ধ্বজা পুতিবৰ কাৰণে যত্নপৰ হৈছে। প্ৰাচীন সংস্কৃতিত আধুনিক শৃবিশ্বল শিল্প-চাতুৰ্য্যৰ পৰশ পৰি তাত বিচিত্ৰ আৰু বিভিন্ন সংস্কৃতিৰ ৰূপদান কৰিবলৈ লোৱা চেষ্টা জাগ্ৰত হৈ উঠা দেখা গৈছে।

নলবাৰীৰ হৰি-মন্দিৰত দত্তবৰুৱাৰ পৰিকল্পনাৰ নামঘৰ সংস্কৃতিৰ ৰূপৰ সমাৱেশ যদি সম্পূৰ্ণ হৈ পৰিছে তেনে সি দত্তবৰুৱাৰে কৃতিত্ব। তেওঁ নলবাৰীত থকা কালত গধূলি সদায় হৰিমন্দিৰলৈ যায়। তাৰ প্ৰত্যেক বিষয়ৰে তত্ত্বাৱধান লৈ নিজৰ বস্তুৰ দৰে আদৰ যত্ন আৰু শ্ৰদ্ধা কৰি তাৰ সকলো কাৰ্য্যৰ দিহা পৰামৰ্শ দিহে ঘৰলৈ ওভতে। হৰিমন্দিৰৰ সমৃদ্ধিয়েই যেন তেওঁৰ সমৃদ্ধি আৰু হৰিমন্দিৰৰ হানিয়েই যেন তেওঁৰ নিজৰ হানি। ৰাজহুৱা অনুষ্ঠানৰ ওপৰত এনে দৃষ্টি প্ৰসাৰণ কৰি দত্তবৰুৱাই যেন যোৰহাটৰ অদ্বিতীয় দানবীৰ ৰাধাকান্ত সন্দিকৈৰ দৃষ্টিভঙ্গীকে বহন কৰি আনিলে।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন যেনেকৈ সন্দিকৈ ডাঙৰীয়াৰ মৰমৰ সম্পদ, সেইদৰে নলবাৰীৰ হৰিমন্দিৰ দত্তবৰুৱাৰ মানত প্ৰাণতকৈও প্ৰিয় হৈ পৰিছিল।

নলবাৰী নিজৰ ঠাই বুলিও দত্তবৰুৱাই নলবাৰীকে নিজৰ মনত একান্ত আৰু একাগ্ৰ কৰি ধৰা নাছিল, তেওঁৰ দৃষ্টি আছিল সুদূৰ-প্ৰসাৰী। সদৌ অসমৰে, সেই মধুপুৰলৈকে তেওঁ দৃষ্টি প্ৰসাৰিত কৰি দিছিল। জগন্নাথ ক্ষেত্ৰত শঙ্কৰদেৱৰ নামত এটি মন্দিৰ কৰাৰ চিন্তাও তেওঁৰ মনত ভুমুকিয়াইছিল। মুঠৰ ওপৰত অকল নলবাৰীকে তেওঁ সাধনাৰ কেন্দ্ৰ স্থলত খব নুখুজি শঙ্কৰদেৱৰ পুণ্য-মহিমা বিজড়িত সকলোঠাইকেই তেওঁ নিজৰ অন্তৰত অনুপম সম্পদৰ দৰে সকলো শ্ৰদ্ধা আৰু ভক্তিৰে ওখ থাপনাত থৈ প্ৰাণ শক্তিৰে ঢাকি ধৰিব খুজিছিল। তেওঁ বুজিছিল তেওঁৰ যেনেকৈ মিত্ৰও আছে তেনেকৈ শত্ৰুও আছে বহুত। সেইদেখি তেওঁ বেজবৰুৱাৰ দৰে সদায় যেন অন্তৰত ধ্যান কৰিছিল—

হিয়াৰ মাজত তোমাৰ নামটি
লিখিছোঁ যতন কৰি,
তাকে মচিবলৈ যখিনী প্ৰেতিনী
ফুৰিছে লৰি ঢাপৰি।
নোৱাৰে মচিব মৰিয়ো ৰাখিম
মধুৰ তোমাৰ নাম,
অন্তৰত মোৰ চোৱা জিলিকিছে
হেৰা মোৰ প্ৰাণৰাম।

বেজবৰুৱাৰ দৰেই দত্তবৰুৱাই শঙ্কৰদেৱৰ নাম আৰু ধৰ্ম যাউতিযুগীয়া আৰু মহতোৰ্মহীয়ান কৰিবৰ বাবে অহোপুৰুষাৰ্থ কৰি তেওঁৰ গোটেই জীৱন যে মহা সাধনাৰ অগ্নিকুণ্ডত জাহ দি ক্ৰমে ক্ৰমে জৰা আৰু মৰণৰ ফালে আগুৱাই গ'ল তাক আনে অনুভব কৰিব নোৱাৰিলেও কালে নাপাহাৰে।

অন্তিমৰ ৰ'দ-কাচলিত বহি দত্তবৰুৱাই নিজৰ সংসাৰৰ সোণোৱালী ছবি দেখা নোপোৱাকৈ নাথাকিল। এইটো তেওঁৰ প্ৰতি

কাল-দেৱতাৰে পুৰস্কাৰ। কালৰ কঠোৰ হাত একালে যেনেকৈ নিৰ্দয়, একালে যেনেকৈ কালে সকলো মষিমূৰ কৰি চাঁহি-মুহি নিয়ে, আন কালে তেনেকৈয়ে কালে মানুহৰ সৰ্ব শ্ৰেষ্ঠ কাম্য-কাঞ্চন কাল-দেৱতাৰ প্ৰিয়জনৰ মূৰৰ ওপৰত শাওণৰ বৰষুণৰ দৰে বৰষি যায়। ধনীৰ মূৰৰ ওপৰত বৰষা ধনৰ বৰষুণ পাত্ৰ উপচি পৰি বাগৰি আহে। যিখিনি বাগৰি আহে সেয়ে জাতিৰ বাবে মহাদান হয়। বিধাতাই দানীৰ হৃদয় এইদৰেই পৰম ঐশ্বৰ্য্যৰে ভৰপূৰ কৰি দিয়ে। মহাৰাজ অশোক শেষ জীৱনত হৈছিল ডাল-দৰিদ্ৰ। তেওঁৰ হাতৰ তলুৱাত মাথোন থাকিল আমলখি এটাৰ আধা। সেই আধাডোখৰ আমলখিকো তেওঁ লগত লৈ যাব নোৱাৰিলে। এৰি থৈ যাব লগীয়া হ'ল তেওঁৰ সমাধিৰ কাষতে।

পৰম ঐশ্বৰ্য্য যাৰ তেৱেঁই ঐশ্বৰ্য্যবান। ঐশ্বৰ্য্যশালী নহ'লে দান দিব নোৱাৰে। 'সোণৰ সোলেং' ৰচনা কৰা পাৰ্বতিপ্ৰসাদ ঐশ্বৰ্য্যশালী নোহোৱা হ'লে অসম সাহিত্য সভাক ষাঠি হাজাৰ টকা দান দিব নোৱাৰিলেহেঁতেন।

বলীতকৈও বলী লোক জগতত আছে। ৰাৱণতকৈ বলী কাৰ্তবীৰ্য্যাৰ্জন। সেই কাৰ্তবীৰ্য্যাৰ্জুনৰ বীৰত্ব ৰামায়ণত বৰ্ণাওঁতে মহাকবি বাল্মীকিয়ে লিখিছে—

পিতামহ সুত পুলস্ত্য যে মুনিবৰ।
ব্ৰহ্মলোকে গৈল বান্ধ মেলি ৰাৱণৰ॥
কাৰ্তবীৰ্য্যে বান্ধিলেক যিটো ৰাৱণক।
মুক্ত কৈল পুলস্ত্যৰ মানি বচনক॥
বলী হন্তে বলী লোক জগতে আছয়।
ৰাঘৱ-নন্দন তাক কোনে নমানয়॥
আপোনাৰ শ্ৰেযক যিজনে ইচ্ছিবেক।
অন্যক অৱজ্ঞা সিটো নাহি কৰিবেক॥

বিধাতাই যেনেকৈ মানুহৰ হাতত ধন দিয়ে, সেইদৰে ধনৰ ব্যৱহাৰ কৰিবলৈ মনো দিয়ে। ধনৰ সদ্‌ব্যৱহাৰ কৰোঁতাজনেই বলী আৰু ঐশ্বৰ্য্যবান।, ধনৰ দানৰ তুলনাত ধনৰ হেৰফেৰ থাকিলেও

মনৰ ঐশ্বৰ্য্যৰ হেৰফেৰ নাই। বলীতকৈ যেনেকৈ বলী আছে, দানীতকৈ তেনেকৈ দানী নাই। জৱাহৰলাল নেহৰুৰ স্মৃতি ৰক্ষাৰ্থে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিজ্ঞান বিভাগৰ অধ্যাপক ডক্টৰ ভি. ভেঙ্কাটাৰাৱে "অসমীয়া জৱাহৰলাল নেহৰু অধ্যাপক" নামৰ পদবিৰে এজন অধ্যাপক নিযোগ কৰি 'নেহেৰু স্মৃতি-নিধি' এটা স্থাপন কৰিবৰ বাবে ডেৰ লাখ টকা দান দিছে। ইমান পৰিমাণৰ দান আগবঢ়াই এই ভাৰতীয় অধ্যাপকজনে অসমীয়াৰ হিত চিন্তা কৰি নিজৰ ঐশ্বৰ্য্যশালী মনৰ পৰিচয় দিলে। তেওঁ দানী, পাৰ্ব্বতি বৰুৱাৰ দৰেই দানী, দত্তবৰুৱাৰ দৰেই দানী। কাৰণ এইসকলৰ মন ঐশ্বৰ্য্যসম্পন্ন গুণত গুণী, ঐশ্বৰ্য্যবান দানত দানী। বলীতকৈ বলী থকাৰ দৰে দানীতকৈ দানী নাই। সেই দেখি দানৰ পৰিমাণ লৈ কাকো কোনেও অৱজ্ঞা কৰিবৰ থল নাই।

গুৱাহাটী পল্টন বজাৰত শঙ্কৰদেৱৰ মন্দিৰ এটা স্থাপন হৈছে 'শঙ্কৰ-কৃষ্টি-বিকাশ-সমিতি ভৱন' নামেৰে। দত্তবৰুৱাৰ দান এই অনুষ্ঠানত যেই হাজাৰ টকাই নহওক তেওঁ যে এই দানো সেই ঐশ্বৰ্য্যৰে বিভূষিত মনৰ মহিমাতে দিলে, তাক নক'লেও হ'ব।

আমি যিবিলাকে এই সংসাৰত কল্‌চপ কল্‌চপকৈ জীয়াই আছোঁ, এই দানৰ মহিমা উপলব্ধি কৰিবলৈ আমি টান পাম। কাৰণ যাৰ নিজৰ গ্ৰাসাচ্ছাদনৰেই সংস্থান নাই, তাৰ মনৰ পৰম ঐশ্বৰ্য্যৰ চিন্তা পৰ্বতত কাছ কণীৰ দৰে। তথাপিও বিদুৰৰ খুদকণতে জগতৰ গৰাকীৰ পৰিতৃপ্তি হয় এই ভাবিয়েই যদি বিদুৰৰ দৰে নিজৰ মন আৰু চিত্তৰ গতি গঠন কৰিব পাৰোঁ, তেন্তে ওপৰত উল্লেখ কৰা গুণীসকলৰ মহিমা কিজানি অলপ-অচৰপ হৃদয়ঙ্গম কৰিব পাৰিম।

বিদুৰৰ দৰে মন লৈয়ে কেতিয়াবা দত্তবৰুৱাৰ কাষ চাপোঁ। তেওঁৰ মহান মনৰ পৰিচয় পাওঁ তেওঁৰ কথা-বতৰাত। এসময়ত তেওঁৰ বিপুল হাস্যই সাগৰৰ জোৱাৰৰ দৰে ঢৌ তুলিছিল। এতিয়া সেই হাঁহি মৃদু।

"—তুমি বোলে পিতৃ-মাতৃৰ শ্ৰাদ্ধ নকৰা? তুমি বোলে কামৰ-পৰা অৱসৰ ল'ব খুজিছা? অৱসৰ নলবা, কাম কৰি যোৱা। সময়ত অৱসৰ পাবা।"

মই কওঁ, "চাৰ, শ্ৰদ্ধা মই কৰোঁ, কিন্তু পিণ্ড নিদিওঁ। শ্ৰদ্ধা

থকা কামকে শ্ৰাদ্ধ নোবোলে জানো ? দৰিদ্ৰতাৰ বাবেই অৱসৰ ল'ব খুজিছোঁ ? বেয়া হ'ব জানো ?" মই তেওঁৰ প্ৰাচীন পত্নী কপালত চিন্তাৰ ৰেখা দেখা পাওঁ। মই কওঁ গীতা আৰু নামঘোষাৰ বাহিৰে শ্ৰদ্ধাৰ বস্তু আৰু কি আছে ? যোগাসনত বহি থকাৰ দৰে ভঙ্গিমাত থাকি দত্তবৰুৱাই সংসাৰ সমুদ্ৰত ককৃবকোৱা যাত্ৰীক যি উপদেশ দিব লাগে ঠিক সেইদৰেই নিখুঁত উপদেশ দি আপ্লুত কৰে, মই ধন্য হওঁ। ব্যাধিগ্ৰস্তৰ ৰোগ উপশম কৰিবৰ বাবে অভিজ্ঞ আৰু সুদক্ষ চিকিৎসকে যেনেকৈ ঔষধ প্ৰয়োগ কৰে, দত্তবৰুৱায়ো সেইদৰেই সংসাৰ তাপত জৰ্জৰিত চিত্তত উপদেশ দিবলৈ প্ৰয়াস কৰে। হিন্দু-সংস্কৃতিৰ সকলো অৱদান যেন তেওঁ সমানে সামৰি ল'ব খোজে। মহাত্মা গান্ধীৰ দৰেই তেওঁৰ হৃদয়ৰ দুৱাৰ মুকলি।

সংসাৰত দত্তবৰুৱাই নিজেও দুখ-তাপত জৰ্জৰিত আছিল। অন্তিম কালতো নানা সমস্যাই তেওঁৰ মনৰ আকাশত ক'লা ডাৱৰৰ দৰে দেখা দিলে। ক'লা ডাৱৰ বগা হৈ শেহত সোণোৱালী বা ৰাঙলী হবলৈ বেচি পৰ নালাগে, কিন্তু ক'লা হৈ যেতিয়া মনক ঢাকি ধৰে তেতিয়া মন বিষাদত বুৰ যায়।

মনক প্ৰশান্ত কৰিবৰ বাবে দত্তবৰুৱাই এইবাৰ পৰলোক যাত্ৰীৰ য'ত অনৰ্গল পিণ্ড দান দিয়া হয় সেই তীৰ্থ ক্ষেত্ৰ অশ্বক্ৰান্তক স্মৰণ কৰিলে—এদিন য'ত 'অশ্বক্ৰান্তে ৰথক্ৰান্তে বিষ্ণুক্ৰান্তে বসুন্ধৰে' বুলি প্ৰাচীন কবিয়ে ভগৱান শ্ৰীকৃষ্ণৰ পদৰজপূত শৈলৰ মহিমা বৰ্দ্ধন কৰিবৰ শ্লোক ৰচনা কৰি কালৰ বুকুত থৈ গ'ল। শ্লোক ৰচকৰো নাম নুমাই গ'ল। ভগৱান শ্ৰীকৃষ্ণই উষাক পুতেকলৈ বিয়া কৰাই কোন কেতিয়াবাই দ্বাৰকালৈ উভতি গ'ল। তেওঁৰ ঘোঁৰাৰ আৰু তেওঁৰ নিজৰ চৰণচিহ্ন অশ্বক্ৰান্তৰ শিলত পৰি ৰ'ল।

এই অশ্বক্ৰান্ততে দত্তবৰুৱাই শেষ নিবাস ৰচনা কৰিলে। আৰোগ্যৰ পথত মানুহক অশ্বক্ৰান্ত নালাগে। ৰোগ আৰু দুৰাৰোগ্য ৰোগত পৰি মুমূৰ্ষু হোৱাৰ সময়ত অশ্বক্ৰান্তৰ পদপ্ৰান্তত লুণ্ঠিত হৈ পৰিলে মানুহৰ ইহ জন্ম সাৰ্থক হয়। এই অনুভৱতেই দত্তবৰুৱাই ৰুগ্ন শৰীৰ লৈ, নলবাৰীৰ সংসাৰ পৰিত্যাগ কৰি, একান্ত বাণপ্ৰস্থী সন্ন্যাসীৰ দৰে অশ্বক্ৰান্ত মণিকৰ্ণেশ্বৰৰ নামনিৰ শৈলাচলত কুটীৰ এটা সাজি কালাতিপাত কৰিবলৈ ধৰিলে।

# দত্তবৰুৱাৰ জীৱন-কথা

সৰু ঘৰটোৰ বাৰাণ্ডা পূবৰ ফালে। তাৰ পশ্চিমে মাথোন শৈল। পূবে, উত্তৰে, দক্ষিণে মহাবাহু ব্ৰহ্মপুত্ৰৰ শান্ত নীল সলিল দৃশ্যমান।

দত্তবৰুৱা শুই থকা খোটালীটোত ঐহিক সম্পদ একো নাই। আছে শাস্ত্ৰ, গ্ৰন্থ আৰু শৰাই-বন্তি। শেষ সময়ত পঢ়াৰ উপযোগী গ্ৰন্থ অ'ত ত'ত নিক্ষিপ্তভাৱে আছে। সুন্দৰ সুশোভন পৰিবেশ। ব্ৰহ্মপুত্ৰৰ নিৰ্মল বতাহ বহল খিৰিকীয়েদি অবাধে প্ৰৱেশ কৰে।

এইদৰে এই ঠাইত ভগৱানক চিন্তা কৰি কাল কটোৱাৰ ভাগ্য আছে কাৰ?

দত্তবৰুৱাৰ মনত এই পৰিবেশত সংসাৰৰ চিন্তাই ভুমুকিয়ায়। নলবাৰীলৈ মনত পৰে: নিজৰ সহধৰ্মিণী, পুত্ৰ-কন্যাসকলৰ মুখ কেইখনি চকুৰ আগত জিলিকে। তাতকৈ সমস্যা ডাঙৰ হৈ দেখা দিয়ে; ৰোগ শয্যাত ৰোগতকৈ তীব্ৰ হৈ দেখা দিয়ে চিন্তাই। নিজৰ পুত্ৰ-সন্তানসকলৰ ভৱিষ্যত মতি-গতিৰ বিষয়ে ভাবি ম্ৰিয়মান হয়। হয়তো ভাবে তেওঁৰ বংশত ধৰ্মৰ প্ৰদীপ সদায় জ্বলিবনে? ব্যভিচাৰ প্ৰৱেশ কৰে সকলো ধনী মানুহৰ সিংহ দুৱাৰেদি। দত্ত-বৰুৱাৰ সিংহ দুৱাৰত গৰুণ্ডৰো ছবি আছে, যাৰ ভাষাত ওখ হোৱাৰ কথা লিখা আছে। সিংহৰ দৰেই সাহিয়াল হ'লেই নহয়। গৰুণ্ডৰ দৰে হ'ব লাগে উদাৰ, অকুণ্ঠিত আৰু মুক্ত। বিৰাট বিশ্বক জানি-বলৈ হ'লে অকল সাহ থাকিলেই নহয়। ওখ হোৱাৰ পৰিকল্পনা লাগে।

ৰোগশয্যাৰপৰা দত্তবৰুৱাই এজন শিক্ষিত উচ্চাভিলাষী সন্তানলৈ এখন চিঠি লিখিলে ১৯৫৮ চনৰ ১৮ ডিচেম্বৰত।

চিঠিখন এই—

পৰম কল্যাণীয় বাবুলী বাবা,

তোৰ আখৰ কেইটা দেখি আৰু পঢ়ি পৰম সন্তোষ পালোঁ, আৰু প্ৰায় বিছনাত পৰি থাকি মোৰ ভাব প্ৰকাশ কৰিবলৈ যত্ন কৰিলোঁ। ভগবন্তই তহঁতৰ সৰ্বপ্ৰকাৰ মঙ্গল কৰক।

মই উপাসনাৰ সময়ত সদায় উৰ্দ্ধ পুৰুষসকলক ভাবোঁ, উপাসনাৰ অন্তত ছয় পুত্ৰ, তিনি কন্যা আৰু মায়েৰ আয়ুস, শ্ৰী, বল, বুদ্ধি বৃদ্ধি হ'বলৈ কৰযোৰে প্ৰাৰ্থনা কৰোঁ।

মই বিশ্বাস কৰোঁ পিতাৰ মূৰ্তি, পিতা-পিতামহৰ মূৰ্তি, পিতামহ, প্ৰপিতামহৰ মূৰ্তি ইত্যাদি। তহঁত মোৰেই মূৰ্তি, তহঁতক দেখিলে বহুতে মোৰ ল'ৰা বুলি চিনি পায়।

তই জনা কথাকে কওঁ—ভগবান পৰমাত্মাৰূপে বিশ্ব জুৰি আছে। বায়ুৰ কোনো বান্ধত চিন নবহাৰ দৰে পৰমাত্মাৰ কতো চিন নাই। জীৱাত্মা, পৰমাত্মাৰ অংশ। এই জীৱ শৰীৰত থকা বাবেই গুণময়ী প্ৰকৃতিয়ে (পঞ্চভূত, মন, বুদ্ধি, অহঙ্কাৰ) সৎ, ৰজ, তম গুণৰ কামবোৰ ইন্দ্ৰিয়ৰ সহায়ত কৰি থাকে। কৰ্ম অনুসৰি জীৱৰ বন্ধন আৰু মুক্তি হয়। অসংখ্য কৌটি জন্মৰ মূৰত জীৱৰ মুক্তি হয় বুলি কয়; সেই কাৰণে জীৱে প্ৰত্যেক জন্মৰ কৰ্মৰ বাসনা লৈ শৰীৰৰপৰা ওলায় আৰু নতুন শৰীৰত সোমায়। সেই কাৰণে জীৱৰ কৰ্মৰ ফলাফলটো জীৱৰ নিজৰ ওপৰতেই নিৰ্ভৰ কৰে; যি জীৱে বুদ্ধিক সতস্থ কৰি একান্তমনে আত্ম-চিন্তা কৰি আমিত্ব লয় কৰিব পাৰে সেই জীৱে শীঘ্ৰে মুক্ত অৱস্থা পায়—জন্ম-মৃত্যুৰ হাত সাৰে। সেই কাৰণে একোজন পিতাকৰ কেইবাজনো সন্তানে বিভিন্ন ভাৱে চলাৰ ফলত বিভিন্নভাৱে জীৱন নিৰ্বাহ কৰে।

আমাৰ বংশলতাত ১৬ পুৰুষৰ নাম আছে, মই তাৰে দুই চাৰিজনৰ অতি সামান্য জীৱন কথা শুনিছোঁ; তেখেতসকলৰ ভিতৰত পৰমাৰাধ্য পিতৃদেৱ, পিতামহ আৰু বৃদ্ধ-প্ৰপিতামহৰ কথা মাজে সময়ে ভাবোঁ।

বৃদ্ধ প্ৰপিতামহ মধুনাৰায়ণ দলৈ আৰু পিতামহৰ সহোদৰ কুহিৰাম আতা বিশিষ্ট সাধু আৰু উদাৰপন্থী পুৰুষ আছিল। তেওঁসকলে ওচৰৰ হীৱা মানুহৰ ঘৰত হেনো পূৰ্ণ-সেৱা, মেৰু-সেৱা, ভকত-সেৱা কৰিছিল। আৰু পিতৃদেৱে গুৱাহাটীত গুৰু ট্ৰেইনিং পাছ কৰি শিক্ষক হৈছিল দেখি বিষয়া ভাবত কাল কটাইছিল।

আমাৰ উপৰি পুৰুষসকল আৰু তহঁতৰ সৈতে গোটেইবিলাকক মই মালাৰ দৰে বোধ কৰোঁ। আমাৰ কৃষ্টিও আন আন কায়স্থৰপৰা অলপ বেলেগ। আমাৰ দহাৰ দিনা ঘৰত মহন্তসকলে সমিল ভোজন

কৰে ; এই কাৰণে অন্যান্য কায়স্থসকলে অলপ হীন ভাবত চাইছিল। বৰ্তমানে প্ৰায় সকলো কায়স্থ এক হৈছে, স্বকীয়া স্বকীয়া কৃষ্টি মাৰ গৈছে ; মই লিখা ইতিবৃত্তখনত অলপ অলপ উনুকিয়াই থৈছোঁ।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে নিজক "কায়স্থ" বুলি উল্লেখ কৰি গৈছে। নিজ পুত্ৰ ৰামানন্দক চিলাৰায় দেৱানৰ ওচৰত মজিন্দাৰ বৃত্তি শিক্ষা দিয়াইছিল। তেৰাৰ দুই পুত্ৰক কায়স্থৰ কন্যাহে বিবাহ কৰাই দিছিল। নিজ কন্যাকো কায়স্থত বিবাহ দিছিল। খাতি-কুচিৰ আতাই ডিঙিত লগুন লৈ আছে। স্বপাক খায়, তেখেতৰ কথা আৰু কামত মিল ৰাখিব পৰা নাই।

শ্ৰীমন্ত শঙ্কৰদেৱে কৈৱৰ্ত্ত ৰাধিকা, নগা নৰোত্তম, গাৰো গোবিন্দ, চান্দচা আৰু বহুতক আধ্যাত্মিক ভাবত উন্মত্ত দেখি আঁকোৱালি লৈছিল। আজিকালিও এনি বেচাণ্ট, চিষ্টাৰ নিবেদিতা আৰু অনেক ঋষি-কন্যাব দৰে হৈছে।

বৈবাহিক সম্বন্ধ প্ৰাচীন কালৰপৰা সমাজত দেখা যায় আৰু তাৰেই ফল আমি ভাল দেখোঁ। মোগল বাদচাহ দুই এজনে ইউৰোপীয় কন্যা আনিছিল। তেওঁলোকৰ সুপুত্ৰৰ নাম পোৱা নাযায়। আমাৰ ইয়াৰ আমি জনাতো ইযাত ভাল ফল দেখা নাই।

ইয়াৰ কাৰণ বোধকৰোঁ সমাজত বিবাহ হ'লে সূতাৰে মণি গঁথাৰ দৰে হয় আৰু দুয়োৰো মনোবল বৃদ্ধি হয়—শান্তি হয় বুলি ভাবোঁ, এইটো আমাৰ দৰে ৭৪ বছৰীয়া বৃদ্ধৰ প্ৰাচীন অভিমত। হাপিতেৰ মোৰ সহোদৰ, মাযে ভাৰ্য্যা, দুয়োৰো ভাবো আমাৰ দৰেই হোৱাটো স্বাভাৱিক। আন যিবিলাক আমাৰ বন্ধু-বান্ধৱ আছে সিবিলাকৰ লগত আমাৰ তেজৰ সম্বন্ধ নাই—সেইসকলৰ বেচি ভাগেই ৰং চাবৰ অৰ্থে বাহিৰা স্ফূৰ্তি কৰা মানুহ। সিহঁতে নিজে কিন্তু নিজ সমাজ এৰিব নোখোজে। দূৰৰপৰা বন্ধু বুলি মাতি ভালুক-নচুৱা দি নচুৱাব খোজে।

পৰম পূজনীয় শ্ৰীযুত প্ৰতাপ গোস্বামীৰ ল'ৰা ছয়জন ছয়টা বিভাগত খিয় দি দেশ উজ্জ্বলাব ধৰিছে। বাকীজনো শীঘ্ৰে দেশত দেখা দিব। আমি তহঁত ছয় ভায়েৰক সেইদৰে দেশত খিয় দিবি

বুলি আশা কৰি আছোঁ। প্ৰেছ সম্বন্ধে তই সুদক্ষ হৈ উঠি ভাৰতত নামজ্বলা হবি বুলি মই ভাবি আছোঁ।

তই পূৰ্ণবয়স্ক, শিক্ষিত, মোতকৈ বৰ বেচি পঢ়িলি, বহুত দেখিলি, বহুতো শুনিলি আৰু নানা অভিজ্ঞতা লাভ কৰিলি ; তোক কবলৈ মোৰ বিশেষ একো নাই। ক'লে সেই আগৰ গল্পবোৰকেই মুখস্থ গাওঁ—

সন্তানৰ অৰ্থে জীৱন দিব পাৰে মাতৃয়ে, পিতৃ আৰু খুড়ায়ো ত্যাগ কৰিব পাৰে বহুতো, সেই কাৰণে আমি তিনিজনে তোৰ ভৱিষ্যৎ মঙ্গল চিন্তা কৰি প্ৰাচীন মত এৰিব নোখোজোঁ।

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে লিখিছে—"অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ"। আমি বিষয় আসক্তিত সদায় উন্মত্ত আছোঁ। আমি লোকাচাৰ আৰু শাস্ত্ৰাচাৰ মানিবই লাগিব। যিবিলাক "পৰম বিৰক্ত" তেওঁলোকৰ একো নিৰ্ণয় নাই—যেনে চান্দচা, গোবিন্দ, শ্ৰীমন্ত শঙ্কৰদেৱ আদি।

তোক মই কিমান বিশ্বাস কৰোঁ তই জান, ইমান দিনে তই যি ইচ্ছা কৰিছ মই বাধা দিয়া নাছিলোঁ—তোৰ মঙ্গলেই মোৰ কাম্য ; তোৰ মঙ্গলৰ অৰ্থে মই যিমান পাৰোঁ শক্তি অনুসৰি কাম কৰি আছোঁ। এতিয়া তই স্বসমাজত থাকি মোৰ বংশ উজ্জ্বল কৰিলে ভাল পাওঁ। মোৰ ভাব প্ৰকাশ হব পায়, তই যি ভাল দেখ কৰ। ভগবানে তোৰ সৰ্বপ্ৰকাৰ মঙ্গল কৰক। তোৰ ইচ্ছা মতেই যি ভাল দেখ কৰ। মই বেয়া অৱস্থাত আছোঁ। তই মোৰ ওচৰত অন্তত: ছয় সাত দিনমান থাকিলে সন্তোষ পাম। তই খালী সঙ্গ-সুখ মোক দিবি। মোৰ জীৱনৰ এইটো কামনা তই নিশ্চয় পূৰ কৰিবি। ইতি—

তোৰ বাবা

সংসাৰৰ প্ৰতি শেষ কৰ্তব্য দত্তবৰুৱাই যেন এইখন চিঠিতেই সমাপন কৰিলে। নিজৰ কবলগীয়া কথা, ঐহিক আৰু পাৰত্ৰিক সকলো কথাকেই যেন এইখন চিঠিতে সন্নিৱিষ্ট কৰি নিজৰ ভাবী উত্তৰাধিকাৰসকললৈ অন্তিম পত্ৰৰ দৰে এই চিঠিতেই নিজৰ সকলো মনোভাব প্ৰকাশ কৰিলে। কিন্তু এইটো কথা অস্বীকাৰ কৰিব নোৱাৰি যে তেওঁ পৰম সুখৰ মাজতো মাজে মাজে ভৱিষ্যতৰ চিন্তাত

অস্থিৰ হৈ উঠে। সংসাৰক সোণৰ কৰি গঢ়ি যাব পাৰিলেও তাৰ মাজতে ইন্দ্ৰসভাতো দৈত্য-দানৱৰ উৎপীড়নে দেখা দিয়াদি নানা বিমঙ্গলে দেখা দিব পাৰে। তাৰ প্ৰতিবিধান যদিও মানুহৰ হাতত নাই তথাপি মানুহে সচেষ্ট হৈ থাকিব লাগে, যাতে কোনো অপায়-অমঙ্গলে মানুহৰ মঙ্গল-মন্দিৰ বিধ্বস্ত কৰিব নোৱাৰে। সংসাৰত ধন-সোণ যেনেকৈ আৱশ্যক, সেইদৰে সদনাম, সৎকীৰ্তি, যশস্যা, গৌৰৱ আদিও মানুহৰ কাম্য। নিজ বংশৰ মান-মৰ্য্যাদা ৰক্ষা কৰা কথাটো নিচেই সহজ নহয়। তাৰ বাবে নিজৰ মনক যথেষ্ট গঢ় দি ল'ব লাগে। সংযত আৰু শোভন আচৰণ, প্ৰিয় বচন, বিনয়, নম্ৰ ব্যৱহাৰ, সাধুতা, দূৰদৰ্শিতা আৰু নীতিজ্ঞান সজ বংশৰ লক্ষণ। এই সকলোবোৰ লক্ষণৰ অনুশীলন নাথাকিলে তাৰ ঠাইত অবাঞ্চনীয় আচৰণ, স্বভাৱ আৰু প্ৰকৃতিয়ে দেখা দিয়ে। তেতিয়া সেইবোৰৰ অনুচৰে জাকিপাৰি নানাবিধ প্ৰমোদ আৰু প্ৰমত্ততাৰ প্ৰৰোচনা দি মানুহৰ সংসাৰ উজাৰ কৰি দি তোলপাৰ কৰিব খোজে। ধনৰ দাৰিদ্ৰ্যই মানুহৰ অপৰিসীম দাৰিদ্ৰ্য নহয়। অসৎ স্বভাৱ আৰু প্ৰকৃতিয়ে মনৰ সহজাত সুধৰ্ম আৰু সুলক্ষণ নাশ কৰি তাৰ ঠাইত বিকৃত আৰু কু-আচাৰৰ মনোভাব বহন কৰে তাতকৈ মনৰ দাৰিদ্ৰ্য আৰু একো নাই। ধনৰ দাৰিদ্ৰ্যই এই ক্ষতিপূৰণ কৰিব নোৱাৰে। সম্পূৰ্ণ জীৱন ধ্বংস কৰিহে মনৰ এই দাৰিদ্ৰ্য নিবৃত্ত হ'ব খোজে।

সেইদেখি দত্তবৰুৱাৰ অন্তিম চিন্তা এই যে তেওঁৰ সন্তানসকলৰ যাতে এই মনৰ দাৰিদ্ৰ্য নহয়। ঐশ্বৰ্য্যশালী মনৰ অধিকাৰী তেওঁলোক হওক এইটোৱেই তেওঁৰ কামনা।

১৯৫৯ চন ক্ৰমে আগবাঢ়ি আহিল। এই চনৰ পহিলা দুমাহমানৰ ভিতৰতে দত্তবৰুৱাৰ কাল ব্যাধিৰ পুনৰাক্ৰমণ চলিল। শ্বাস ৰোগত আক্ৰান্ত হৈ দত্তবৰুৱাই শাৰীৰিক কষ্ট নোভোগাকৈ থকা নাছিল। তথাপি সুদক্ষ আৰু অভিজ্ঞ চিকিৎসকসকলৰ পৰামৰ্শত আৰু চিকিৎসাত এই দুৰাৰোগ্য ব্যাধিৰ কৰাল গ্ৰাসৰপৰা আৰু একান্তৰূপে ভগৱন্তৰ অনুগ্ৰহত সময়ে সময়ে কষ্ট লাঘৱ পাই ৰক্ষা পাই আছিল।

ৰোগৰ প্ৰবলতাত অশ্ৰুক্ৰান্ত পৰিত্যাগ কৰি দত্তবৰুৱা উভতি

গ'ল নিজৰ ঘৰলৈ। নিজৰ ঘৰলৈনে ? হয়, আপাততঃ নিজৰ ঘৰলৈকে। তাত থাকে তেওঁৰ পত্নী শ্ৰীপাৰ্বতী দেৱী আৰু তেওঁৰ ছয়জন পুত্ৰ আৰু তিনিটি কন্যা। যি তিনিটি কন্যাই তেওঁৰ গোসাঁই ঘৰত গধূলি ৰামধুনৰ ভজন গায়—

ৰঘুপতি ৰাঘৱ ৰাজাৰাম, পতিত পাৱন সীতা ৰাম ॥
ঈশ্বৰ আল্লা তেৰে নাম, সৱকো সন্মতি দে ভগৱান ॥

দত্তবৰুৱাই ৰান্ধনি ঘৰৰ আহল বহল কোঠাত অকলে বহি ভাত খায়। ল'ৰা-ছোৱালীয়ে খায় একেলগে দক্ষিণৰে তেনেকুৱা আহল বহল কোঠাত। শান্তিত পৰিতৃপ্তিত দত্তবৰুৱাই ইগৰাহ ভাতৰ পিচত সিগৰাহ ভাত খায়। ৰোগক্লিষ্টৰ এই সুখ কাল-দেৱতাৰ আৰু সহ্য নহয। তেওঁ দুৱাৰ মুখেদি ভুমুকিযাই কয—'আৰুতো এইদৰে খোৱাৰ সময নাই।'

হাত-মুখ ধুই আচমন কৰি ক্লান্ত হৈ শুবলৈ যায় দত্তবৰুৱা নিজৰ পালেঙত। পালেঙৰ মূৰ শিতানতে কোনোবা যেন বিষ্ণু মূৰ্তি থিয় হৈ গায়—

দেহিনোঽস্মিন্ যথা দেহে কৌমাৰং যৌৱনং জৰা।
তথাদেহান্তৰপ্ৰাপ্তিৰ্ধীৰস্তত্ৰ ন মুহ্যতি ॥

আকৌ অলপপৰ বৈ কয়—

অন্তৱন্ত ইমে দেহা................ ।

১৮০৭ শকৰ ১৮ ভাদ, বুধবাৰ দত্তবৰুৱাৰ জন্ম দিবস। তাৰ পৰা ৭৩ বছৰৰ পাচত আৰু এটা দিন আহিল ১৮৮০ শকৰ ৬ ফাগুন, বুধবাৰ ( ইংৰাজী ১৯৫৯ চনৰ ১৮ ফেব্ৰুৱাৰী )।

সেইদিনা দুপৰীয়া ১২-৩০ বজাত দত্তবৰুৱাৰ জীৱন-বন্তি নিৰ্বাপিত হ'ল।

শোক-উৰ্মিৰ মাজত যথাৰীতি অন্ত্যেষ্টি-ক্ৰিয়া সম্পন্ন হ'ল। যশস্বিনী ৰাম-মাতৃ কৌশল্যাই যেনেকৈ দীৰ্ঘকাল সংসাৰত নানা শোক-দুখ সহ্য কৰি অন্তকালত পুত্ৰ-পৌত্ৰ পৰিবেষ্টিত হৈ কাল-ধৰ্ম লাভ কৰিলে সেইদৰে দত্তবৰুৱায়ো যশোধৰ্মত থাকি অন্তত স্বৰ্গ লাভ কৰিলে।

## ।। সহযোগী আৰু গুণগ্ৰাহী লোকৰ বিৱৰণী ।।

শ্ৰীঅম্বিকাচৰণ চৌধুৰী, মঙ্গলদৈ
২৭।৭।৫৯

তেখেতৰ লগত আমাৰ পৰিয়ালৰ, বিশেষকৈ পিতৃদেৱ কালীচৰণ চৌধুৰীৰ সম্পৰ্ক বৰ ঘনিষ্ঠ আছিল, কাৰণ দুয়োজনেই শিক্ষক আৰু সমাজসেৱী লোক আছিল। দত্তবৰুৱাই যেতিয়া যোৰহাট নৰ্মাল স্কুলত শিক্ষকতা কৰে তেতিয়া আমি একেবাৰে সৰু। মাজে সময়ে তেখেত আমাৰ ঘৰলৈ যোৱা কথা মনত পৰে; আমিও সৰুতে কেতিয়াবা কেতিয়াবা তেখেতৰ ঘৰলৈ (কালাকুচি) গৈছিলোঁ।

দত্তবৰুৱাই যেতিয়া প্ৰৱেশিকাৰ ভূগোলখন লিখে তেতিয়া আমি নিজেও শিক্ষক; নলবাৰী গৰ্ডন হাইস্কুলত কাম কৰিছিলোঁ। এই কিতাপখন লিখা সময়ত তেখেতে আমাৰ লগত বিশেষভাৱে আলোচনা কৰিছিল, কাৰণ সেই সময়ত হাইস্কুলৰ ওপৰ শ্ৰেণী দুটাত ভূগোল শিকোৱাৰ ভাৰ আমাৰ ওপৰতেই আছিল।

কায়স্থ জাতিৰ ইতিহাসখন লিখা সময়তো নানা ধৰণৰ আলোচনাত দত্তবৰুৱাৰ লগত যোগ দিয়াৰ সৌভাগ্যও আমাৰ ঘটিছিল।

দেৱীৰাম পাঠশালাখন স্থাপন কৰাৰ পাচত সেইখনক ক্ৰমে দেৱীৰাম পাঠশালা বালিকা মাইনৰ আৰু দেৱীৰাম পাঠশালা হাইস্কুললৈ ৰূপান্তৰিত কৰা সময়তো দত্তবৰুৱাই আমাৰ পৰামৰ্শ লৈছিল; সেই সময়ত শিক্ষকতা কাৰ্য্যৰপৰা আহি আমি স্কুল পৰিদৰ্শকৰ কামত সোমাইছিলোঁ।

নিজে জানিও আন দহজনৰ লগত আলোচনা আৰু পৰামৰ্শ কৰাৰ পাচতহে কামত হাত দিয়া গুণটো দত্তবৰুৱাৰ এটা বৰ

ডাঙৰ গুণ আছিল। অসমীয়া সাহিত্য জগতলৈ দত্তবৰুৱাৰ দান চিৰস্মৰণীয়; অসমীয়া জাতিয়ে দত্তবৰুৱাক কেতিয়াও পাহৰিব নোৱাৰিব।

* * *

**শ্ৰীশিৱ শৰ্মা, ডিব্ৰুগড়**
**৮।৭।৫৯**

তেওঁৰ লগত মোৰ প্ৰথম পৰিচয় ১৯১৬ চনত। তেতিয়া তেওঁ যোৰহাট নৰ্মাল স্কুলৰ সহকাৰী শিক্ষক আৰু মই এই চনতে যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ সহকাৰী শিক্ষক। তেতিয়া নৰ্মাল স্কুলৰ প্ৰধান শিক্ষক শৰৎচন্দ্ৰ গোস্বামী আৰু হাইস্কুলৰ প্ৰধান শিক্ষক আছিল লক্ষ্মীনাথ শৰ্মা। আমি ওচৰা-উচৰিকৈ আছিলোঁ। তেওঁ গুৰু শ্ৰেণীৰ ব'ডিঙত, লগত আছিল তেওঁৰ ভায়েক শ্ৰীবিচিত্ৰ-নাৰায়ণ দত্তবৰুৱা। শ্ৰীমান বিচিত্ৰ তেতিয়া হাইস্কুলৰ ছাত্ৰ। মই আছিলোঁ হাইস্কুলৰ ব'ডিঙৰ চাৰ্জত। দুয়োটা ব'ডিং প্ৰায় লগালগি কাৰণে আমাৰ দুয়োৰো ভিতৰত প্ৰায় দেখাদেখি হৈছিল। সময় বুজি মই তেওঁৰ ওচৰলৈ গৈছিলোঁ। এদিন মই তেওঁক সুধিলোঁ, "বৰুৱা, মই যেতিয়াই আপোনাৰ ওচৰলৈ আহোঁ আপোনাক কিবা কামত ব্যস্ত হৈ থকা পাওঁ। এইটো দেখি ভাল লাগে। মোৰহে এনেকুৱা ভাল কামত ধৈৰ্য্য নাথাকে দেখোন।" তেওঁ ক'লে, "আপোনালোক মোতকৈ জনা মানুহ। অভ্যাস কৰিলে মোতকৈ বেচি কাম কৰিব নোৱাৰিব কিয়?" এইটো সম্পূৰ্ণ সত্য কথা। নহ'লেনো 'অভ্যাসৰ নৰ, কৰ্ণ পথে কৰে শৰ' এই কথাৰ সত্যতা ক'ত? আমাৰ এই গুণফেৰা নথকা কাৰণে আমাৰ একো নহ'ল বুলিয়েই ক'ব পাৰি। সেইবাবে এতিয়া আৰু খেদ কৰিলে একো লাভ নাই বুলি এৰি দিছোঁ।

তেখেতৰ সকলো বিষয়তে একাগ্ৰতা থকা বাবে তেখেতৰ ওপৰত সকলো সন্তুষ্ট আছিল আৰু সেইবাবেই গোসাঁইদেউৰ* পৰা তেওঁ উদগনি পাই দোপতদোপে আগবাঢ়ি গৈ পাচত এজন

*শৰৎচন্দ্ৰ গোস্বামী।

সুনিপুণ লিখক হৈ উঠিছিলগৈ। সেই কাৰণেই গোসাঁইদেউৰ তেওঁ সকলো কথাতে সৌহাত আছিল। দত্তবৰুৱাই নিজ অভিজ্ঞতাৰ গুণত অসমীয়া ভাষাত কি কি পাঠ্য কিতাপৰ অভাব সেইটো উপলব্ধি কৰি সকলো বিষয়ৰ পাঠ্য কিতাপ যুগুত কৰা কামত লাগি যোৱাৰ ফলত সেই অভাব অনেক দূৰ কৰিবলৈ সক্ষম হৈছিল। অন্ধকাৰত পৰি থকা পুৰণি সাহিত্যও তেখেতে পোহৰলৈ অনাত অনেক দূৰ কৃতকাৰ্য্য হৈছিল বুলি ভাবোঁ। শিক্ষক হিচাবেও তেখেতে যথেষ্ট খ্যাতি আৰ্জিছিল বুলি সকলোৰে কোৱা শুনিছিলোঁ। তেখেতৰ অমায়িকতা সকলোৰে আদৰ্শনীয় আছিল। তেখেতৰ দুবাৰো পত্নী বিয়োগ হৈছিল বুলি তেওঁ মোক কৈছিল। তথাপি তেওঁক কেতিয়াও বিমৰ্ষ অৱস্থাত দেখা নাছিলোঁ। মোৰো প্ৰথমা পত্নী বিয়োগ হোৱাত তেওঁৰো বিয়োগ হোৱা কথা দেখুৱাই মোক প্ৰবোধ দিয়া কথা এতিয়াও মোৰ মনত পৰে। তেখেতক দেখিলেই মোৰ ভাল লাগি-ছিল, কিয়নো তেখেতৰ মুখত আছিল মধুৰ মিচিকিয়া হাঁহি। তেখেতৰ কোনো দোষ মোৰ চকুত পৰা নাছিল। তেখেতৰ সহকৰ্মী শ্ৰীযুত আদ্য শৰ্মাও তেওঁৰ লগত বোধহয় আৰম্ভৰপৰা শেষ পৰ্য্যন্ত আছিল। গতিকে বৰুৱাৰ বিষয়ে জানিবলৈ তেওঁৰ বাকী নাই। তেওঁৰপৰা তোমালোকে দত্তবৰুৱাৰ বিষয়ে ভালকৈ জানিবা।

মই তেওঁৰ লগৰপৰা ১৯২৪ চনত শিক্ষকতা পদৰপৰা বদলি হৈ নলবাৰী চাৰ্কোলৰ পৰিদৰ্শক হৈ গ'লোঁ। সেই পদ লৈ মোৰ যাবৰ ইচ্ছা নাছিল। গোসাঁইদেউ আৰু দত্তবৰুৱাই উদগনি দিয়াত মই গ'লোঁ আৰু ১৯২৮ চনলৈকে মই নলবাৰীত থাকিলোঁ। এই ৪ বছৰ তাত থাকি ভাল লাগিল। দত্তবৰুৱা কেতিয়াবা তেওঁৰ গাঁও কালাকুচিলৈ যাওঁতে মোৰ বহাত সোমাই কথা-বতৰা হৈ গৈছিল। তেখেতে মোক ভাল পাইছিল আৰু ময়ো তেওঁক অন্তৰেৰে ভাল পাইছিলোঁ। বহুদিন তেখেতক দেখা নাছিলোঁ। মই আন কামত নলবাৰীলৈ যাওঁতে সেই কাৰণে ভাগ্যক্ৰমে তেখেতক চাই আহিলোঁ।

অৱশেষত তেখেতৰ গুণ বৰ্ণাবলৈ মোৰ ভাষা নাই। যি পাৰোঁ লিখিলোঁ। তোমালোকে তাৰ ভিতৰৰপৰা আৱশ্যকীয় কথা জীৱনীত উল্লেখ কৰিব পাৰা। এই কাম কিমান দূৰ হয় জানিবলৈ বাট চাই থাকিলোঁ।

*　　*　　*

শ্ৰীযোগেন্দ্ৰনাথ চৌধুৰী, চেঙা
২৪।৬।৫৯

শ্ৰদ্ধাস্পদ হৰিনাৰায়ণ দত্তবৰুৱা এগৰাকী অমায়িক, কষ্ট-সহিষ্ণু, একনিষ্ঠ, দয়ালু, পৰোপকাৰী, অনুসন্ধিৎসু, ঈশ্বৰপৰায়ণ, নম্ৰ, উদ্যোগী, সমাজ-সেৱক আৰু কৰ্তব্যপৰায়ণ ব্যক্তি আছিল। এইবিলাক গুণ তেখেতৰ লগত কথা-বতৰা হোৱাত বা কৰ্মবিলাক দেখি তেওঁৰ গাত থকা বুলি জ্ঞান হয়।

১৯২৫ চনৰ মেই মাহত আমি প্ৰথম বটদ্ৰৱা চাবলৈ গৈ নগাৱলৈ উভতি আহোঁতে হৰিনাৰায়ণ দত্তবৰুৱাক শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামীদেৱৰ লগত নগাঁৱৰপৰা বৰদোৱা অভিমুখে খোজ কাঢ়ি যোৱা লগ পাওঁ। শুনিবলৈ পাইছিলোঁ যে তেখেতসকলে পুৰণি ধৰ্মপুথি অনুসন্ধানত তালৈ গৈছিল। তাতে তেওঁৰ লগত মোৰ প্ৰথম দেখা-দেখি। সেই সময়ত নগাঁৱৰপৰা বৰদোৱালৈ যোৱা আলিটো সুচল নাছিল, গতিকে যান-বাহনৰ অভাৱত খোজ কাঢ়ি যাব লগা হৈছিল। তেনেকুৱা অৱস্থাত দেখি তেতিয়াৰপৰাই তেওঁক অনুসন্ধিৎসু আৰু পৰিশ্ৰমী বুলি মোৰ ধাৰণা হয়। পাচত যেতিয়া মই যোৰহাটলৈ গৈ নিজ ব্যৱসায় কৰোঁ তেতিয়া দত্তবৰুৱাদেৱক প্ৰায় আবেলি গোস্বামীদেৱৰ তালৈ গৈ পাঠ্যপুথি আৰু শিক্ষাৰ বিষয়ে আলোচনা কৰা দেখা পাওঁ। মোকো মাজে-সময়ে তেখেতে তালৈ লগত লৈ যায়। দুয়োৰো আলোচনা শুনি মোৰ ভাল লাগিছিল।

হৰিনাৰায়ণ দত্তবৰুৱা এজন চৰিত্ৰৱান আৰু ঈশ্বৰপৰায়ণ পুৰুষ আছিল। তেখেতে সকলোৰে লগত মিলা-মিচা কৰিছিল যদিও সাধু-সজ্জনৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখিছিল। তাৰদ্বাৰা এয়ে প্ৰমাণ হয় যে তেখেতৰ জ্ঞান আহৰণ কৰিবলৈ অদম্য হেঁপাহ আছিল। ভগৱানৰ ওচৰত বিশ্বাস ৰাখি নিজৰ দৈনন্দিন কৰ্তব্য কৰা বাবে হয়তো যেই সেই কামকে নিৰ্ভুলভাৱে সম্পন্ন কৰিছিল। যোৰহাটৰ সাধু-মহন্ত, গোস্বামীসকলৰ লগত তেখেতৰ বৰ প্ৰীতি-ভাব আছিল। মাজুলীৰ দক্ষিণপাট, কমলবাৰী, আউনীআটী, গড়মূৰ আদি সত্ৰৰ গোসাঁই, মহন্তৰ লগত আপোনভাব আৰু তেওঁলোকৰ তালৈ অহা-যোৱা আছিল। বিশেষতঃ মাজুলীৰ চামগুৰি সত্ৰৰ সত্ৰাধিকাৰ

পৰিয়ালৰ লগত বৰ আপোনভাব আছিল। চামগুৰিৰ সত্ৰাধিকাৰ মহেশচন্দ্ৰ গোস্বামীদেৱে তেখেতক বৰ মৰম কৰা বুলি তেখেতে নিজে কৈছিল। সেইসূত্ৰে দত্তবৰুৱাদেৱৰ চেষ্টাত চামগুৰিৰ লগত মোৰ বৈবাহিক সম্বন্ধ ঘটে। পিচত যেতিয়াই মই চামগুৰিলৈ যাওঁ তেতিয়াই গোসাঁয়ে প্ৰথমহে "বৰুৱা বোপাৰ কুশল নে? তেখেত আমাৰ ইয়ালৈ কেতিয়া আহিব? তেখেতক ইয়ালৈ আহিব কবা" ইত্যাদি প্ৰশ্নেৰে তেখেতৰ মঙ্গল বাতৰি সুধিহে তাৰ পিচত নাতিনীয়েক আদিৰ বাতৰি লয়। ইয়াৰ দ্বাৰা ইয়াকে বুজায় যে সাধু-সজ্জনে তেওঁক আপোনজনতকৈ বেচি ভাল পাইছিল।

তেওঁ গা-ধুই গুৰুসেৱা কৰি গীতাৰ কেইটামান শ্লোক নপঢ়াকৈ কেতিয়াও ভাত নাখাইছিল। মই দেখা অৱস্থাত আনকি পুহমহীয়া ৰাতিও গা-ধুই হে ভাত খাইছিল।

তেখেত বৰ উদাৰ ভাবাপন্ন আছিল। সমাজখন বহল কৰিবলৈ চেষ্টা কৰিছিল। তেখেতে মোক কৈছিল যে উজনি অসম আৰু কামৰূপৰ কায়স্থসকলৰ ভিতৰত চিনাকি নোহোৱা হৈছে। বৈবাহিক সম্বন্ধত আবদ্ধ হ'লে যাতায়াত হ'ব আৰু উভয়ৰ লগত মিলা-প্ৰীতি হ'ব। সেইদেখি আমাৰ পিচতো তেখেতৰ চেষ্টাত গোৱাল-পাৰা জিলাৰ শালকোচাতো চামগুৰি সত্ৰৰ এজনী ছোৱালী বিয়া হয়। তেখেতৰ চেষ্টাত উজনি অসমৰ চলিহা, ৰাজখোৱা, দুৱৰা আদি কৰি বৰকাকতী, কায়স্থ পৰিয়ালটোৰ লগত চিনাকি হবলৈ এখন ডাঙৰ সভা সম্পন্ন হয়। তাত উজনি অসমৰ দুৱৰাকে আদি কৰি নামনি অসমৰ কায়স্থসকল এক শ্ৰেণীৰ বুলি অভিহিত কৰা হয়।

১৯৩০ চনত তেখেত কিবা কামত যোৰহাটৰপৰা বৰপেটালৈ আহি আমাৰ বৰপেটাৰ বহাত এদিন থাকে। পুনৰ তেখেতৰ লগত মোৰ তাতে দেখা হয়। মই তেতিয়া বৰপেটাতে চিকিৎসা ব্যৱসায় কৰিছিলোঁ। তাতে তেওঁ মোক লগ পাই যোৰহাটলৈ গৈ চিকিৎসা কৰিবলৈ বিশেষকৈ অনুৰোধ কৰে। মোৰ কিন্তু ইমান দূৰত গৈ চিকিৎসা ব্যৱসায়ত তিষ্ঠিব পাৰিম বুলি মনত ধাৰণা হোৱা নাছিল। বিশেষতঃ তেনেকুৱা ঠাইত গৈ ব্যৱসায় চলাবলৈ দৰৱ-পাতিৰ সম্বল নাছিল বুলি কৈছিলোঁ। তেখেতে কিন্তু মোৰ দৰৱৰ আলমাৰি পৰীক্ষা কৰি "যি আছে সেয়ে যথেষ্ট

হ'ব" বুলি কৈছিল আৰু সকৰপৰা আৰম্ভ কৰি ডাঙৰলৈ যাব উপদেশ দি যুক্তি দিছিল। তেতিয়া তেখেতৰ কথাত সন্মত হৈ দুমাহমান পিচত যোৰহাটলৈ যাওঁ। তাত থকা-মেলাৰ সকলো বন্দোবস্ত কৰি দিয়াত মই অতি সহজে ব্যৱসায় আৰম্ভ কৰোঁ। তেখেতৰ চেষ্টাত তাৰ গণ্য-মান্য লোকসকলৰ লগত চিনাকি হৈ ব্যৱসায়ত উন্নতি কৰিছিলোঁ। তেখেতে মোক ইমান সজ উপদেশ কিয় দিছিল তেতিয়া বুজিব পৰা নাছিলোঁ। পিচতহে বুজি পালোঁ যে তেখেতে আনক নানা সজ বুদ্ধি দি আনৰ উপকাৰ কৰি কৰ্মক্ষেত্ৰত আগ-বঢ়াই দিয়াটো তেখেতৰ সহজাত প্ৰবৃত্তি আছিল।

নিজৰ ল'ৰা-ছোৱালী বা আন কাকো বেয়াকৈ কোৱা বা কাকো মাৰ-ধৰ কৰা তেখেতক মই কেতিয়াও দেখা নাই। বৰং দোষ দেখিলে সজ কথাৰেহে বুজাইছিল।

যোৰহাটত থকা কালত মোৰ তালৈ তেখেত নিতৌ গৈছিল, আৰু ব্যৱসায়ত কিমান আগ বাঢ়িছোঁ, আনকি দিনে কেইটকা পালোঁ তাকো খবৰ কৰি কামত আগবঢ়াই দিবলৈ চেষ্টা কৰিছিল। ময়ো তেখেতৰ তালৈ প্ৰায় নিতৌ এবাৰ গৈছিলোঁ। তেখেতৰ তালৈ যোৱাত মই কেতিয়াও তেখেতক এনেয়ে বহি থকা দেখা নাই, সদায় কিতাপ লিখি থকা বা কিতাপৰ 'প্ৰুফ' চাই থকা দেখা পাওঁ, তেনে অৱস্থাতে মোৰ লগত তেখেতে কথা হৈ থাকে। কথা কৈ থাকোঁতে লিখিও থাকে, আনকি দুপৰীয়া স্কুলৰ জিৰণিৰ সময়তো বহালৈ আহি লিখি থকা দেখোঁ। বন্ধৰ দিনা বা স্কুল ছুটীৰ পিচতো পুৱা, আবেলি, গধূলি সদায় লিখি থকা দেখোঁ। কেৱল সন্ধ্যাৰ আগে ২।১ ঘণ্টা আলিবাটত ফুৰে। খেলা খেলি বা এনেই গল্প কৰি সময় অতিবাহিত কৰা মই কেতিয়াও তেওঁক দেখা নাই। মোক মাজে মাজে তেখেতৰ লগত ফুৰিব নিয়ে। ইমান মানসিক পৰিশ্ৰম কৰাতো তেখেতৰ প্ৰায় শাৰীৰিক অসুখ হোৱা দেখা নাই। সেই সময়তে তেখেতৰ কিছুমান লিখা কিতাপ পাঠ্যপুথিৰ তালিকাত ভুক্ত হয় আৰু স্কুলবিলাকত তেখেতৰ কিতাপ সৰহকৈ চলে। এনেকৈ সদায় মানসিক পৰিশ্ৰম কৰি লিখা-পঢ়া কৰি থকাত মই তেখেতক কেলেই ইমান পৰিশ্ৰম কৰে বুলি সোধাত তেখেতে সহজ-ভাৱে উত্তৰ দিছিল—"জীৱনত কাম কৰাই উদ্দেশ্য, কৰ্মহীন জীৱনৰ

মূল্য নাই। ভৱিষ্যতে ঈশ্বৰে কি কৰিব দিয়ে দেখাচোন। ল'ৰা-ছোৱালী কেইটিৰ বাবে কিবা এটা কৰি থব লাগিব।" তেখেতে কাৰো পৰা ধাৰ নলৈছিল। আৰ্থিক অভাৱত পৰিছিল বুলি কাৰো আগত নকৈছিল। সদায় আড়ম্বৰহীন-ভাৱে দিন যাপন কৰিছিল।

তেখেতে মোকো এখন স্বাস্থ্যপাঠ লিখিবলৈ উপদেশ দিছিল। সুখ্যাতিৰে নৰ্মাল স্কুলত সৰব্‌ৰহীভাৱে কাম কৰি অৱসৰ গ্ৰহণ কৰি নিজ ঘৰ নলবাৰীত মুদ্ৰাযন্ত্ৰ আদি কাম আৰম্ভ কৰা সকলোৱে জানে। বিশেষকৈ ধৰ্ম গ্ৰন্থবিলাক ছপা কৰি ৰাইজৰ কিমান মহৎ কাম কৰি থৈ গৈছে তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। সিবিলাক ছপা নোহোৱা হ'লে অসমীয়া ৰাইজৰ ডাঙৰ সম্পত্তি নষ্ট হ'লহেঁতেন। এই কাম কৰি তেখেতে অসমীয়া জাতিটোৰ মহৎ উপকাৰ সাধন কৰিছে আৰু নিজেও অমৰ হৈ চিৰস্মৰণীয় কৰি থৈ গৈছে।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সাত দিনীয়া বছৰেকীয়া তিথি মহোৎসৱ পাতি শঙ্কৰী ধৰ্মৰ আৰু কৃষ্টিৰ সৰ্বাঙ্গীন উন্নতিৰ অৰ্থে চেষ্টা কৰিছিল। ধৰ্মৰ ব্যাখ্যা, কৃষ্টি প্ৰদৰ্শন আদিৰ জৰিয়তে মানুহৰ মন উক্ত ধৰ্মৰ আৰু কৃষ্টিৰ প্ৰতি আকৰ্ষণ কৰিবলৈ তেখেতে সদায় যত্নপৰ আছিল। সৌভাগ্যবশতঃ ময়ো সেই উৎসৱলৈ প্ৰত্যেক বছৰে নিমন্ত্ৰিত হৈছিলোঁ। এই উৎসৱ বৰ বহলভাৱে আৰু বৰ সুকলমে সমাপন হৈছিল। তাত বহু গণ্য-মান্য ধৰ্ম-পৰায়ণ আৰু দুখী-গৰীব সৰ্বসাধাৰণ লোকে যোগদান কৰিছিল। এই উৎসৱত কিমান টকা বছৰি খৰচ হয় ইত্যাদি সোধাত তেওঁ মোক সহজ-ভাৱে ঈশ্বৰত ভক্তি ৰাখি উত্তৰ দিছিল-"কিমান খৰচ হয় আমি হিচাব নাৰাখোঁ। ভগৱন্ত পুৰুষে যি দিয়ে তাকে খৰচ কৰা হয়। ঈশ্বৰৰ কৃপাত শ্ৰীগুৰুৱে তেখেতৰ কাৰ্য্য সম্পাদন কৰিছে। আমাৰ কি কৰিব সাধ্য আছে।"

.... .... ....

যি হওঁক তেওঁ সুখেৰে ঈশ্বৰৰ ওচৰত আশ্ৰয় লৈছে এয়ে সুখ আৰু তেখেতৰ কৰ্মময় জীৱনত যিমানবোৰ অপাৰ্থিৱ সম্পদ অসমীয়া জাতিৰ বাবে এৰি থৈ গৈছে তাৰ বাবে আমি গৌৰবান্বিত, আৰু তেখেতৰ আত্মাই স্বৰ্গত মহাসুখে বাস কৰক বুলি

ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ। উপসংহাৰত এয়ে মোৰ ধাৰণা যে বহুতো কৃতি সন্তানে বহুত ৰকমৰ চিন থৈ গৈছে কিন্তু হৰিনাৰায়ণ দত্তবৰুৱাদেৱৰ নিচিনা এনেকুৱা আধ্যাত্মিক সম্পদ এৰি থৈ যোৱা মহাপুৰুষসকলৰ পিচত আৰু নাছিল।

* * *

## শ্ৰীচন্দ্ৰনাথ দত্ত ফুকন, যোৰহাট

স্বনামধন্য হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত আমাৰ প্ৰথম পৰিচয় ঘটে ১৯০৯ চনৰ জানুৱাৰী কি ফেব্ৰুৱাৰী মাহত যেতিয়া মই যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ অষ্টম শ্ৰেণীৰ ছাত্ৰ আৰু তেওঁ উত্তৰ লক্ষীমপুৰ মজলীয়া ইংৰাজী স্কুলৰ সহকাৰী শিক্ষক। কিয় নাজানো, সেই দিনৰেপৰা আমাৰ ভিতৰত পৰস্পৰ মিলা-প্ৰীতি আৰু সোদৰোপম স্নেহ বৰ্তিবলৈ ধৰে। আনকি, যেতিয়া মই মেট্ৰিকুলেচন্ পৰীক্ষা পাছ্ কৰি কটন কলেজত পঢ়োঁ সেই চাৰি বছৰ কালছোৱাতো দত্তবৰুৱাদেৱৰপৰা পোৱা উৎসাহ আৰু উদ্দীপনাসূচক চিঠিৰ সংখ্যা ১০।১২ খনৰ কম নহ'ব। পুৰণি চিঠিবোৰ মোৰ হাতত বহু দিনলৈকে আছিল। ২য় মহাসমৰ কালছোৱাৰ ভিতৰত ১৯৪২ চনৰ গণ-বিপ্লৱৰ দিনত আমাৰ চাকৰিৰো একৰকম বিপ্লৱেই ঘটিছিল। দুবছৰ সময়ৰ ভিতৰতে (১৯৪২।৪৪ চন) পাঁচখন স্কুলত কাম কৰি পাঁচ ঠাইৰ জলবায়ু সেৱন কৰিবলৈ তেতিয়াৰ পৰিস্থিতিয়ে বাধ্য কৰিছিল। এনে সঘন স্থানান্তৰৰ ফলত বহু যতনেৰে সঞ্চয় কৰা আমাৰ সকলোখিনি চিঠি অনাদৰতে জহি-পমি গ'ল।

১৯১৯ চনৰপৰা ১৯৩২ চনলৈকে যোৰহাট নৰ্মাল স্কুলত দুয়ো সহকৰ্মী হিচাবে কাম কৰাৰ সুযোগ পাই পৰস্পৰৰ ভিতৰত থকা সৌহাৰ্দ্য আৰু কিছু ঘনীভূত হয়। সেই কালছোৱাত দত্তবৰুৱাদেৱৰ ঐকান্তিক কৰ্মপ্ৰৱণতালৈ লক্ষ্য কৰি কোনোৱে হয়তো কেতিয়াবা ব্যঙ্গসূচক মন্তব্যও কৰিছিল; কিন্তু সেই সময়ৰ সৰহভাগ সাহিত্যসেৱীসকলৰ মাজত তেওঁ যথাযোগ্য সন্মান লাভ কৰিবলৈ সমৰ্থ হৈছিল।

## দত্তবৰুৱাৰ জীৱন-কথা

"যত্ন কৰিলে ৰত্ন মিলে"—এই কথাষাৰ দত্তবৰুৱাৰ গাত বেচিকৈ ফলিযালে। চমুকৈ কবলৈ গ'লে, সময়, বিদ্যা আৰু অৰ্থই সদব্যৱহাৰ লাভ কৰিছিল দত্তবৰুৱাৰ ওচৰত। সময়োপযোগী চেষ্টাৰ ফলত যেনেকৈ শিক্ষকতা কাৰ্য্যত নিজ দক্ষতাৰ পৰিচয় দিব পাৰিছিল, তেনেকৈ নতুন কথাৰ অধ্যয়ন কৰাৰ আগ্ৰহ আৰু সাধু মিতব্যয়ীতাৰ অভ্যাসে তেওঁৰ সামাজিক আৰু বাস্তৱ জীৱন ক্ৰমে উজ্জ্বল কৰি তুলিছিল। এনে কৰ্মময় জীৱনৰ মাজেদি চৰকাৰী চাকৰি কৰা কালখিনিতে পাঠ্যপুথি আৰু উপন্যাস আদিৰ ৰচনাসমূহ কৰ্তৃপক্ষ আৰু সমাজ উভয়ৰে সমাদৃত হৈ পৰিছিল।

মোৰ যিমানদূৰ মনত পৰে ১৯৩৭ চনত দত্তবৰুৱাদেৱ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। যদি ১৯০৭ চনত নৰ্মাল ফাইনেল পৰীক্ষা পাছ কৰিয়েই চাকৰি লৈছিল তেতিয়া হ'লে চাকৰিয়াল প্ৰায় ৩০ বছৰ আৰু অৱসৰ কাল ২২ বছৰ (১৯৫৯—১৯৩৭) হব। শেষৰ ২২ বছৰ কাল যিমান দূৰ জানো কেৱল অসমীয়া বৈষ্ণৱ গ্ৰন্থ সঙ্কলন কাৰ্য্যত অতিবাহিত হৈছিল। তেওঁৰ শেষ চিঠি পাইছিলোঁ ১৯৫৬ চনত। সেই চিঠিত লিখিছিল যে মহাভাৰত আদিৰ সঙ্কলন কাৰ্য্য তেওঁৰ জীৱিত কালতে হব বুলি আশা কৰে। কিন্তু উপ-মহাভাৰত আদি আন পুথিৰ সঙ্কলন কাৰ্য্য আনে হাতত লব লাগিব।

১৯৫৭ চনত অনুষ্ঠিত হোৱা নৰ্মাল স্কুলৰ সোনালী জয়ন্তীত আমাৰ শেষ দেখা হয়।

* * *

শ্ৰীনকুলচন্দ্ৰ ভূঞা : যোৰহাট
১৩।৭।৫৯

[ ১১৩-১১৫ পৃঃ দ্ৰষ্টব্য ]

* * *

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস, সুন্দৰীদিয়া
২।১০।৫৯

১৯২৪ চনৰ ডিচেম্বৰ মাহৰ ৩১ তাৰিখ কি ১৯২৫ চনৰ জানুৱাৰী মাহৰ এক তাৰিখে মই যোৰহাট নৰ্মাল স্কুলত ছাত্ৰ হিচাবে উপস্থিত হওঁগৈ। তেতিয়া নৰ্মাল স্কুলৰ শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামী অধ্যক্ষ আছিল আৰু সহকাৰী অধ্যক্ষ আছিল মুক্তালাল কাখবৰুৱা। মাননীয় দত্তবৰুৱাৰ লগত মোৰ কোন তাৰিখৰ কোন শুভ-ক্ষণত দেখা হয়, ঠিক মনত নাই। তেখেত নৰ্মাল স্কুলৰ 'ভূগোল শিক্ষক' আছিল। নৰ্মাল স্কুলৰ 'ভূগোল মাষ্টৰ' বুলিলে দত্তবৰুৱা দেৱকেই বুজাইছিল। ভূগোলৰ বিষয়ে তেখেতৰ যথেষ্ট জ্ঞান আছিল। ভালকৈ নজনা বিষয়ে তেখেতে প্ৰথমতে নিজে ভালকৈ বুজি লৈহে ছাত্ৰসকলক শিক্ষা দিছিল। এই বিষয়ে তেখেতে বিজ্ঞান মাষ্টৰ প্ৰাণনাথ বুজৰবৰুৱা বি-টি, শ্ৰীযুত চন্দ্ৰনাথ দত্তফুকন বি-টি আৰু শ্ৰীযুত গোলাপচন্দ্ৰ বৰুৱা বি-টি দেৱৰপৰাও মাজে সময়ে সহায় আৰু দিহা-ভাৰসা লৈছিল। নানা কিতাপ-পত্ৰ আৰু বাতৰি কাকত পঢ়ি সাময়িক কথাবোৰ নোট কৰি থৈছিল। সেই নোটবিলাকেই সময়ত গৈ ছপা কিতাপত পৰিণত হৈছিল। তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰসকলক তেখেতে মাজে সময়ে গধূলি নিজৰ ঘৰলৈ মাতি নি আকাশ-মাৰ্গত থকা গ্ৰহ-নক্ষত্ৰ, সূৰ্য্য-গ্ৰহণ, চন্দ্ৰ-গ্ৰহণ, জোৱাৰ-ভাটা আৰু কাম-ছায়াৰ বিষয়ে শিক্ষা দিছিল।

১৯২৫ চনৰপৰা নৰ্মাল স্কুলত তিনি বছৰ পঢ়াৰ পাচত মোৰ পঢ়া সমাপ্ত হয়। সেই সময়ৰ নৰ্মাল স্কুলৰ শিক্ষক মহোদয়সকলৰ বিষয়জ্ঞান আৰু ছাত্ৰসকলৰ প্ৰতি কৰা ব্যৱহাৰৰ প্ৰতি মনত পৰিলে আজিও মনত এক অপাৰ আনন্দ হয়। নৰ্মাল স্কুলৰ শিক্ষক, ছাত্ৰ সকলোৰে মিলি এটা পৰিয়াল যেন আছিল।

নৰ্মাল পাছ কৰাৰ পাচতহে দত্তবৰুৱাদেৱৰ লগত মোৰ সম্বন্ধ গাঢ় হয়। এই সম্বন্ধ কেৱল শিক্ষাগুৰু হিচাবে নহয়—মোৰ আত্মাৰ জীৱনত পথ প্ৰদৰ্শক হিচাবেহে।

এগৰাকী মানুহৰ বিষয়ে নানা জনে নানা ভাৱত মন্তব্য দিব পাৰে, তাত কোনেও বাধা দিব নোৱাৰে। কিন্তু এইটোও ঠিক

যে, যাৰ বিষয়ে মন্তব্য দিয়া হয়, তেওঁৰ ভালকৈ ওচৰ চাপি লৈহে অতি সাৱধানে মন্তব্য দিব লাগে, আঁতৰৰপৰা দিয়া মন্তব্য ভুল হ'বও পাৰে। তেনে ভুল অনেকেই কৰা দেখা যায়। মোৰ পৰম ভাগ্য যে, মই কেইবা বছৰো দত্তবৰুৱাদেৱৰ ওচৰত থাকি তেখেতৰ বিষয়ে অধ্যয়ন কৰিবলৈ সুবিধা পাইছিলোঁ। মানুহৰ জীৱনত মাজে সময়ে দুই এটা ভীষণ বিপদ-ধুমুহা আহি পৰে। দুৰ্বল মনৰ মানুহক তেনে বিপদে সৰ্বনাশ কৰে। তেখেতেও কেইবাবাৰো সংসাৰ ধুমুহাত পৰা আমি জানো। কিন্তু তেখেতে সেই হেন সংসাৰ-ধুমুহাৰ মাজত পৰিও পৰমেশ্বৰৰ কৃপা ভিক্ষা কৰি ধৈৰ্য্য ধৰি থাকি কৰ্তব্য ভ্ৰষ্ট নহৈ তাৰপৰা উত্তীৰ্ণ হোৱাও আমি দেখা পাইছোঁ।

গোটেই অসমতেই তেখেতৰ বহুত সুযোগ্য ছাত্ৰ আৰু বন্ধু-বান্ধৱ আছে। সিবিলাকে তেওঁৰ জীৱনীৰ বিষয়ে এইদৰে আলোচনা কৰিব পাৰে—

(১) যোৰহাট নৰ্মাল স্কুলৰ আগছোঁৱাত দত্তবৰুৱা।
(২) যোৰহাট নৰ্মাল স্কুলত দত্তবৰুৱা।
(৩) অসম সাহিত্য সভাত দত্তবৰুৱা।
(৪) অসম শিক্ষক সভাত দত্তবৰুৱা।
(৫) অসমীয়া পাঠ্যপুথি সঙ্কলনত দত্তবৰুৱা।
(৬) নলবাৰীত দত্তবৰুৱা।
(৭) অবসৰ লোৱাৰ পাচত দত্তবৰুৱা।
(৮) সমাজ সংস্কাৰত দত্তবৰুৱা।
(৯) এক শৰণ নাম-ধৰ্ম প্ৰচাৰত দত্তবৰুৱা।
(১০) অসমীয়া বৈষ্ণৱ সাহিত্য প্ৰচাৰত দত্তবৰুৱা।

মই জনাত যোৰহাট নৰ্মাল স্কুলৰ "প্ৰভাত"খনেই (১৯১৫ চন) স্কুল হিচাবে অসমৰ প্ৰথম, প্ৰকাশিত আলোচনী। এই "প্ৰভাত"ৰ প্ৰতিষ্ঠাতা হ'ল শৰৎচন্দ্ৰ গোস্বামী মহোদয়। আমি পঢ়া কালত তাৰ সম্পাদক আছিল মাননীয় শ্ৰীযুত চন্দ্ৰনাথ দত্তফুকন বি-টি আৰু দত্তবৰুৱা ডাঙৰীয়া। "প্ৰভাত"ৰ কাৰণে ছাত্ৰসকলে নানা বিধৰ প্ৰবন্ধ দিয়ে। তাৰে সৰহ ভাগেই প্ৰকাশৰ যোগ্য নাছিল। কোনো

জনৰ আখৰ বেয়া, কাৰো হয়তো বিষয় জ্ঞানেই নাই। অথচ তেখেতসকলে সকলোবিলাক প্ৰবন্ধকেই ধৈৰ্য্য ধৰি পঢ়ি চাই প্ৰবন্ধ-পাতি লিখা বিষয়ে ছাত্ৰসকলক উপদেশ দিছিল। সিবিলাকৰ অনুগ্ৰহৰ ফলতেই "প্ৰভাত"ত মোৰ প্ৰথম প্ৰবন্ধ প্ৰকাশ হয়। এই ছেগতে মই তেখেতসকলৰ আশ্ৰয় লৈ কিতাপৰ প্ৰুফ্ চাবলৈকো শিকোঁ।

চতিয়াৰ লোকনাথ শইকীয়া মোৰ সহপাঠী বন্ধু আছিল। অসমীয়া সাহিত্যত তেখেতৰ বিশেষ হাত আছিল। "প্ৰভাত" আৰু নৰ্মাল স্কুলৰ হাতে লিখা আলোচনী "ছাত্ৰ"ত তেখেতৰ কেবা-টাও মূল্যবান প্ৰবন্ধ আছে। আমি পোনা কালত দত্তবৰুৱাদেৱে "পৃথিৱীৰ বাতৰি" (১৯২৭ চন) নামৰ এখন কিতাপ লিখে। তেখেতে দয়া কৰি এই কিতাপখনৰ প্ৰকাশৰ ভাৰ শইকীয়া আৰু মোৰ ওপৰত দিয়ে। এই সৰু কিতাপখন আজিকালিও কোনো কোনো পুথি ভঁৰালৰ চুকত পৰি থকা দেখা যায়।

দত্তবৰুৱা আছিল কৰ্মৰ প্ৰতিমূৰ্তি। তেখেতক দেখা পালে কেৱল কামলৈকেহে মনত পৰে। 'সজাগ হৈ চলা। কাম কৰা, পোহৰৰ পিনে আগবাঢ়ি যোৱা।' এয়ে আছিল তেখেতৰ জীৱনৰ আদৰ্শ। বেচি তৰ্ক-বিতৰ্ক কৰি সমাজত বিশৃঙ্খলা সৃষ্টি কৰিবলৈ তেখেতে ভাল নাপাইছিল। সমস্যামূলক কামবোৰ তেখেতে জনা-বুজা লোকৰ লগত আলাপ-আলোচনা কৰি বুজা-পৰা হৈহে কৰাৰ পক্ষপাতী আছিল। মোৰ জীৱনত মই তেখেতক এখন্তেক সময়ো মন মাৰি বহি থকা দেখা নাছিলোঁ। কোনো কামকেই তেখেতে আধা কৰি নেৰিছিল। ধন খৰচ কৰাতো তেখেতে বে-হিচাবী নাছিল। ছাত্ৰসকলক সদায় সজ পৰামৰ্শ দিছিল। কোনো ছাত্ৰৰ কিবা বিষয়ত উন্নতি হোৱা বাতৰি পালে চিঠি দিছিল। কোনো বন্ধু-বান্ধৱৰ ঘৰত কিবা বিপদ-আপদ হোৱাৰ বাতৰি পালে তেখেতে নিজে ঘৰত উপস্থিত হৈ খা-খবৰ লৈছিল। তেনে নানা কাৰণত যোৰহাট নগৰখন তেখেতৰ অতি আপোন যেন হৈ পৰিছিল। সেই সময়ত দাৰ্শনিক পণ্ডিত কোহিৰাম দাস বি-এ মহোদয়ে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহি "চন্দ্ৰকান্ত অভিধান" সঙ্কলনত ব্যস্ত আছিল। মাননীয় দাসদেৱৰ এই সঙ্কলনত দত্তবৰুৱাদেৱেও যথোচিত সহায় কৰিছিল।

# দত্তবৰুৱাৰ জীৱন-কথা

১৯৩০ চনত মই অসম সাহিত্য সভাৰ সভাৰ পক্ষৰপৰা সুৰমা উপত্যকাত থকা মান ভগনীয়া অসমীয়া ভাইসকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰ কৰিবলৈ যাওঁ। সকলো খৰচ অসম সাহিত্য সভাই বহন কৰিছিল। মোৰ ক্ষুদ্ৰ শক্তি মতে মই সেই উপত্যকাত থকা তাৰাপুৰ আদি মান ভগনীয়া গাৱত ঘূৰি ফুৰি প্ৰচাৰৰ কাম কৰি আহিছোঁ। সেই ভ্ৰমণৰ বিষয়ে "অসম সাহিত্য সভা পত্ৰিকা" আৰু "আৱাহনত" প্ৰকাশ হৈ গৈছে। মই সাধাৰণ বিদ্যাৰ মানুহ। তেতিয়া বয়সো কম আছিল, পদে পদে ভুল হব পাৰে। এই প্ৰচাৰৰ কামত দত্তবৰুৱা, দেশ-প্ৰাণ লক্ষ্মীধৰ শৰ্মা, দেৱেশ্বৰ চলিহা, শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন, দেৱেন্দ্ৰনাথ বেজবৰুৱা আৰু শ্ৰীযুত দেৱেশ্বৰ শৰ্মা আদি সদাশয় লোকসকলে দিহা-পৰামৰ্শ দি মোক উৎসাহিত কৰিছিল। দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ দানৰ ফলত হোৱা চন্দ্ৰকান্ত ভৱন আৰু নৰ্মাল স্কুলকে কেন্দ্ৰ কৰি সেই সময়ত যোৰহাট নগৰত ভাষা আৰু সাহিত্য চৰ্চাৰ পৱিত্ৰ মলয়া বা বৈছিল।

আজি কেইবছৰমান আগতে মই চিলঙৰপৰা আহি অসম কেশৰী শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ লগত ফুৰি ফুৰি গৈ দত্তবৰুৱাদেৱৰ গুৱাহাটীৰ ঘৰত উপস্থিত হলোঁগৈ। সেই সময়ত তেখেতৰ তাত আন ভদ্ৰলোক কেইজনমান আছিল। এইখিনিতে কৈ থোৱা ভাল যে, মই মোৰ শিক্ষা গুৰুসকলৰ লগত সদায় সৰলভাৱে নিৰ্ভয়েৰে কথা হবলৈ সুবিধা পাইছিলোঁ। সিও তেখেতসকলৰ অনুগ্ৰহহে। সিদিনা তাত ৰগৰ উঠা কথা এটা হ'ল। তাকেহে উল্লেখ কৰা হ'ল। নানা আলোচনাৰ পাচত দত্তবৰুৱাদেৱে মোক সুধিলে, "তোমাৰ ঘৰখনৰ কাম কিমান দূৰ হ'ল ?"

মই টকা-পইচাৰ অভাৱৰ কথা কৈ ঘৰৰ কাম একো হোৱা নাই বুলি সমিধান দিলোঁ।

তেখেতে পুনৰ ক'লে, "মানুহৰ টকা-পইচাৰ অভাৱ কোনো দিনেই নুগুচে। যিমানে পইচা হয় সিমানে অভাৱ বাঢ়িহে যায়। তথাপিও কিছু যত্ন কৰি নিজৰ থকা পঁজাটি স্বাস্থ্য ৰক্ষাৰ উপযোগীকৈ বান্ধি লব লাগে। পজাটো দেখাতো ধুনীয়া হোৱা ভাল।"

তেখেতৰ কথা শুনি হঠাৎ মই এইদৰে ক'লো, "চাৰ! আপোনাৰ ভাগ্য আৰু মোৰ ভাগ্য একে সমান নহয়—সম্পূৰ্ণ বিপৰীত। আপুনি এটা গছৰ পাত ছিঙি আনিলে সি এশ টকীয়া নোটত পৰিণত হব আৰু মই ছিঙি আনিলে সি ফালিহে যাব। মই তাৰ প্ৰমাণ পাইছোঁ।"

মোৰ মুখত তেনে কথা শুনি, "হৈ না, কি কৰা হা!" বুলি তেখেত নিমাত হ'ল।

'হয় চাৰ, আপোনাৰ বৰ্ত্তমান দৈনিক আয় কিমান, মই তাৰ কিছু গম পাওঁ। পৰমেশ্বৰৰ কৃপাত আপোনাৰ ঘৰত লক্ষ্মী আৰু সৰস্বতী উভয়ে থিতাপি লৈছে। সেইবাবেহে মই এইদৰে কবলৈ সাহ কৰিলোঁ।"

ওপৰৰ কথাখিনি কিছু ব্যক্তিগত হ'লেও তাৰ ভিতৰত তেখেতৰ মহত্ত্ব ফুটি ওলাইছে। বিচাৰি চালে তেখেতৰ বিষয়ে এনেকুৱা কথা আৰু বহুত ওলাব।

নানা উৎথান-পৰ্তনৰ মাজেদি গৈ এজন মানুহে এইদৰে এখন ঘৰ আদৰ্শনীয় কৰি পাতিব পৰা লোক অসমত বৰ বেচি নোলাব। নিজৰ সহোদৰ, পুত্ৰ, ভতিজা আৰু ভাগিনসকলকো তেখেতে বিদ্বান আৰু আদৰ্শৱান কৰি গঢ়ি তুলিবলৈ যত্ন কৰিছিল। নলবাৰীৰ এই ঘৰখনত অলপ সময় থাকিলেই মোৰ কথাৰ প্ৰমাণ পাব। ঈশ্বৰৰ কৃপাত এই অভাজনৰ পজাটি সুন্দৰী সত্ৰৰ মুকলি পথাৰৰ মাজত সকলৈকে হ'লেও একৰকম হৈছে। এই পঁজাটি শিৱসাগৰ সদৰ মজলীয়া স্কুলৰ তাহানিৰ প্ৰধান শিক্ষক উমাকান্ত গগৈ (চেৰেকাপাৰ) আৰু দত্তবৰুৱাদেৱৰ হিত পৰামৰ্শৰ ফলতহে হোৱা বুলি কব লাগে।

অস্পৃশ্যতা বৰ্জন আৰু হিন্দু মাত্ৰকেই (মতা, মাইকী উভয়ৰে) মন্দিৰ আৰু নামঘৰত সম্পূৰ্ণ প্ৰৱেশৰ তেখেত পক্ষপাতী আছিল।

"ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ,<br>মৈচন গগন বিয়াপি ॥"

"যত জীৱ তত শিৱ" আৰু "তোমাৰেসে অংশ আমি যত জীৱ জাক"—মহাপুৰুষসকলৰ এই বাণীসমূহ তেখেতে কামত পৰিণত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। নলবাৰীৰ নিজা ঘৰত তেখেতে সাত দিন ধৰি গি পয়োভৰেৰে মহাপৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোভাৱ

তিথি পালন কৰাৰ ব্যৱস্থা কৰি গ'ল, তাক নেদেখা জনে অনুভৱ কৰিব নোৱাৰি। সেই কেইদিন নলবাৰীখনত একেবাৰে "হৰিনামৰ মহা মেলা" বহা যেন লাগে। তেখেতে এই নীহকিনক য'তে ত'তে নাম গাই নামৰ গুণ মাহাত্ম্য প্ৰচাৰ কৰিবলৈ নিৰ্দেশ দি গৈছে। তেখেতে নামৰ মাহাত্ম্য বুজি পাইছিল। সেই কাৰণেই নাম লৈ লৈ ভৱ-সাগৰ তৰি গ'ল।

অসমৰ সত্ৰসমূহেই অসমীয়া কৃষ্টি, সভ্যতা, ভাষা আৰু সাহিত্যৰ কেন্দ্ৰস্বৰূপ। সত্ৰসমূহত অসমীয়া জাতিৰ প্ৰাণ-বায়ু নিহিত আছে। তাকে ভাবিয়েই সত্ৰসমূহক তেখেতে পুনৰ উজ্জ্বল আৰু উন্নয়ন কৰিবলৈ যত্নপৰ হয়। এই কথা অসমবাসী লোক মাত্ৰেই জানে। অন্যান্য সত্ৰতকৈ তেখেতে মধুপুৰৰ আৰু বৰদোৱা সত্ৰৰ প্ৰতি বিশেষ দৃষ্টি দিছিল। জাতিৰ এই পৱিত্ৰ কামত তেখেতে অনেক আগ বাঢ়িছিল। মোৰ ওচৰত তেখেতৰ বহুত চিঠি আছে। তাৰে ভিতৰত মধুপুৰ সত্ৰৰ বিষয়ে মোলৈ লিখা চিঠিখন হুবহু তুলি দিয়া হ'ল—

শ্ৰীহৰি

নলবাৰী

৫।১১।৫৬

শ্ৰীমান শ্ৰীৰাম,

আশাকৰোঁ তোমাৰ ঘৰত সৰ্ব প্ৰকাৰ মঙ্গল। মধুপুৰ খানৰ উন্নয়নৰ কামৰ যত্ন চলিছে। মাননীয় মুখ্যমন্ত্ৰী* ডাঙৰীয়া ১৯ তাৰিখে মধুপুৰলৈ যাব বুলিছে। তুমি দলে-বলে গ'লে আনন্দ পাম। ইতি—

তোমাৰ—

শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

---

*সেই সময়ত মাননীয় শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীয়া অসমৰ মুখ্যমন্ত্ৰী আছিল।

তেখেতে চিঠি সদায় চমুকৈ লিখে। তাত বাহিৰা কথা নাথাকে। তেখেতৰ লিখা নতুন মানুহে পঢ়াত টান পাব।

মাননীয় দত্তবৰুৱা ডাঙৰীয়া আজি সোঁ-শৰীৰে আমাৰ মাজত নাই যদিও তেখেতৰ কাম আৰু বাণীসমূহে আমাক সদায় প্ৰেৰণা যোগাই থাকিব। বৰদোৱা আৰু মধুপুৰ থানৰ বাকী থকা কামখিনি সম্পূৰ্ণ হ'লে অসমীয়া জাতিৰ গৌৰৱ বাঢ়িব আৰু তেখেতৰ আত্মায়ো শান্তি পাব। মাননীয় দত্তবৰুৱা ডাঙৰীয়াৰ পৱিত্ৰ আত্মালৈ সেৱা জনাই সামৰণি মৰা হ'ল।

*　　　*　　　*

**শ্ৰীযোগেশ্বৰ বৰা : শিলঘাট**

পূজ্যপাদ হৰিনাৰায়ণ দত্তবৰুৱাদেৱ আছিল মোৰ শিক্ষাগুৰু। ঠিক মনত নাই ১৯১৬ কি ১৭ চনত মই যোৰহাট নৰ্মাল স্কুলত ভৰ্তি হওঁ। সেই বছৰৰপৰাই যোৰহাট নৰ্মাল স্কুলত তৃতীয় বাৰ্ষিক শ্ৰেণী আৰম্ভ হয়।

শ্ৰদ্ধাস্পদ শৰৎচন্দ্ৰ গোস্বামী প্ৰভু সেই স্কুলৰ অধ্যক্ষ আৰু শ্ৰীযুত কনকচন্দ্ৰ শৰ্মা কাব্যতীৰ্থদেৱ (নগাঁও) সংস্কৃত শিক্ষক হৈ মোৰ আগে আগেই সেই বছৰতে নৰ্মাল স্কুলত যকৰল হয়। আগৰ বৃদ্ধ শিক্ষক আছিল পূজ্যপাদ বিদ্যাধৰ বুজৰবৰুৱা, ধনেশচন্দ্ৰ ঘোষাল আদি লোকসকল। তাৰ পাচতে শ্ৰদ্ধাস্পদ ঘনকান্ত বৰুৱা ইন্‌ষ্ট্ৰাক্টৰ, প্ৰাণনাথ বুজৰবৰুৱা, বিজ্ঞান মাষ্টৰ আৰু লগে লগে শ্ৰদ্ধাস্পদ হৰিনাৰায়ণ দত্তবৰুৱা এই স্কুললৈ এজন শিক্ষক হৈ আহে।

যোৰহাট নৰ্মাল স্কুলত যেতিয়া মই তেখেতক দেখোঁ, তেখেত সম্পূৰ্ণ ডেকা, মুখ উজ্জ্বল, আনন্দময়, প্ৰিয়দৰ্শন আৰু বিনীত। তেখেতৰ কথা কোৱাৰ প্ৰকৃতি সম্পূৰ্ণ বেলেগ। প্ৰতি কথাত হাঁহি বিৰিঙে। কথা অতি মিঠা, মধুৰ আৰু কম। তেখেতৰ সেই সময়ৰ সুন্দৰ মূৰ্তি এতিয়াও মোৰ মনত অঙ্কিত হৈ আছে। তেখেতক দেখিছিলোঁ সদায় বগা, পৰিষ্কাৰ পোছাকত, দেখিছিলোঁ ডিঙি বন্ধ দীঘলীয়া কোট পৰিধান কৰা। তেখেতৰ ব্যৱহাৰ অতি ভদ্ৰ আৰু

অমায়িক আছিল। সেই সময়ত নৰ্মাল স্কুলত আৰু গুৰুশ্ৰেণীত তিনিশৰো ওপৰ ছাত্ৰ আছিল। তথাপি কি কাৰণত কব নোৱাৰোঁ, তেখেতৰ লগত মোৰ আছিল স্বকীয়া পৰিচয়। তেখেতে মোক বিশেষকৈ জানিছিল আৰু ময়ো জানিছিলোঁ; সেইদৰেই মুঠতে মই তেখেতৰ এজন প্ৰিয় ছাত্ৰই আছিলোঁ। তেখেতে আমাক বুৰঞ্জী পঢ়াইছিল, কেতিয়াবা আন বিষয়ো।

তেখেতক দেখিছিলোঁ আন আন শিক্ষকসকলৰ লগত আনন্দ আৰু প্ৰীতিৰে সদায় সৰুটি হৈ ফুৰা। ১৯১৯ চনত যেতিয়া আমি তৃতীয় বাৰ্ষিক পৰীক্ষা দি আহোঁ, তেতিয়াৰপৰা কোন শিক্ষক কেতিয়া কলৈ গ'ল আৰু কব নোৱাৰোঁ।

পূজ্যপাদ শৰৎচন্দ্ৰ গোস্বামী, প্ৰাণনাথ বুজৰবৰুৱা আৰু শ্ৰীযুত কনক শৰ্মা কাব্য তীৰ্থদেৱৰ দৰ্শন লাভ কৰাৰ বাজে আন কোনো জনৰে দৰ্শন লাভ কৰাৰ ভাগ্য নঘটিল।

১৯৫৩ চনত অসম সাহিত্য সভাৰ চিলং অধিবেশনত পূজ্যপাদ দত্তবৰুৱাৰ নাম শুনিছিলোঁ, আৰু অলপ পাচতে তেখেতক দেখা পালোঁ—সাহিত্য সভাৰ পেণ্ডেলৰ সভাপতিৰ মঞ্চৰ ওপৰত, সভাপতিৰ হাতৰপৰা সাহিত্য সভাৰ প্ৰশংসা-পত্ৰ গ্ৰহণ কৰা। সভা ভঙাৰ পাচত তেখেতক দেখা কৰিবলৈ চেষ্টা কৰিলোঁ, কিন্তু সাগৰ সদৃশ নৰ-নাৰীৰ মাজত তেখেতক ক'ত পাওঁ! তেখেতক দেখা কৰি এটি সম্বৰ্দ্ধনা জনাবলৈ প্ৰবল ইচ্ছা আছিল; কিন্তু সি হৈ নুঠিল। মনৰ বাঞ্ছা মনতে মাৰ গ'ল।

৩৫ বছৰৰ পাচত তেখেতক দেখা পালোঁ। আগতে দেখা বয়সৰ লগত তেখেতৰ গাৰ তেজ-ছবি সম্পূৰ্ণ বেলেগ। বাৰ্দ্ধক্যৰ জড়তাই যদিও তেখেতৰ তেজ-মাংস হ্ৰাস কৰিছিল, তথাপি তেখেতৰ মনৰ উৎসাহ আৰু প্ৰিয় দৰ্শনৰ আঁহি বৈ আছিল।

তেখেতক, যদিও বহুদিন এৰি আছিলোঁ, তথাপি তেখেতে মোক এৰি দিয়া নাছিল। নৰ্মাল স্কুল এৰিয়েই অলপ দিন শিক্ষা বিভাগত কাম কৰি ১৯১৯ চনত টেক্‌নিকেল স্কুল স্থাপনত লাগি যাওঁ—শিলঘাটত। স্কুল স্থাপন কৰি পুনৰ চাৰি বছৰৰ পাচত শিক্ষা বিভাগলৈ আহোঁ। শিক্ষা বিভাগত যেতিয়া কাম কৰি আছোঁ তেখেতৰ লিখা আৰু প্ৰকাশিত পুথিসমূহে কোনো কোনো সময়ত মোক চাৰিওফালে বেঢ়ি ধৰে।

তেখেতৰ অন্তৰৰ ভাবৰ লগত সদায় তেখেতৰ মূৰ্তিয়ে মোৰ মনত খেলা কৰি থাকে। সদায় সেইজনলৈ ভক্তিৰ ৰস বিৰিঙি থাকে। এতিয়াও তেখেতৰ ভূগোল আদি পুথিৰ মাজেদি মোক দেখা দি মোৰ মন আকৰ্ষণ কৰি থাকে। স্কুলীয়া পুথিত বাজেও আন চিত্ৰ-ভাগৱত আদি পুথি চুই, দেখি আৰু কেতিয়াবা পঢ়ি আনন্দ উপভোগ কৰোঁ আৰু গৌৰৱান্বিত হওঁ।

নৰ্মালত থাকোঁতেই তেখেতে শ্ৰদ্ধাস্পদ শৰৎচন্দ্ৰ গোস্বামী প্ৰভুৰ অনুগ্ৰহ পায়। তেখেতৰ আনুগত্যই সম্ভৱ এনে এজন জ্ঞানী লিখাৰু নীৰহ-নিপানী অসমীয়া সাহিত্যৰ সেৱক কৰি তোলে। সেই সময়ত ২।১ মাহ বা কিছুদিন স্কুলৰপৰা ছুটী লৈ কলিকতাত কিতাপ ছপাৰ প্ৰুফ চাবলৈ যোৱা আমাৰ মনত আছে।

তেখেতৰ ২।৪ খন কিতাপ ওলোৱাৰ পৰাই বৰ্তমানলৈকে মাতৃ ভাষাত অনেক সাহিত্য দান আৰু তেখেতৰ নলবাৰী, গুৱাহাটী প্ৰভৃতিৰ পুথি ভাণ্ডাৰ আদিৰ কৃতিত্বই গোটেই দেশকে জনাজাত কৰাৰ লগে লগে অসমীয়া সাহিত্য তথা জাতিলৈ এক অমূল্য সম্পদ আগ বঢ়ালে।

১৯৫০ চনত মোৰ "আত্ম জাগৰণ" পুথিখন প্ৰকাশ হৈ ওলায়। তাৰ আগতে 'শিলঘাট বুৰঞ্জী' আৰু 'নামৰ বাস্তৱতা'। সেই কিতাপৰ কিছুমান কপি তেখেতৰ পুথি ঘৰত খব পাঁৰানে বুলি ১৯৫৫ চনৰ আগ ভাগত লিখোঁ। তাৰ উত্তৰ খুব সম্ভৱ নিজ হাতেৰেই মোলৈ চিঠি লিখে।

শ্ৰীমান যোগেশ্বৰ,

....তুমিনো কি কিতাপ লিখিছা প্ৰত্যেকৰে দহ কপিকৈ মোলৈ পঠাবাচোন। ধৰ্মপুথিৰ আজিকালি আদৰ নায়েই—তথাপি পঠাবা।

ইতি

তোমাৰ—

শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

তাৰ পিচত ১৯৫৭ চনৰ আৰু ৫৮ চনৰ এপ্ৰিল মাহত গুৰুদেৱলৈ কিতাপ বিক্ৰী সম্বন্ধে লিখাত, ৫।৬।৫৭ আৰু ২৫।৫।৫৮

তাৰিখে ৭৮০ অনা আৰু ৯৮০ অনা সম্ভৱ সমুদায় কিতাপৰ কমিচন বাদে দাম পঠাই অনেক উপকাৰ সাধন কৰে।

ইয়াতে কোৱা যাওক অনেক পুথিঘৰে লিখকৰ প্ৰকাশিত পুথি বিক্ৰী কৰিবলৈ ৰাখে, কিন্তু অনেক তাগিদাতো তাৰ মূল্য পোৱা টান হয়। কিন্তু তেখেতৰ পুথিঘৰৰ উত্তৰ অতি নিয়মীয়া।

সিদিনা ১৯৫৮ চনৰ ডিচেম্বৰ মাহত কেইজনমান বন্ধুৰে সৈতে এখন কিতাপ বিক্ৰীৰ দোকান শিলঘাটত খোলা বুলি গুৰুদেৱলৈ ভিতৰুৱা চিঠি লিখোঁ। তেখেতে তাৰ উত্তৰত লিখিলে—

নলবাৰী

কল্যাণীয় বোপা, ২২।১২।৫৮

তোমাৰ পত্ৰ পাই নথৈ আনন্দিত হ'লোঁ। তোমাৰ ও তোমাৰ অনুষ্ঠানৰ সকলো প্ৰকাৰে মঙ্গল কামনা কৰিলোঁ। তোমাৰ চিঠিখন আমাৰ দোকানৰ অইন শাখা গুৱাহাটীত থকা কিতাপৰ দোকানলৈ পঠালোঁ। কাৰণ নলবাৰীতকৈ গুৱাহাটীৰপৰা কিতাপ নিলে তোমাৰ মালৰ Rail frieght বহুত কম হব। বৰ্তমান তোমালোকৰ অনুষ্ঠানৰ যি মূলধন আছে, সেইখিনিৰে সৈতে এজন গুৱাহাটীলৈ আহি কিতাপ লবা আৰু লাহে লাহে পৰিচিত আৰু বিশ্বাসৰ পাত্ৰ হৈ বাকীকৈ নিবও পাৰিবা। এই ৰকমে অসমৰ সকলোবোৰ ব্যৱসায়ীয়ে যথা-সময়ত বিপুল ঐশ্বৰ্য্য ও সন্মানৰ গৰাকী নোহোৱাকৈ থকা নাই। সময়ত সকলোবোৰ জানিবা। গুৱাহাটীলৈ আহিলে সবিশেষ জানিব পাৰিবা। বিশেষ নিলিখোঁ। ইতি—

তোমাৰ—
শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

ইয়াৰ পাচত তেখেতৰ মেনেজাৰৰপৰা ২৭।১২।৫৮ তাৰিখৰ এখন চিঠি পালোঁ। তাত কিতাপৰ তালিকা এখন পঠোৱাৰ কথা লিখিছে, আৰু লিখিছে........"কাগজৰ দাম বেচি। নগদ টকা নহ'লে কাগজ পোৱা সম্ভৱ নহয়। সেইহে সকলো কিতাপ ছপাই উলিয়াব পৰা নাই। এনে অৱস্থাত আপোনালোকক বাকী

হিচাবত কিতাপ দি আমি সহায় কৰা সম্ভৱ নহয়। মাৰ্জনা কৰিব। শ্ৰীযুক্ত দত্তবৰুৱাদেৱৰ অসুখ, আমিয়ে উত্তৰ দিয়াৰ ভাৰ পোৱাৰ বাবে ত্ৰুটী মাৰ্জনা কৰিব। ইতি—

আমাৰ লগৰীয়াসকলে কিতাপ বিক্ৰী দোকানৰ টকা যথাযোগ্য ৰকমে সংগ্ৰহ কৰিব নোৱাৰিলে। কিতাপৰ দোকান কৰা নহ'ল। পুনৰ তেখেতলৈ চিঠি লিখি ক্ষমা ভিক্ষা মগা হ'ল। এয়ে তেখেতৰ লগত শেষ সংশ্ৰৱ।

মই তেখেতৰ কোনো উপকাৰত আহিব পৰা নাই, কিন্তু তেখেতে তেখেতৰ বৃদ্ধ অৱস্থাত আনকি মৃত্যুৰ সময়লৈকে মোক অনুগ্ৰহ দৰ্শালে।

সিদিনা যেতিয়া তেখেতৰ মৃত্যুৰ বাতৰি শুনিলোঁ, সেই ঠাইতেই থিয় হৈ দুই মিনিট হাতযোৰ কৰি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰি মৃতকৰ আত্মাৰ সদ্গতি কামনা কৰিলোঁ।

তাৰ পাচত কলিয়াবৰ হাইস্কুলৰ সদৌ শিক্ষক-ছাত্ৰ-ছাত্ৰী মিলি সেই অৰ্থে এই হাইস্কুলৰ প্ৰাঙ্গণত হোৱা সভাত তেখেতৰ সকলো গুণানুকীৰ্তন কৰি শ্ৰদ্ধাঞ্জলি অৰ্পণ আৰু আত্মাৰ সদ্গতি কামনা কৰা হয়। অৱশেষত সন্তপ্ত পৰিয়াললৈ সমবেদনা জনোৱা হয়।

*　　　*　　　*

শ্ৰীগিৰিকান্ত দেৱ অধিকাৰ
সত্ৰাধিকাৰ, সুন্দৰীদিয়া সত্ৰ : সুন্দৰীদিয়া

যি বছৰত শ্ৰীমদ্ভাগৱত সম্পূৰ্ণ দ্বাদশস্কন্ধ প্ৰকাশ কৰা হয় সেই বছৰতে দত্তবৰুৱাৰ লগত মোৰ বিশেষ ধৰণৰ আলাপ-আলোচনা হয়। আলাপত সদায় শাস্ত্ৰৰ আধ্যাত্মিক বিষয়বহে কথা হৈছিল। নাম-কীৰ্তনৰ ভিতৰত কি তত্ত্ব নিহিত আছে, তাকে বাহিৰ কৰাৰ অৰ্থে তেখেতে প্ৰশ্ন কৰে আৰু উত্তৰস্বৰূপে নিশ্চিত হয় নৱ বিধ ভক্তিৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্তন। শ্ৰীমন্ত শঙ্কৰ গুৰুৱে এই দুইবিধকে শ্ৰেষ্ঠ ভক্তিৰ পথ বুলি প্ৰচাৰ কৰে। তেৱাৰ আহিৰে দত্তবৰুৱাদেৱেও

নাম-কীৰ্তনৰ কোবাল সোঁত বোৱাবলৈ দূৰ দূৰণিৰ লোকজনৰ সমাগম কৰাই নাম-কীৰ্তনৰ ব্যৱস্থা কৰে। তাত তেখেতে এটি বিশেষত্ব দি গ'ল—শ্ৰৱণ আৰু কীৰ্তন। পাঠকে ঘোষা দিলে সকলোৱে মনোযোগেৰে শুনিব লাগে। পিচত সকলোৱে সমস্বৰে গাব লাগে। এইখিনি কৰোঁতেই শ্ৰৱণ আৰু কীৰ্তন দুয়োবিধ ভক্তি সম্পন্ন হয়। ইয়াৰ আগতে সেই অঞ্চলত এনেকি আজিও বহু ঠাইত পাঠক-পালি সকলোৱে সমস্বৰে ঘোষা ধৰাহে দেখা যায়। তেখেতে কিন্তু এই বিশৃঙ্খলতা প্ৰায় গুচোৱা বুলিব পাৰি।

তেখেতে উজনি আৰু ভাটি সকলো ঠাইৰে নাম-কীৰ্তনৰ প্ৰণালী যাতে একেধৰণৰ হয় তাৰ বাবেও যথেষ্ট চেষ্টা কৰিছিল, কিন্তু সেইটো হৈ নুঠিল। কাৰণ তেখেতৰ কৰ্মময় জীৱনৰ ম্যাদ উকলি পৰিল বাবে সেই চেষ্টাটো কাৰ্য্যকৰী নহ'ল।

তেখেতৰ জীৱনৰ ভিতৰত আৰু এটি কাম শৃঙ্খলাৰ মাজলৈ আনিব নোৱাৰিলে—নাগৰা নাম। শ্ৰীগুৰুৰ প্ৰণালীৰ ভিতৰৰ নাম নহয় বাবে তাৰ পৰিবৰ্তন কৰিবলৈ অনেকবাৰ তেখেতে সেই পাঠক-সকলক অনুৰোধ আৰু যুক্তি আদি দিছিল।

নাম-কীৰ্তনবিলাকত শ্ৰীগুৰুৰ ৰচিত শাস্ত্ৰৰ পদ-ঘোষাহে যাতে গোৱা হয়, তাৰ বাবে প্ৰতিজন পাঠকক উপদেশ দিয়াৰ লগতে শ্ৰীগুৰুৰ ৰচিত শাস্ত্ৰও উপহাৰস্বৰূপে দিছিল।

সকলো সম্প্ৰদায়ৰ ভিতৰত যাতে একতা থাকে তাৰ বাবে আমাক সদায় সকীয়াই দিছিল। নাম-কীৰ্তনত সেইবাবে সকলো সম্প্ৰদায়ৰে গোঁসাই, মহন্ত, পাঠকক নিমন্ত্ৰণ কৰিছিল। সকলো সম্প্ৰদায় বোলোতে মহাপুৰুষীয়া, দামোদৰী, হৰিদেৱ, শ্ৰীচৈতন্য পন্থী আদিকহে ধৰা হৈছে।

তেখেতৰ জীৱনৰ এটা মহৎ উদ্দেশ্য আছিল মহাপুৰুষসকলৰ ৰচিত শাস্ত্ৰবিলাক যাতে প্ৰকাশ হয়। সেই অৰ্থে অনেক ঠাইৰ পৰা অনেক সাঁচিপতীয়া পুথি সংগ্ৰহ কৰি অসমৰ এটা মহৎ অপূৰণীয় কৰ্ম পূৰণ কৰিছে। 'শ্ৰীশঙ্কৰ বাক্যামৃত' আৰু 'মহা-ভাৰত' এই দুয়োখন প্ৰকাশ কৰাটো সাধাৰণ কথা নহয়। তেখেতৰ সদায় এটা লক্ষ্য আছিল নাম-কীৰ্তন, গীত-পদ আদি যাতে সত্ৰীয়া প্ৰণালীৰে গোৱা হয়। কিয়নো সত্ৰৰ প্ৰণালী আৰু সুৰ, ৰাগ

আদি সদায় পূৰ্বৰ অৰ্থাৎ শ্ৰীগুৰুৰ ঘোষিত মতে চলি অহাটোকে বাধা কৰিছিল।

পৰীক্ষিতৰ সাত দিনত ভাগৱত শ্ৰৱণত ব্ৰহ্মশাপ মোচন হোৱা আহিৰে সাতদিনীয়া পাল নামৰ ব্যৱস্থা কৰে আৰু সাত দিনৰ ভিতৰত ভাগৱত শেষ কৰাই পৰীক্ষিতৰ কথাটো প্ৰত্যয় কৰালে।

শ্ৰীগুৰুৱে হৰিজোঁৱাইক আৰু শ্ৰীমাধৱদেৱক ৰজাই কাটিবৰ হুকুম কৰা শুনি সাত দিনীয়া পালনাম পালন কৰিলে। নামৰ মাহাত্ম্যত শ্ৰীমাধৱদেৱ ৰাজদণ্ডৰ হাত সাৰিলে। সেই আহিৰে শ্ৰীমাধৱদেৱে সুন্দৰী সত্ৰত দ্বিতীয়বাৰ পালনাম ধৰে—আগৰদৰে সাত দিনীয়াকৈ। তেখেতেও সেই আহিৰে সাতদিনীয়া পালনাম ধৰে।

হৰি-কীৰ্তনত সকলোৰে সম অধিকাৰ জানি তেখেতে নাম-কীৰ্তনৰ মাজেৰে লোকৰ মাজত সেই ভাবটো প্ৰচাৰ কৰিলে। সকলোৰে মাজত ভাতৃভাব যাতে থাকে শ্ৰীগুৰুৱে তাকে দেখুৱাবলৈহে সমস্বৰে নাম গোৱা প্ৰথা কৰে আৰু তেখেতেও সেইটোকে লোকক বুজাই দিছিল। জাতি-অজাতি, স্পৃশ্য-অস্পৃশ্য ভাব নামৰ প্ৰভাৱেৰেই তেখেতে বহু প্ৰকাৰে মোহোৱা কৰিছে বুলি কব পাৰি।

* * *

## শ্ৰীপ্ৰতাপচন্দ্ৰ তালুকদাৰ : গুৱাহাটী

হৰিনাৰায়ণ দত্তবৰুৱাক পোন প্ৰথমে ১৯২৫ চনত যোৰহাটত লগ পাওঁ। তেতিয়া তেওঁ যোৰহাটৰ গুৰু ট্ৰেইনিং স্কুলৰ শিক্ষক। নৰ্মাল আৰু গুৰু ট্ৰেইনিং স্কুলৰ ছাত্ৰ কেজনমানৰে সৈতে এদিন মোৰ বহালৈ আহিছিল। আমি আটাই কেইজনে তেতিয়া চিনাকি হলোঁ। তেতিয়া মযো তেওঁৰ দলৰ লগতে বাহিৰলৈ ওলালোঁ। তেওঁ আমাক শৰৎচন্দ্ৰ গোস্বামীৰ বঙলা ঘৰলৈ লৈ গ'ল। তাতে আমাক গোস্বামীৰ লগত পৰিচয় কৰি দিলে। গোস্বামী তেতিয়া নৰ্মাল স্কুলৰ অধ্যক্ষ আছিল। তেতিয়াৰপৰা প্ৰত্যেক ৰবিবাৰ আৰু বন্ধৰ দিনত আমাৰ কামৰূপীয়া প্ৰবাসীসকলে দলে বলে ইশ্বৰ সিংহৰলৈ গৈ ফুৰিছিলোঁ। যোৰহাটৰ স্থানীয় লোকৰ

লগতো দত্তবৰুৱাৰ ঘনিষ্ঠতা আছিল। দত্তবৰুৱাৰ অকপট সামাজিক প্ৰীতি, আচাৰ ব্যৱহাৰ আৰু মিলা-প্ৰীতিৰে মাজেদি তেওঁৰ নিখুঁত মানৱীয় চৰিত্ৰ স্পষ্টভাৱে ফুটি উঠিছিল। তেওঁৰ সৰ্বতিকাল হিয়া-ভৰা হাঁহিটি মুখত বিৰিঙি আছিল—লোকান্তৰ হোৱাৰ সময়লৈকে। লাহে লাহে মোৰ লগত বন্ধুত্ব গাঢ় হৈ উঠিল, তেতিয়া আমি তেওঁৰ আৰু মোৰ ব্যক্তিগত ঘৰুৱা কথাবিলাকো খোলা খুলিকৈ ব্যক্ত কৰিব পৰা হলোঁ।

যোৰহাটৰ নৰ্মাল স্কুলৰ চৌহদৰ ভিতৰতে থকা চৰকাৰী ঘৰতে তেওঁৰ বহাটি। এথাৰ বজাৰপৰা চাৰি বজালৈকে তেওঁ শিক্ষকতা কাম কৰে। এইবুলি গিতো তেওঁ দুঘণ্টা ফুৰে, লগতে আন আন দৰকাৰী কামবিলাক সমাধা কৰে। তেওঁ ৰাতি পুৱা চাৰি বজাতে বিছনা ত্যাগ কৰি শৌচাচাৰ আৰু গা-ধোৱাৰ পিচত উপাসনা কৰে। তাৰ পিচত কিতাপ লিখা কামত দহ বজালৈ ব্যস্ত থাকে। তেতিয়া অসমৰ নিম্নপ্ৰাইমাৰী, ছাত্ৰবৃত্তি আদি স্কুলত কলিকতাৰ মেক্‌মিলান কোম্পানীয়ে প্ৰকাশ কৰা কিতাপবিলাক চলিছিল। দত্তবৰুৱাৰ লিখা পাঠ্যপুথিয়ে সেই অভাৱ পূৰণ কৰিলে। এই কামত তেওঁক শৰৎচন্দ্ৰ গোস্বামীয়ে যথেষ্ট উৎসাহিত কৰিছিল। ইয়াৰ লগে লগে তেওঁ অসমীয়া পৌৰাণিক পুথিবিলাক সংগ্ৰহ কৰা কামতো ব্যস্ত আছিল। তেতিয়া অসমৰ প্ৰায় ঘৰতে বঙালী ছপা কৰা ৰামায়ণ, মহাভাৰত, গীতা, শ্ৰীমদ্ভাগৱত আদি ধৰ্ম পুথিবিলাক পঢ়িব লগা হৈছিল। তেতিয়া অসমীয়া ধৰ্ম পুথি বিলাক সাঁচি-পাততে কিছুমান মানুহৰ ঘৰত আছিল। সেই কাৰণে অসমীয়া লোকে বঙালী ধৰ্ম পুথি বিলাক পঢ়িবলৈ ত্যাগ কৰিব পৰা নাছিল।

মই জনাত দত্তবৰুৱাৰ আৰ্থিক অৱস্থা টনকিয়াল নাছিল। দিনে ৰাতিয়ে পাঠ্যপুথি লিখি নেৰা নেপেৰা চেষ্টা আৰু বৰ্ণাব নোৱাৰা দুখ-কষ্টৰ মাজেদি তেওঁ ডেৰকুৰি বছৰ শিক্ষকতাৰ কাম কৰি অৱসৰ লয়।

তাৰ পাচত তেওঁ নলবাৰীত "উমা প্ৰেছ" নামেৰে এখনি ছাপাখানা, এখনি বয়ন বিদ্যালয় আৰু "দেৱীৰাম পাঠশালা" নামেৰে এখনি স্কুল স্থাপন কৰে। "দত্তবৰুৱা ব্ৰাদাৰ্ছ" নামে লগতে এখন কিতাপৰ দোকানো দিয়ে। এই ঠাইখিনি এখনি আশ্ৰমৰ দৰে গঠন

কৰি লয়। জীৱনৰ ভাটী বয়সত তেওঁ একাণপতীয়াকৈ লাগিছিল পুৰণি সাঁচিপতীয়া পুথিবিলাক সংগ্ৰহ কৰিবলৈ। তেতিয়াৰপৰা লোকান্তৰ হোৱালৈকে এই সময়খিনিত তেওঁ অসমীয়া মহাভাৰত, ৰামায়ণ, কীৰ্তন, শ্ৰীমদ্ভাগৱত, গীতা, চিত্ৰ-ভাগৱত, শ্ৰীশ্ৰীশঙ্কৰ বাক্যামৃত আদি অমূল্য আধ্যাত্মিক পুথিবিলাক প্ৰকাশ কৰিলে। জীৱনৰ বিয়লি পৰত তেওঁ মালিগাঁৱত "শ্ৰীগুৰু প্ৰেছ" নামে আকৌ এটি ছাপাখানা প্ৰতিষ্ঠা কৰে। এই সময়তে তেওঁৰ সুযোগ্য ল'ৰা শ্ৰীমান যোগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাক প্ৰেছৰ বিষয়ে প্ৰশিক্ষণ দিবলৈ লণ্ডনলৈ পঠাইছিল।

মাহে মাত্ৰ এশটকীয়া পাৰিতোষিক লৈ শিক্ষকতা কৰি এটি পৰিয়ালৰ ভৰণ-পোষণৰ যোগান দি ইমানবিলাক মহান কাম কৰাটো সিমান উজু নহয়। ইয়াকে কয় "সাধনাই কৃতকাৰ্য্যতাৰ দুৱাৰ মুকলি কৰে।"

দত্তবৰুৱা নীতিপৰায়ণ লোক আছিল। অকণো সময় তেওঁ অবাবত নষ্ট নকৰিছিল। শ্ৰীকৃষ্ণই অৰ্জুনক কৈছিল, "সখি নীতি-পৰায়ণবিলাকে যি নীতি পালন কৰে সেই নীতিয়ে মই।" সেই কৃষ্ণৰূপী "নীতি" ভগবানৰ আশীৰ্বাদতে দত্তবৰুৱাই ইমানবিলাক মহৎ কাম কৰিবলৈ সমৰ্থ হৈছিল।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱ কোন আছিল অসমৰ অনাখৰী লোকসকলৰ এটি গৰিষ্ঠ সংখ্যাই নাজানিছিল। কিন্তু তেৰা দুজনাৰ তিথি পালন কৰিছিল। এই লোকসকলে শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথিক ভাদৰ আতৈৰ তিথি আৰু শ্ৰীমাধৱদেৱক সৰুজনা আতৈৰ তিথি বুলি কৈছিল। শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱৰ বিষয় পোনতে লক্ষ্মীনাথ বেজবৰুৱাই এখনি চৰিত্ৰ কিতাপ লিখে আৰু বাঁহীত তেৰা দুজনাৰ বিষয় বাহুল্যকৈ প্ৰচাৰ কৰিছিল—শিক্ষিত সমাজৰ মাজত। "বাঁহী" প্ৰকাশ কৰিছিল চন্দ্ৰকুমাৰ আগৰৱালাই।

দত্তবৰুৱাই প্ৰকাশ কৰা শ্ৰীশঙ্কৰ বাক্যামৃত দুয়ো মহাপুৰুষৰ ধৰ্মমত বাহুল্যকৈ ব্যক্ত হৈছে। তাৰ লগে লগে মহাভাৰত, ৰামায়ণ, গীতা, শ্ৰীমদ্ভাগৱত প্ৰকাশ হোৱাত অসমবাসীয়ে শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱৰ অদ্বৈতবাদ নাম-ধৰ্মৰ মাজেদিও যে মানৱে মুক্তি লাভ লাভ কৰিব পাৰে,—সেইটো সাধাৰণ লোকেও স্পষ্টভাৱে ধাৰণা কৰিব



দেৱীৰাম পাঠশালা হাইস্কুল



অসম সাহিত্যসভাৰ ৩২শ তম নলবাৰী অধিবেশনৰ 'সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা স্মৃতি তোৰণ'।



নলবাৰীৰ উমা প্ৰেছ




গুৱাহাটীৰ শ্ৰীগুৰু প্ৰেছ—(১) পশ্চাদ্ ভাগ
(২) সন্মুখ ভাগ

পৰা হৈছে। শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱৰ নাম-ধৰ্ম প্ৰচাৰ কৰাত দত্তবৰুৱাৰ প্ৰকাশিত পুথিসমূহে (পৌৰাণিক পুথিসমূহে) এটি গুৰুত্ব-পূৰ্ণ বৰঙনি যোগান ধৰিছে। সেইবাবে আমি তেওঁৰ ওচৰত চিৰ কৃতজ্ঞ। ভগৱানে তেওঁৰ আত্মাৰ সদ্‌গতি কৰক—এয়ে মিনতি।

* * *

**শ্ৰীদ্বীপেন্দ্ৰ নাথ শৰ্মা : গুৱাহাটী**

জ্ঞান-বিদ্যা বিতৰণ কৰি লোক জ্ঞানী আৰু বিদ্বান হয়। আনক সেৱা আৰু পূজা কৰি লোক পূজনীয় হয়। ই চিৰসত্য। সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা এই ভাব আৰু আদৰ্শৰ জীৱন্ত উদাহৰণ আছিল। যেতিয়াই মই এইজনা পুৰুষক লগ পাইছিলোঁ তেখেতৰ লগত কথা-বতৰা পাতিছোঁ—উক্ত কেইষাৰ কথা মোৰ মনত ভালকৈ অনুভূত হৈছিল। তেখেতৰপৰা ইয়াঁকো জানিব পাৰিছিলোঁ যে আত্ম প্ৰতিষ্ঠাত মন দিব লাগে। তেখেত এই গুণৰ গুণী আছিল। সেই কাৰণে তেখেতে জ্ঞান-ৰাজ্যত প্ৰবেশ কৰি বিভিন্ন-মুখী ধাৰাৰ সাহিত্যৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল।

প্ৰাক্ শঙ্কৰী, শঙ্কৰী আৰু আধুনিক যুগৰ সাহিত্যৰ অৱদানে তেখেতৰ আৰু জাতিৰ গৌৰৱ বৃদ্ধি কৰিছে। হৰিনাৰায়ণ দত্তবৰুৱা কেৱল সাহিত্যৰত্নয়েই নহয়—তেখেত আছিল মানব-ৰত্ন। তেখেতৰ কাৰ্য্যাৱলীয়ে তাৰ প্ৰমাণ। তেখেতৰ মানসিক, চাৰিত্ৰিক আৰু আধ্যাত্মিক গুণৰ পৰিচয় দিছে তেখেতৰ সাহিত্যৰ অৱদানে। জগতত সাহিত্যসেৱী লোক বিৰল। সাহিত্যসেৱীসকল অতি-মানৱ। হৰিনাৰায়ণ দত্তবৰুৱাও আছিল এজন অতি-মানব।

ভাগৱত, মহাভাৰত আৰু চিত্ৰভাগৱত তেখেতৰ তিনিটি কীৰ্তি-স্তম্ভ। নিজ হাতৰ মুঠিৰ ধন ভাঙি প্ৰকাশ কৰা এই তিনিখন কিতাপে জাতিৰ গৌৰৱ বৃদ্ধি কৰিছে। কাৰ্য্যই জীৱনৰ চিনাকি। কাৰ্য্যই জীৱনৰ কীৰ্তিস্তম্ভ। হৰিনাৰায়ণ দত্তবৰুৱাৰ অৱদানসমূহ তেখেতৰ অজয়-অমৰ কীৰ্তিস্তম্ভ হৈ চিৰকাল জিলিকি থাকিব।

* * *

**শ্ৰীপ্ৰিয়দাস তালুকদাৰ : ডিব্ৰুগড়**

গুৰুদেৱৰ লগত মোৰ প্ৰথম সাক্ষাৎ হয় ১৯২৭ চনৰ ১১ মাৰ্চৰ ৰাতিপুৱা ৭ বজাত। প্ৰথম দৰ্শনত তেখেতৰ প্ৰতি মোৰ ভয় উপজিছিল। পিচলৈ সেই ভয়, লাজ আৰু ভক্তিলৈ ৰূপান্তৰিত হৈছিল। মোৰ পঢ়া-শুনা বা আচাৰ-ব্যৱহাৰ তেখেতে বেয়া বুলি জনাটো অতি লাজৰ কথা হৈ পৰিছিল; তেখেতৰ নৈষ্ঠিকতা, কৰ্তব্যপৰায়ণতা আৰু ব্যৱহাৰত আন্তৰিকতা অনুভৱ কৰি ভক্তি উপজিছিল।

নৰ্মাল স্কুলত তেতিয়াৰ দিনত দোক-মোকালিতে কছৰৎ কৰা নিয়ম আছিল। জহ-কালি জহতহ; জাৰ কালিৰ কুঁৱলী ওন্দোলোৱা ৰাতিপুৱাই কছৰৎ কৰিবলগীয়া হোৱাত তেতিয়াৰ ড্ৰিল মাষ্টৰ শ্ৰীযুত ভূধৰ গোস্বামীলৈ খং উঠিছিল—মোৰ নিচিনা বহুতৰে। টোপনিগধুৰ চকু-মুখত পানী দি কছৰত কৰিবলৈ গৈ উভতি আহিলে কিন্তু গাটো বৰ ভাল লাগিছিল।

সেই ৰাতিপুৱা সমুখৰ আলিবাটত এবাৰ কুঁৱলী ফালি গুৰুদেৱে তহলি ফুৰা সদায় চকুত পৰিছিল। ধকধকীয়া বগা কাপোৰত বাদে একো দেখা নগৈছিল বাবে প্ৰথমে চিনিকে নাপাইছিলোঁ, পাচলৈ এনেহে হৈছিল—তেখেতক নেদেখিলে সময়ৰ অগা-পিছা হোৱা বা কিবা অসুখ হোৱা বুলিহে ভাবিছিলোঁ।

সেই অৱস্থাত তেখেতৰ অসুখ নাছিলেই। পকা সুমথিৰা যেন সেই সময়ৰ চেহেৰাটিৰ এতিয়াও মনত দ চাপ আছে। নীতিনিয়মত চলা কাৰণেই তেখেতৰ স্বাস্থ্য সুন্দৰ আছিল।

ভূগোল শিক্ষক হিচাবে দত্তবৰুৱাৰ বৰ নাম। ভূগোলৰ বহু কথাই তেখেতৰ নখ-দৰ্পণত থকা যেন লাগিছিল। অসমৰ ইমূৰৰপৰা সিমূৰলৈ তেখেতে ফুৰিছিল বাবে অসমৰ কথা ভালকৈ জানিছিল। নানা কিতাপ-পত্ৰ আলোচনা কৰি আৰু ভূগোল কিতাপ লিখিবলৈ লৈ পৃথিৱীৰ আন আন দেশৰ কথাও জানিছিল।

সাহিত্যত আমি কোনো বৰঙণি যোগাব পৰা নাই যদিও সাহিত্য আলোচনা আদিত ৰাপ আছে। এই ৰাপৰ গুৰিতে গুৰুদেৱ দত্তবৰুৱা ডাঙৰীয়া। তেখেত তেতিয়া নৰ্মাল স্কুলৰ তিনি মহীয়া আলোচনী 'প্ৰভাত'ৰ সম্পাদক। তেখেতে এদিন কথা প্ৰসঙ্গত

ক'লে, "গল্প, কবিতা, প্ৰবন্ধ আদি যি পাৰা লিখিবা মই চাই দিম, ভাল হ'লে 'প্ৰভাত'ত প্ৰকাশ কৰিম।" লগতে কেনেকৈ কি লিখিব লাগে তাৰো অলপমান আভাস দিলে। তেখেতৰ উপদেশ আৰু অনুৰোধ মতে 'মাতৃ-কথা' বুলি এটি প্ৰবন্ধ লিখিছিলোঁ। প্ৰবন্ধ ভাল-বেয়াৰ জ্ঞান তেতিয়া খুব কমেই আছিল। কেবাদিনো দিওঁ-নিদিওঁকৈ থাকি এদিন অকলশৰীয়া অৱস্থাত তেখেতৰ হাতত প্ৰবন্ধটি দি থৈ আহিলোঁ। প্ৰবন্ধটি ছপালেও ছপাব, নছপালেও নছপাব; কিন্তু বেয়া হোৱা বুলি যেন তেখেতৰপৰা সমালোচনা নুশুনো, এই ভাব মনত লৈ বহুদিন শ্ৰেণীৰ সান্নিধ্যত বাদে আন সময়ত তেখেতৰ পৰা আঁতৰি ফুৰিছিলোঁ। ডেৰ মাহমানৰ মূৰত 'প্ৰভাত' ছপা হ'ল। সূচীপত্ৰত মোৰ নামটিও ছপা হৈ ওলাল। সেই দিনাখনৰ কিযে আনন্দ।—নতুনকৈ প্ৰবন্ধ-পাতি লিখা সকলেহে বুজিব। তাতে লগৰীয়াসকলৰ প্ৰশংসাই উৎফুল্ল কৰি তুলিছিল আৰু বেচিকৈ। প্ৰবন্ধটিত গুৰুদেৱে হাত ফুৰাই দিছিল যদিও সিয়ে মোৰ সাহিত্য সাধনাৰ প্ৰথম চাপ বুলি কবই লাগিব।

গুৰুদেৱে ৭ ঘণ্টামানহে শুইছিল। বাকী ১৭ ঘণ্টাৰো বেচি সময়ৰ ১২ ঘণ্টাৰো অধিক সময় কৰ্তব্যৰত আছিল। তাৰে ৫ ঘণ্টা অধ্যাপনা কৰিছিল, বাকীখিনি সময় কিতাপ লিখি কটাইছিল। বতৰ ভালে থাকিলে গধূলি আৰু ৰাতিপুৱা সদায় ফুৰিছিল।

গুৰুদেৱৰ ডাঙৰ গুণ নিষ্ঠা আৰু কৰ্তব্যপৰায়ণতা। তাৰ কাৰণেই তেখেত অসমীয়া ভাষা-সাহিত্যৰ বেদীত কেবা পাহিও সুগন্ধি ফুল ছটিয়াবলৈ সমৰ্থ হৈছে। স্কুলীয়া পুথিকে লৈ যিমানবোৰ পুথি তেখেতে ৰচনা কৰিলে, সঙ্কলন কৰিলে, সি বহুতৰে জীৱন কালত সম্ভৱ নহয়। অসমীয়া জাতিয়ে তেখেতৰ দানৰ কথা কেতিয়াও পাহৰিব নোৱাৰে।

অসম সাহিত্য সভাই তেনেঞ্জন লোকক বিশেষভাৱে স্বীকৃতি দিবলৈ নৌ-পাওঁতেই তেখেতৰ জীৱন-বন্তি নুমাই যোৱা বাবে দুখ লাগে। ভগৱানে তেখেতৰ আত্মাৰ সদগতি কৰক।

*　*　*

## শ্ৰীপ্ৰসন্নলাল চৌধুৰী : বৰপেটা

হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত মোৰ ১৯১৭।১৮ চনৰপৰাই দেখা-দেখি। তেতিয়া তেওঁ যোৰহাট নৰ্মাল স্কুলত শিক্ষক আৰু শৰৎচন্দ্ৰ গোস্বামী চুপাৰিণ্টেন্‌ডেণ্ট। তেওঁ থকা ঘৰটো আমি থকা ঘৰৰপৰা বৰ ওচৰা-উচৰি। ঘৰটো নৰ্মাল স্কুলৰেই ; বৰ ডাঙৰ নাছিল কাৰণে তেওঁ লগৰীয়াসকলৰ লগত প্ৰায়েই টুপৰ আগৰ সৰু মুকলি ঠাই ডোখৰতে বহিছিল। লগৰীয়াসকল আছিল কনক কাব্যতীৰ্থ, ভৰত চলিহা, প্ৰাণনাথ বুজৰবৰুৱা। তেওঁলোকে প্ৰায়েই পুথি-পাজি লৈয়েই আলোচনা কৰি থকা দেখিছিলোঁ। মই তেতিয়া নৱম মানৰ ছাত্ৰ, গতিকে মোৰ গতি-বিধি তেওঁলোকৰপৰা বহুত নিলগ। তেওঁলোকে কি বিষয়ে আলোচনা কৰি আছিল কব নোৱাৰিছিলোঁ ; কিন্তু দেখাত আলোচনা গহীন যেন লাগিছিল, বাজে কথাৰ ভাগ সম্ভৱতঃ নাছিল।

তেওঁলোকৰ' ছাত্ৰ ভৈৰৱ খাটনিয়াৰে (বজালীৰ কালজিৰা পাৰাৰ, পিচত গোলাঘাটত বিয়া কৰাই তাতেই আছিল) আমাৰ ঘৰত এটা ল'ৰা পঢ়াইছিল। তেওঁৰপৰা দত্তবৰুৱাৰ ঘৰত হোৱা মেলৰ কথাৰ গম পাইছিলোঁ। তাত কাব্যতীৰ্থই সংস্কৃত সাহিত্যৰ ব্যাখ্যা কৰিছিল (কাৰণ তেতিয়া শকুন্তলা নাটকৰ পাঠ চলিছিল), বুজৰ বৰুৱাই বিজ্ঞানৰ কাহিনী শুনাইছিল, চলিহাই ইংৰাজীৰ নানা বিষয় শুনাইছিল, দত্তবৰুৱাই অসমীয়া পুৰণি সাহিত্য পঢ়ি শুনাইছিল। আজি কালিৰ দিন হ'লে সেইবোৰ 'আলোচনা-চক্ৰ' বুলি বাতৰি কাকতত খবৰেই হ'লহেঁতেন।

ভৈৰৱ খাটনিয়াৰেই মোক তেখেতৰ ওচৰ চপাই দিছিল। মই আমাৰ স্কুলত এখন আলোচনী উলিয়াইছিলোঁ। তাত লিখা পদ্যবোৰ চাই খাটনিয়াৰে বহীখন নি ছপাবলৈ গা তুলি দিলে। মই আচৰিত হ'লোঁ,—তেওঁ মোক আশ্বাস দি বহীখন আকৌ নি তেওঁৰ শিক্ষককেই দেখুৱালে। শেষত দত্তবৰুৱাই ছপা কৰিব পাৰি বুলি মত দিলে। খাটনিয়াৰে মোৰ দাদা গণেশ চৌধুৰীলৈ টকাৰ বিষয়ে লিখিলে,— কিন্তু ঘৰত টকাৰ অভাৱ বুলি জনোৱাত সেইটো কথা তল পৰি থাকিল।

তেতিয়াৰপৰাই বাটত তেওঁৰ লগত দেখা-দেখি হ'লেই তেওঁৰ পৰা কোমল দৃষ্টি একোটি লাভ কৰাৰ সৌভাগ্য মোৰ ঘটি আছিল। তেখেতে লাহে লাহে "কলৈ গৈছিলা" বুলি মাতো দিয়া হ'ল। মই নিজকে অনুগৃহীত বুলি সেইখিনি সময়ত ভাবিলেও পাচত কিন্তু এটা অসুবিধাত পৰিলোঁ। বাটে-পথে লগৰ ল'ৰাৰ লগত বাহিৰা ধেমালি কৰা বন্ধ হ'বলগীয়া হ'ল ; কাৰণ হঠাৎ কেতিয়াবা তেওঁৰ নজৰত পৰিম বুলি ভয় হৈছিল। বিশেষকৈ আমাৰ ঘৰৰ আগতে আছিল বৰদা শৰ্মা এম্-এ। এওঁৰ লগতে মই অসময়তো আগৰ বাটটোত ঘূৰি ফুৰিছিলোঁ। তাত ফুৰিলে দত্তবৰুৱাৰ চকুত পৰাৰ সম্ভাৱনা বৰ বেচি আছিল। ১৯১৯ চনত মই যোৰহাট এৰাৰ পৰা দত্তবৰুৱাৰ লগত আৰু দেখা-দেখি হোৱা নাই।

তেতিয়া কাকতে-পত্ৰই শুনিছোঁ দত্তবৰুৱা কোম্পানীয়ে মহাভাৰত ছপাবলৈ যো-জা কৰিছে। বৰপেটাত তেঁওৰপৰা এখন চিঠি পালোঁ। তাত তেখেতে লিখিছে মহাভাৰতৰ কি কি পৰ্ব্ব আমাৰ ঘৰত আছে। মই তেখেতক জনাইছিলোঁ বোধহয় যে হেমচন্দ্ৰ গোস্বামীয়ে কিবা কিবা পৰ্ব গৱৰ্ণমেণ্টৰ হতুৱাই ছপাব বুলি লৈ গৈছে। সেইবোৰ কমিচনাৰৰ অফিচ লাইব্ৰেৰীত আছিল, পিচলৈ কি হ'ল আৰু খবৰ নাপালোঁ। তাৰ পাচত এদিন গুৱাহাটীৰ বাটত কিজানি ১৯৫০ চন মানত হঠাৎ তেওঁৰ লগত দেখা-সাক্ষাৎ হয়। তেওঁৰ গাত বাৰ্দ্ধক্য দেখা দিছে, কিন্তু মোৰ গাত কিজানি তেওঁতকৈও বেচিহে দেখা দিছে। তেওঁ মোক তৎক্ষণাত চিনি পালে আৰু সাবট মাৰি ধৰিলে। মোক যে তেওঁ কেনেকৈ চিনি পালে কব নোৱাৰিলোঁ। সময়ৰ ব্যৱধান মুঠেই কম নহয়। বাটতে বহুত খবৰ-বাতৰি কোৱাৰ পাচত মই এদিন নলবাৰীলৈ গৈ বিশদভাৱে কথা হোৱাৰ প্ৰতিশ্ৰুতি দি এৰা-এৰি হলোঁ। কিন্তু মোৰ আৰু সময় নহ'ল। এবাৰ তেওঁ বছৰেকীয়া সময়ত এখন সভাত মোক মাতিছিল, তাতো যাবলৈ সুবিধা কৰিব নোৱাৰিলোঁ।

শঙ্কৰদেৱৰ ৫০০ বছৰীয়া উৎসৱৰ সময়ত তেখেতে ইয়ালৈ আহি নাৰায়ণ দেৱ মিশ্ৰৰ হাতত থকা 'ভক্তিৰত্নাকৰ' পুথিখন উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছিল, হৰমোহন দাস আৰু শ্ৰীমহেন্দ্ৰ মোহন লগত আছিল। মিশ্ৰ ডাঙৰীয়াই পুথিখন দিব বুলি ক'লে, কিন্তু

কিবা-কিবি ভুল পুথিখনত আছে হেনো ; সেইবোৰ শুধৰাইহে দিব। কথা সিমানতে অন্ত পৰিল। পুথিখন শৰৎচন্দ্ৰ গোস্বামীয়ে সংগ্ৰহ কৰি জয়কৃষ্ণ মিশ্ৰক থবলৈ দিছিল, কিন্তু তেওঁৰ অকাল মৃত্যুত পুথি-খন মিশ্ৰ ডাঙৰীয়াৰ হাতত থাকি গ'ল। যিকি নহওঁক সেইখন প্ৰকাশ হৈছে যেতিয়া আৰু বিশেষ কথা নাই।

* * *

শ্ৰীভৰত চন্দ্ৰ দাস : বৰপেটা

১৯২০ চন। যোৰহাট নৰ্মাল স্কুলৰ পূৰ্ণ-যৌৱন-উদ্দীপ্ত অৱস্থা। শিক্ষক আছিল পূজনীয় শৰৎ গোস্বামী, বুজৰ বৰুৱা, দত্তবৰুৱা, ঘন বৰুৱা, শ্ৰীচন্দ্ৰনাথ দত্তফুকন, শ্ৰীগোলাপচন্দ্ৰ বৰুৱা, ধনেশচন্দ্ৰ ঘোষাল। দত্তবৰুৱা আছিল আমাৰ ভূগোল আৰু বুৰঞ্জীৰ শিক্ষক।

ছাত্ৰবৃত্তি স্কুলৰপৰা যোৱা আমি সকলো ছাত্ৰই প্ৰথম বাৰ্ষিক শ্ৰেণীত অসমৰ বিষয়ে ভূগোলত শিক্ষা লাভ কৰোঁ। দত্ত-বৰুৱাৰ শিক্ষাৰ প্ৰণালী, প্ৰত্যেক জিলাৰ ভিন ভিনকৈ মেপ অঁকা প্ৰণালী, নোট লিখা প্ৰণালী আজিও আমাৰ জলজল পটপটকৈ মনত আছে আৰু তাৰে সম্বলেৰে আজিও শ্ৰেণীত ভূগোল শিক্ষা দান কৰি শিক্ষকতা কৰি থাকিবলৈ সমৰ্থ হৈছোঁ। আজিলৈ তেখেতৰ দৰে বিষয়জ্ঞান থকা শিক্ষক লগ পোৱা নাই। তেতিয়া আজিৰ দৰে কিতাপ পাবলৈ নাছিল। তেখেতে ক'ৰবাৰপৰা কিতাপ (অন্য ভাষাৰ) যোগাৰ কৰি শ্ৰেণীলৈ কিদৰে সাজু হৈ গৈছিল। তেখেতৰ পঢ়া মেজত অসংখ্য কিতাপ, কাগজ-পত্ৰৰ হিজি-বিজি অৱস্থা আজিও মনত পৰে। সদায় সকলো সময়তে তেখেতে কিতাপহে পঢ়ি থকা বা বুজৰ বৰুৱাৰ লগত আলোচনা কৰি থকা দেখিছিলোঁ।

১৯২০ চনত আমি নৰ্মাল স্কুলত প্ৰথমে গৈছিলোঁ বাবে দত্ত-বৰুৱাৰ শিক্ষা-দান প্ৰণালীৰ বাহিৰে অন্য কথাৰ সংস্পৰ্শলৈ যাব পৰা নাছিলোঁ। কাৰণ আমি আজি-কালিৰ ছাত্ৰৰ দৰে শিক্ষকক বন্ধু বা লগৰীয়া বুলি ভাবিব নোৱাৰিছিলোঁ। আমাৰ মানত তেখেতসকল আছিল গুৰু—আমাৰপৰা বহু ব্যৱধান।

বিশেষকৈ মোৰ লগত তেখেতৰ অন্য সম্বন্ধ ঘটিবলৈ আৰম্ভ কৰিছিল। কি কাৰণত মই নাজানো, পূজনীয় গুৰুদেৱে কি কথাত মোক বিশেষ মৰম কৰিছিল নুবুজোঁ। অৱশ্যে আমি আজি যেনেকৈ শ্ৰেণীৰ ভিতৰত গুণী ল'ৰাৰ প্ৰতি বিশেষ প্ৰীতিভাব দেখুৱাও গুৰুদেৱেও বোধকৰোঁ সেই একে কাৰণতে মোৰ প্ৰতি প্ৰীতিভাব দেখুৱাইছিল—ই সৌভাগ্যৰ কথা।

১৯২১ চনত অৰ্থাৎ ২য় বাৰ্ষিক শ্ৰেণীৰ বছৰেকীয়া পৰীক্ষা শেষ হোৱাৰ লগে লগে মোক তেখেতে মাতি নি কিছুমান কিতাপৰ বাবে অকাই পকাই লিখা কাগজ ভালদৰে লিখি দিবলৈ কয়। তেতিয়াৰ পৰাহে বুজিব পাৰিলোঁ মই তেখেতৰ প্ৰিয় ছাত্ৰ আছিলোঁ বুলি। 'অসমীয়া সাহিত্য' কেইখনেই আগ নে 'শৰাই ঘাট' (চিত্ৰ দৰ্শন) উপন্যাসখনেই আগ মোৰ ভালদৰে মনত নপৰে। মই অতি সুন্দৰকৈ নিৰ্ভুলভাৱে লিখি দিব পাৰিছিলোঁ। তেখেতৰ আখৰ বৰ অকোৱা-পকোৱা আছিল—যেয়ে সেয়ে মাতিবলৈ টান পাইছিল। কিন্তু মোৰ হ'লে অভ্যাস হৈ গৈছিল, নকল কৰাত কোনো ভুল নহৈছিল। আনকি মোৰ লিখা তেখেতে নপঢ়াকৈয়ে প্ৰেছলৈ পঠাই দিছিল। নৰ্মাল স্কুলত থাকোঁতে তেখেতে লিখা 'গৃহ-কথা', আজি-কালিৰ আটাইকেইখন 'সাহিত্য সোপান', 'শৰাই ঘাট' আদি অন্যান্য সকলো কিতাপ মোৰ হতুৱাই তেখেতে সুন্দৰকৈ লিখাই লৈছিল। শৰাই ঘাটৰ এখন মেপো মই কিতাপত দিব পৰাকৈ কৰবাত চাই আঁকি দিছিলোঁ।

সম্ভৱতঃ ১৯২২ চনত তেখেতে গুৰু ব'ৰ্ডিঙৰপৰা নৰ্মাল ব'ৰ্ডিঙলৈ চুপাৰিণ্টেডেণ্ট হৈ যায়। তেতিয়া আমি অৰ্থাৎ মই আৰু শ্ৰীভগবানচন্দ্ৰ দাসে ২য় বাৰ্ষিকৰপৰা বছৰেকীয়া পৰীক্ষাত ১ম বিভাগ পোৱা দেখি আমাৰ প্ৰতি শিক্ষকসকলৰ এটি আকৰ্ষণ বাঢ়ি যায়,—আশা, ফাইনেল পৰীক্ষাত ভাল ফল কৰি স্কুলৰ তথা শিক্ষকসকলৰ গৌৰৱ বাঢ়িব বুলি। ভাগ্যে আমি দুয়ো সেই গৌৰৱ ৰাখিব পাৰিছিলোঁ।

২য় বাৰ্ষিক শ্ৰেণীত থাকোঁতেই সম্ভৱতঃ তেখেত বিপত্নীক হোৱাত নগাঁও জিলাৰ কোনোবা অধিকাৰৰ ছোৱালীৰ লগত পুনৰ বিয়া হোৱাৰ কথা মনত পৰে।

৩য় বাৰ্ষিক শ্ৰেণীত অৰ্থাৎ ২২ চনত তেখেতে অকল ভূগোলহে আমাক শিকাইছিল। কাথ বৰুৱা মহোদয়ৰ হাতত পৰিছিল বুৰঞ্জী শিক্ষাৰ ভাৰ। সেই বছৰত তেখেতে বৰুৱা লেঠাত মাজে সময়ে ছুটী লোৱা মনত পৰে আৰু সম্ভৱ সেই বছৰতে তেখেতে দৰমহাৰ 'চিলেক্‌চন গ্ৰেড' পায় আৰু মাজে সময়ে শিক্ষা বিভাগৰ ২য় শ্ৰেণীৰ (A. S. S. Class II) দৰমহাৰ পদত তেখেতৰ নিযুক্তি হয়।

হোষ্টেলৰ চুপাৰিণ্টেডেণ্ট হৈ থকা অৱস্থাত আমি ল'ৰাসকলে কি ৰান্ধো, কি বজাৰ কৰোঁ, কিদৰে বান্ধো আৰু কি খাওঁ সকলো খবৰ ৰাখিছিল। আনকি এটা পাগঘৰৰ ৰান্ধনৰ গুণাগুণ অন্য অন্য পাগঘৰত গৈ আলোচনা পৰ্য্যন্ত কৰিছিল।

১৯২৪ চনত ২ জানুৱাৰী তাৰিখে মই ২নং 'নৰ্মাল প্ৰেক্টিচিং' স্কুলৰ ২য় শিক্ষক হৈ পুনৰ যোৰহাটলৈ যাওঁ। তেতিয়া গোস্বামী আৰু ইন্‌স্পেক্টৰ স্মল চাহাবে সেই স্কুলত 'ডেল্টন প্ৰণালী' চলাই তাৰ পৰীক্ষা চায়। হেড্‌ পণ্ডিত আছিল পদ্মৰাম নাথ। আমাৰ দুয়োৰো প্ৰিয় ছাত্ৰ' আছিল সভাৰাম দাসৰ ল'ৰা শ্ৰীউপেন্দ্ৰনাথ হাজৰিকা। তেতিয়া নগাঁও স্কুলসমূহৰ ডি. আই. কেশৱচন্দ্ৰ দাস আৰু নগাঁও সদৰ মজলীয়া স্কুলৰ হেড্‌ পণ্ডিত উপাৰ্জন শইকীয়া আমাৰ স্কুললৈ 'ডেল্টন প্লেন' শিক্ষাৰ প্ৰণালী অধ্যয়ন কৰিবলৈ আহে। তেখেতসকল দুয়োৱে বুধি কৰি গোস্বামীক কৈ মোক নগাঁও মজলীয়া স্কুললৈ বদলি কৰি নিবলৈ সকলো ঠিক-ঠাক কৰি পেলাইছিল মোৰ অজ্ঞাতে। দত্তবৰুৱা মহোদয়ে এই কথা গম পাই নগাঁৱত মোৰ থকা মেলাত অসুবিধা হব বুলি, ভাৰাঘৰত থাকিলে অন্যায় হব বুলি সেই মোৰ বদলি গোসাঁইক কৈ ৰদ কৰে। অৱশ্যে মই ১৯২৫ চনত কমলপুৰ স্কুললৈ বদলি হৈ আহিবলৈ বাধ্য হওঁ।

সম্ভৱতঃ তেতিয়াই গোসাঁইৰ পৰামৰ্শমতে দত্তবৰুৱা মহোদয়ে বৰ্তমানৰ "সাহিত্য-সোপান" কেইখন লিখিবলৈ লয় আৰু ভালদৰে লিখি দিয়াৰ ভাৰ পৰে মোৰ ওপৰত। তেতিয়া আমি তিনিজন শিক্ষক অৰ্থাৎ মই, পদ্মৰাম নাথ আৰু নগাঁৱৰ শ্ৰীতোষেশ্বৰ শৰ্মা একেলগে আছিলোঁ। এদিন নাথে দত্তবৰুৱাক তামচা কৰি কৈছিল, —"আপুনি কিতাপ লিখি টকা আৰ্জি ধনী হব, এওঁৰ অৰ্থাৎ ভৰত দাসৰ কিতাপ নকল কৰি দিয়াৰ লাভ কি হব ?" তেতিয়া দত্তবৰুৱাই

উত্তৰ দিছিল মোৰ বিয়া হ'লে অলঙ্কাৰ এসাজ দিব বুলি। অৱশ্যে মোৰ বিয়াৰ সময়ত কমলপুৰলৈ তেখেতে কিছু টকা পঠাই দিছিল।

তেখেতৰ লগত ইয়াৰ পাচত বিশেষ সম্বন্ধ আৰু নাছিল, মাত্র জানিব পাৰিছিলোঁ তেখেতে মই যোৰহাট এবাৰ পাচতো শ্ৰেণীত মোৰ 'প্ৰশ্নৰ উত্তৰ' লিখাৰ (to the point) ধৰণৰ কথা কৈ মোৰ গুণৰ কথা কৈছিল। ইয়ো নিশ্চয় মৰম-প্ৰীতিৰহে চিন।

১৯৪২ কি '৪৩ চন। তেখেতে ইতিমধ্যে ৫৫ বছৰ বয়স নৌহওঁতেই চাকৰিৰপৰা অৱসৰ লৈ নিজৰ ঘৰ নলবাৰীত কিতাপৰ ব্যৱসায়ত ভালদৰে লাগে। মই তেতিয়া চকচকা মজলীয়া স্কুলত। এদিন কিতাপৰ সম্পৰ্কত নলবাৰীত গৈ তেখেতক দেখা কৰোঁ। তেখেত একেবাৰে ধ্যানী পুৰুষৰ দৰে বহি আছে। আলোচনাত জানিলোঁ, তেখেত তেতিয়া সম্পূৰ্ণ ভাগ্যবাদী, ভবিষ্যত জীৱনৰ বাবে একেবাৰে উদাসীন আৰু সকলো ঈশ্বৰৰ ওচৰত সমৰ্পণ। মই দেখি আচৰিত হ'লোঁ—মানুহৰ কিদৰে এনে পৰিবৰ্তন হয়—সংসাৰী হৈ ঋষি-মুনি হয় কেনেকৈ। শ্ৰদ্ধা জনাই বিদায় লওঁ। দুৰ্ভাগ্য সেই আদৰ্শ মই লব পৰা নাই আজিও।

পুনৰ মহাপুৰুষ শঙ্কৰদেৱৰ পঞ্চশত বাৰ্ষিক জন্মোৎসৱত বৰপেটাত ইয়াতে পুনৰ তেখেতক লগ পাওঁ—সভাৰ মাজত। মই লাহেকৈ তেখেতৰ ওচৰত গৈ বহাত তেখেতে মৰমেৰে মোক সাবটি ধৰি কুশল বাৰ্তা সুধি ওচৰতে বহুৱাই লয়। তাৰ পিচত আৰু তেখেতক মই লগ পোৱা নাই—কৰবাত কেতিয়াবা লগ পাম গৈ নেকি নাজানো।

* * *

**শ্ৰীৰমেশ চন্দ্ৰ গোস্বামী : বটদ্ৰৱা**

[ ১৪৬-১৪৭ পৃঃ দ্ৰষ্টব্য ]

## শ্ৰীতীৰ্থনাথ দেৱ গোস্বামী : বটদ্ৰৱা থান

হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত চিনাকি হোৱা আজি প্ৰায় চল্লিশ বছৰ হ'ল। প্ৰথম চিনাকিৰেপৰা তেখেতৰ লগত কথা হৈ বুজিব পাৰিছিলোঁ যে, তেখেতৰ জগত-গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতি অগাঢ় ভক্তি আৰু স্বজাতীয় প্ৰেম বৰ বেচি। সেই ভাৱকে লৈ সনাতন ভাগৱতী ধৰ্মৰ গ্ৰন্থসমূহ যাতে সত্ৰৰ ভিতৰতে আবদ্ধ নাথাকি সকলোৰে হাতে হাতে একোখন দিব পৰা যায়, তাৰ বাবে যত্ন আৰু চেষ্টা কৰিলে আৰু তাত ফলৱতীও হ'ল। নবোৱা বালি সত্ৰৰ শ্ৰীশ্ৰীযুক্ত শিৱেন্দ্ৰনাৰায়ণ দেৱ গোস্বামী বুঢ়াআতা পুৰুষৰ হাতৰপৰা যিখন পুথি নি তেৰাই ছপাশালত দিলেগৈ—সেইখন পুথি আমিয়ে দেখিবলৈ পোৱা নাছিলোঁ।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম স্থান এই বটদ্ৰৱাধাম সৰ্বতো প্ৰকাৰে যাতে উন্নত হয়, তাৰ নিমিত্তে তেখেতে আমাৰ লগত আলোচনা কৰিছিল আৰু সেই মতে যত্নও লৈছিল। এতিয়া বটদ্ৰৱা কীৰ্তন ঘৰৰ যি উন্নত অৱস্থা দেখা গৈছে সেই সম্বন্ধে যিয়ে যিমানেই নকওক, মূলতে দত্তবৰুৱাদেৱ আৰু আমি। পুথিসমূহ সংগ্ৰহ আৰু প্ৰকাশ কৰাৰ পাচতেই তেখেতে মহাপুৰুষৰ আন এটি সম্পদ আকাশী-গঙ্গা সংস্কাৰ কৰিবৰ কাৰণে আমাৰ ওচৰত আলোচনা কৰে আৰু সেই মৰ্মে এখন সমিতি পাতি প্ৰথমে তেখেতেই এহাজাৰ টকা আগ বঢ়ায়। আনৰ দান সংগ্ৰহ কৰাৰ উপৰিও তেখেতৰ যত্নতে গবৰ্ণমেণ্টৰ পৰাও পাচ হাজাৰ টকা পোৱা হৈছিল। কামত আগবঢ়া হৈছিল যদিও লগে লগে বাৰিষা অহাৰ কাৰণে সেই বছৰলৈ কাম স্থগিত ৰখা হ'ল। পিচৰ বছৰ কীৰ্তন ঘৰৰ কাম হোৱাত সেই ফাণ্ডত থকা টকাখিনি কীৰ্তন ঘৰত খৰচ কৰা হ'ল; ফলত তেখেতৰ জীৱিত কালত আকাশী-গঙ্গাৰ কাম হৈ নুঠিল। সেইবাবে তেখেতৰ কোনো বেজাৰ নাই। কীৰ্তন ঘৰতো তেখেতেই সৰ্ব প্ৰথমে এক হাজাৰ টকা আগ বঢ়াইছিল। নৱনিৰ্মিত কীৰ্তন ঘৰ প্ৰতিষ্ঠাৰ দিনা তেখেতৰ এই, ৰুগ্ন শৰীৰ লৈ যেনেভাৱে কীৰ্তন ঘৰত বহি একান্তমনে সেৱা কৰিলে তাৰপৰা তেখেত যে এজন প্ৰকৃত ভক্ত তাক আৰু বুজিবলৈ বাকী নাথাকিল। কাৰণ ভক্তিৰ বল

নাথাকিলে এই ৰুগীয়া শৰীৰ লৈ তেনেভাৱে ইমান জনতাৰ ভিৰৰ মাজত একান্তমনে কেতিয়াও বহি এনেভাৱে সেৱা কৰি (ধৰি) থাকিব নোৱাৰিলেহেঁতেন।

বটদ্ৰৱা মহাপুৰুষীয়া ধৰ্মৰ কেন্দ্ৰস্থল। গতিকে উক্ত ধামতে এখন সংস্কৃত বিদ্যাপীঠ খুলি তাত বিভিন্ন ধৰ্ম পুথিবিলাকৰ আলোচনা কৰি বটদ্ৰৱাৰপৰা সদৌ অসম তথা ভাৰতবৰ্ষত মহাপুৰুষৰ নিভাঁজ পৱিত্ৰ ভাগৱতী ধৰ্ম যাতে প্ৰচাৰ কৰিব পৰা যায়, তাৰবাবে বহু দিনৰেপৰা আমাৰ লগত আলোচনা কৰে। এইবাৰ তেখেতে মাহে ৩০ টকা হিচাবে ছয় মাহলৈ ১৮০ একশ আশী টকা ৰূপ আগ বঢ়ায়, আৰু যেতিয়ালৈকে গৱৰ্ণমেণ্ট সাহায্য নিদিয়ে তেতিয়ালৈকে তেখেতে মাহে ৩০ টকা হিচাবে দিবলৈ গাত লৈ বটদ্ৰৱাত শ্ৰীগুৰুৰো শিক্ষাগুৰু পূজ্যপাদ মহেন্দ্ৰ কন্দলীৰ নামত এখন সংস্কৃত বিদ্যাপীঠ খোলা হয়। এই বিদ্যাপীঠ গত ১৯৫৮ চনৰ নৱেম্বৰ মাহৰপৰা চলিছে।

তেখেতৰ লগত ধৰ্মৰ বিষয়ে, থানৰ বিষয়ে যিবোৰ কথা হৈছিলোঁ তাক প্ৰকাশ কৰিবলৈ ভাষা নাই আৰু প্ৰকাশ কৰিও অন্ত কৰিব নোৱাৰি।

*　　　*　　　*

শ্ৰীশ্ৰীবংশীধৰ দেৱ গোস্বামী
সত্ৰাধিকাৰ, চামগুৰি সত্ৰ

দত্তবৰুৱাক প্ৰথম লগ পাইছিলোঁ যোৰহাট নৰ্মাল স্কুলত। তেখেত আছিল তেতিয়া যোৰহাট নৰ্মাল স্কুলৰ শিক্ষক। ব্যক্তিগত পৰিচয় হোৱাৰ পাচত তেখেতে পুৰণি শঙ্কৰী ধৰ্মৰ গবেষণাৰ বাবে মোৰ পিতৃ মহেশচন্দ্ৰ আতাৰ আগত অনেক লাগতিয়াল কথা দাঙি ধৰি সেই উদ্দেশ্য কৰি পুৰণি সাঁচিপতীয়া পুথি সংগ্ৰহ কৰিবৰ কাৰণে তেখেতক অনুপ্ৰেৰণা দিয়ে।

তেখেতৰ মহান উদ্দেশ্যৰ কথা বুজিব পাৰি এই সত্ৰত থকা ৩০০।৪০০ বছৰৰ পুৰণি প্ৰায় ৪০।৫০ খনি সাঁচিপতীয়া পুথি

দেখুওৱা হয়। দত্তবৰুৱাদেৱে এই পুথি পাই আত্মা ঈশ্বৰৰ লগত গভীৰ ধৰ্ম তত্ত্বৰ বিষয়ে আলোচনা কৰে। তেখেতৰ ধৰ্মজ্ঞানৰ প্ৰতি স্পৃহা দেখি আমি মোহিত হওঁ আৰু যিমান দূৰ সম্ভৱ শঙ্কৰী ধৰ্মৰ পুথিসমূহ প্ৰকাশ কৰাত সহায় কৰিবলৈ আমি গাত লওঁ। এইদৰে দত্তবৰুৱাদেৱে আমাৰ লগত সম্বন্ধ স্থাপন কৰে। চিঠি-পত্ৰৰ আদান-প্ৰদান হৈ থকাৰ কালতে এদিন তেখেতে 'নামঘোষা' পুথি-খনিৰ সৰল ভাঙনীৰে কিতাপখনি লৈ আমাৰ সত্ৰত উপস্থিত হয়। আমি তেখেতৰ কাৰ্য্যৰ অশেষ শলাগ লওঁ। তেখেতৰ কামৰ প্ৰতি থকা অনুপ্ৰেৰণাই আমাৰ প্ৰাণত নতুন আশাৰ সঞ্চাৰ কৰে। তেখেতৰ কিতাপখনিয়ে সৰ্বসাধাৰণৰ উপকাৰ নকৰিলেও মামৰে ধৰি থকা কায়স্থ জাতিক নতুন জাগৰণ দিলে। তাৰ লগে লগে তেখেতে শ্ৰীমন্ত শঙ্কৰ গুৰুৰ চৰিত-পুথিৰ কিছু অংশ আৰু ৰাজপ্ৰদত্ত তামৰ ফলিৰ ভূমি দানৰ কথা প্ৰকাশ কৰি সমাজৰ এটি ডাঙৰ উপকাৰ সাধে। কামৰপৰা অৱসৰ লৈ নলবাৰীত থকা কালতো তেখেতৰ লগত আমাৰ চিঠিপত্ৰৰ আদান-প্ৰদান আছিল। চিঠিৰ দ্বাৰাই ধৰ্মতত্ত্বৰ নানা কথা আলোচনা হৈছিল। এই কালতে তেখেতে "চিত্ৰ ভাগৱত" প্ৰকাশ কৰি অসমীয়া সমাজৰ উপকাৰ সাধে।

মানুহ হিচাবে দত্তবৰুৱাদেৱ আছিল সৰল আৰু অমায়িক। এজন মানুহৰ ঘৰৰ কুশল-মঙ্গল সোধাৰ পাচতহে অন্য আলোচনা কৰিছিল। সেইটো তেখেতৰ নিজা ব্যক্তিত্ব আছিল। সেইবাবে তেখেতে সকলো সমাজতে সন্মান পাইছিল। তেখেতে যেনেকৈ সন্মান পাইছিল তেনেকৈয়ে আনকো সন্মান কৰিছিল। তাৰ প্ৰমাণ হিচাবে যেতিয়া বৰদোৱা কীৰ্তন ঘৰ সাজি উৎসৱ পতা হয়, সেই উৎসৱলৈ দত্তবৰুৱাদেৱ আহিছিল, বৰদোৱা কীৰ্তন ঘৰ একত্ৰিত কৰা লৈ দুয়োখন সত্ৰৰ মাজত (নৰোৱা আৰু শলগুৰি) যি থেমে-জালিৰ সৃষ্টি হৈছিল, সেই কাম সমাধা কৰাত তেখেতে আৰম্ভণৰ পৰা শেষলৈকে অতি স্থিৰভাৱে কাম কৰি গৈছিল। তেখেতৰ ভদ্ৰ ব্যৱহাৰে দুয়ো দল মানুহকে সন্তোষ দিছিল। যেতিয়া দুয়োখন সত্ৰৰ মিল হয়, তেতিয়া তেখেতে মনৰ উৎফুল্লতাৰে এটি সাৰুৱা বক্তৃতা দি সমজুৱাক মোহিত কৰিছিল। ইয়াৰ পাচত আৰু তেখেতক

লগ পোৱাৰ সুযোগ নঘটিল। বোধহয় তেখেতৰ জীৱনৰ শেষ কাম নিলগ হৈ থকা মহাপুৰুষৰ থানখনিক এক কৰি ইহলীলা সম্বৰণ কৰিলে।

শঙ্কৰী ধৰ্ম তথা আৰু শঙ্কৰী সাহিত্য প্ৰকাশ কৰি তেখেত অমৰ হৈ ৰল। তেখেতৰ মৃত্যুৱে অসমবাসীৰ অশেষ ক্ষতি সাধিলে। তেখেতৰ আদৰ্শই আমাৰ প্ৰাণত শক্তিৰ সঞ্চাৰ কৰিব।

* * *

শ্ৰীধীৰেন্দ্ৰনাথ দাস : সত্ৰশাল

[ ১২৬-১২৭ পৃঃ দ্ৰষ্টব্য ]

* * *

শ্ৰীদেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্য : চামতা

যোৰহাটত থকা কাল ছোৱাতে হৰিনাৰায়ণ দত্তবৰুৱাৰ লগত মোৰ প্ৰথম চিনাকি। এই কালছোৱা তেওঁৰ চাকৰি জীৱন হোৱা কাৰণে তাত বাহ্যিক কাৰ্য্যৰ অভিব্যক্তি বৰ বেচি নাছিল। কিন্তু তেওঁৰ পৰবৰ্তী কৰ্মময় জীৱনৰ বীজ এই কাল ছোৱাতে তেওঁৰ অন্তৰত সুস্পষ্টভাৱে দেখিবলৈ পোৱা গৈছিল।

মই যোৰহাটলৈ যোৱাৰ আগতে তেখেতে "নাম ঘোষাৰ" ব্যাখ্যা এটা প্ৰণয়ন কৰিছিল। মই দেখিছিলোঁ, তেখেতৰ দৈনন্দিন অধ্যাপনা কাৰ্য্যৰ লগে লগে নিত্যোপাসনা নিয়মমতে কৰা আৰু সদায় গীতা পাঠ কৰা। গীতা তেওঁৰ কণ্ঠস্থ আছিল। দিনৰ সময়খিনিত সদায় লিখনী লৈ ব্যস্ত থকা দেখিছিলোঁ। তেখেতে লিখিছিল পঢ়াশলীয়া পাঠ্য পুথি আৰু অন্যান্য আৱশ্যকীয় টোকা, বিশেষকৈ ধৰ্মগ্ৰন্থবিলাকৰ উদ্ধৃতি আৰু সেই বিষয়ৰ সমালোচনা মূলক মন্তব্য। এই বিলাকেই পিচত তেখেতৰ প্ৰকাশিত বিভিন্ন পুথিৰ পাতনিত প্ৰকাশ হোৱা দেখা যায়।

বন্ধৰ দিনত তেখেতে সুবিধা পালেই সত্ৰবিলাকলৈ ফুৰিবলৈ গৈছিল, আৰু বিভিন্ন সত্ৰৰ আলমাৰিত থকা আৰু ৰক্ষিত হৈ থকা অসমীয়া বৈষ্ণৱ ধৰ্মৰ গ্ৰন্থবিলাক অধ্যয়নৰ সুযোগ লৈছিল।

সত্ৰসমূহে তেখেতক শ্ৰদ্ধাৰে সৈতে আদৰিছিল। বহু সত্ৰীয়া ভকতে তেখেতক যোৰহাটৰ বহাত লগ ধৰি শাস্ত্ৰৰ আলাপ-আলোচনা কৰা মই দেখিবলৈ পাইছিলোঁ।

ধৰ্মময় জীৱনৰ বীজ এটা তেখেতৰ হৃদয়ত অঙ্কুৰিত হৈ ক্ৰমে পৰিপুষ্টি লাভ কৰা মই দেখিবলৈ পাইছিলোঁ। হিন্দু দৰ্শনৰ মূল সিদ্ধান্ত আৰু ধৰ্মত তাৰ প্ৰয়োগবোৰ জানিবলৈ তেখেত সদায় উৎসুক আছিল। হিন্দু দৰ্শন সম্পৰ্কে তেখেতে প্ৰায়েই মোক নানা ৰকমৰ প্ৰশ্ন কৰিছিল আৰু তেখেতৰ জিজ্ঞাসু ভাব আৰু অনুসন্ধিৎসা দেখি দেখি মই বৰ ৰং মনেৰে সদায় সিবিলাকৰ আলোচনা কৰিছিলোঁ। অসমীয়া বৈষ্ণৱ ধৰ্ম-গ্ৰন্থবিলাক প্ৰকাশ কৰাৰ কথা তেখেতে প্ৰায়েই কথা-প্ৰসঙ্গত মোৰ আগত কৈছিল। মই তেতিয়া ভাবিব পৰা নাছিলোঁ যে এনে সুন্দৰকৈ তেখেতে তেখেতৰ ভাবৰাশি কাৰ্য্যত পৰিণত কৰিব।

যি হওক তেখেতে কৰা কাম বিলাকৰ ভিতৰত আন্তৰিকতা আৰু ভাবনা জড়িত থকা দেখি মই বৰ আনন্দিত হৈছিলোঁ। প্ৰত্যেক কাৰ্য্যকেই তেখেতে আধ্যাত্মিক উচ্চতৰ পাৰমাৰ্থিক ৰূপত পৰিণত কৰিবলৈ চেষ্টা কৰিছিল। আনক প্ৰতাৰণা নকৰাকৈ ব্যৱসায় ক্ষেত্ৰত লাভৱান হোৱাটোও তেখেতৰ জীৱনৰ উদ্দেশ্য আছিল। প্ৰত্যেক কাৰ্য্যত তেখেতৰ ধৈৰ্য্য আৰু সহিষ্ণুতা দেখি মই বৰ আচৰিত হৈছিলোঁ।

* * *

**শ্ৰীকৃষ্ণকান্তি বায়ন : নলবাৰী**

অসমৰ প্ৰায় সত্ৰাধিকাৰসকলৰ লগত আৰু আন আন শাস্ত্ৰ প্ৰচাৰকৰ লগত অনেক আলাপ আলোচনা সকাম-নিষ্কাম ভক্তিৰ

আলোচনা কৰিলোঁ, কিন্তু হৰিনাৰায়ণ দত্তবৰুৱা দেৱৰ লগত যিমানখিনি আলাপ কৰিব পাৰিছিলোঁ আৰু বৰুৱাদেৱৰপৰা যিমানখিনি পাইছোঁ, আৰু শিকিছোঁ, আন তেনে সাৰুৱা উপদেশ দিওঁতা আৰু দান দিওঁতা বৰ্ত্তমানলৈ অসমত পোৱা নাই। আজি অনেক বছৰ, অনুমান ১৫।১৬ বছৰ অবধি দত্তবৰুৱাদেৱে শঙ্কৰ দেৱৰ তিথি সাতদিন সমাৰোহেৰে পালন কৰিলে। সাত দিনীয়া পাল নাম, ৰাত্ৰি-দিন অবিৰাম ভাগৱত পাঠ, নামৰ ৰীতি-নীতি বিচাৰৰ স্থিৰ সিদ্ধান্ত কৰিলে। কেনে বুদ্ধিৰে কৰিলে তাৰ প্ৰমাণ, প্ৰথমে পাল নাম কোনে আৰম্ভ কৰিলে তাৰ প্ৰমাণ লবলৈ বৰপেটা, সুন্দৰীদিয়া, বটদ্ৰৱা, কমলাবাৰী, দৰং আদিৰ ব্ৰাহ্মণ, অধিকাৰ, মেধি, সাধু, মহন্ত আদি অনেক লোকৰ মত লবলৈ চেষ্টা কৰি এই পালনাম আৰম্ভ কৰে। এনেকৈ অসমত হৰি-নাম প্ৰচাৰৰ বাবে প্ৰতি বছৰে কত অৰ্থ ভাঙি বিনামূল্যে শত শত শাস্ত্ৰ বিলাই অন্ন বস্ত্ৰ দান কৰা এনে লোক আমি আৰু দেখা নাই। মহৎ আদৰ্শ দেখুৱাই গ'ল হৰি নাৰায়ণ দত্তবৰুৱা দেৱে। দয়াৰ সাগৰ হৰিনাৰায়ণ দত্তবৰুৱা দেৱেঁও আমাৰ নিচিনা সামান্য লোককো একে আসনতে বহুৱাই সাবটি ধৰি প্ৰাণৰ বন্ধু বুলি উপদেশ দিছে। তেখেতে প্ৰয়াণ কৰাৰ কেইদিনমান আগতে আমাক আহ্বান কৰি নি ক'লে যে, আপুনি মোক কীৰ্তন-ঘোষা, মহাভাগৱত আৰু কথা-গুৰু চৰিত এই তিনিখন শাস্ত্ৰ একাদিক্ৰমে পঢ়ি শুনাব লাগে। পাঁচ দিনত কীৰ্তন-ঘোষাখন শেষ কৰি শুনিলে। মহাভাগৱত আৰু কথা-গুৰু চৰিত্ৰ শুনা নহ'ল, প্ৰয়াণ কৰিলে।

*　　*　　*

## শ্ৰীঅৰ্জ্জুনচন্দ্ৰ দাস ঃ বৰপেটা

বৈকুণ্ঠগামী পৰম শ্ৰদ্ধাস্পদ হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্য-ৰত্ন দেৱ অসমী আইৰ এগৰাকী ধৰ্ম-প্ৰাণ সু-পুত্ৰ আছিল। তেখেতে নিজ সুকৰ্মৰ দ্বাৰা অসমত যুগমীয়া কীৰ্তি ৰাখি থৈ গৈছে। তেখেত মোৰ শিক্ষাগুৰু আছিল। আজি প্ৰায় ১০ বছৰমান আগতে নলবাৰীৰ তেখেতৰ ঘৰত কথা, পাতি থাকোঁতে তেখেতক আত্ম-

জীৱনী ৰচনা কৰিবলৈ অনুৰোধ জনাইছিলোঁ। তেখেতে তেতিয়া এইদৰে উত্তৰ দিছিল—"বাপা অৰ্জুন, তোমাৰ দৰে আৰু দুই চাৰি জনে এই অনুৰোধকে কৰিছিল। মই সেই কাম আংশিক পৰিমাণে সমাধা কৰি থৈছোঁ। সময় পাওঁ যদি বাকীখিনিও লিখি শেষ কৰিম, নোৱাৰিলেও কোনো কথা নাই। কোনোবাই দৰ্কাৰ বুলি ভাবে যদি লিখি লব পাৰিব। মোৰ মুখ্য-সঙ্কল্প হৈছে—পুৰণি ধৰ্মপুথি-বোৰ সংগ্ৰহ কৰি সম্পাদন কৰি লৈ ৰাইজৰ মাজত প্ৰকাশ কৰা। এইখিনি কাম কৰিবৰ মনেৰে অৱসৰ পাবলৈ কেই বছৰমান থাকোঁতেই চৰকাৰী চাকৰি এৰি দি পেঞ্চন ললোঁ। কাম অৱশ্যে কিছু হ'ল; কিন্তু এতিয়াও বহুত বাকী। মৃত্যুৰ আগতে কামখিনি সমাধা কৰি যাব পাৰিলেহে পেঞ্চন লোৱা সাৰ্থক হ'ব আৰু আত্মায়ো শান্তি পাব।" তেখেতৰ এই পৱিত্ৰ মনোভাৱৰ কথা মই সুবিধা পালেই বন্ধু-বান্ধৱৰ আগত প্ৰকাশ কৰিছিলোঁ। তেখেতে কৰ্ম বহুল জীৱনত আত্ম-জীৱনীৰ কাম সম্পূৰ্ণৰূপে সমাধা কৰি যাব নোৱাৰিলেও গুণ-গ্ৰাহী ৰাইজৰ সহযোগ, সহানুভূতি আৰু সমবেত চেষ্টাৰ ফলত এখনি পূৰ্ণাঙ্গ জীৱনী ৰচিত হব বুলি আশা কৰিব পাৰি।

ইংৰাজী ১৯২৪ চনত তেখেতৰ লগত মোৰ প্ৰথম সাক্ষাৎ লাভৰ সুযোগ ঘটে। তেতিয়া তেখেত যোৰহাট নৰ্মাল স্কুলৰ সহকাৰী শিক্ষক আছিল। তদুপৰি গুৰু-ছাত্ৰাবাসৰ অধীক্ষকৰ দায়িত্বও বহন কৰিব লাগিছিল। ছাত্ৰ-সমাজত তেখেত "দত্ত-মাষ্টৰ" নামে সুপৰিচিত আছিল।

সেই সময়ত নৰ্মাল স্কুলৰ পশ্চিমফালে উত্তৰ-দক্ষিণাকৈ এটি সেন্দূৰী আলি আছিল। এই আলিৰ পশ্চিমফালে এটা ডাঙৰ চৌহদৰ ভিতৰত নৰ্মাল স্কুল, ট্ৰেইনিং স্কুল আৰু প্ৰেক্তিচিং স্কুল সমূহৰ অধীক্ষকৰ বাস ভৱন গুৰু-ছাত্ৰাবাস বা গুৰু-বোৰ্ডিং, গুৰু-ছাত্ৰাবাসৰ অধীক্ষকৰ বাস ভৱন, আৰু পুখুৰী আদি আছিল। চৌহদৰ উত্তৰ ভাগত থকা খেৰী ধুনীয়া চাং-বঙলাটো নৰ্মাল স্কুল আদিৰ অধীক্ষকৰ বাস-ভৱন আছিল। তাত পৰম শ্ৰদ্ধাস্পদ স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামী বি-এ, বি-টি; আই, এছ, ও মহোদয় আছিল। তেখেতৰ বাস-ভৱনৰ দক্ষিণফালে গুৰু-ট্ৰেইনিঙৰ প্ৰশিক্ষাৰ্থীসকলৰ ছাত্ৰাবাস আৰু পাকঘৰবোৰ। এই ছাত্ৰাবাসৰ নিচেই দক্ষিণফালে এটি সৰু পুখুৰী আৰু

তাৰ উত্তৰ পশ্চিম চুকত পকী পায়খানাটো। পুখুৰীৰ ২০।২৫ হাতমান উত্তৰ ফালে আমি থকা খেৰী দীঘলীয়া ঘৰটো। তাৰ ১৫ হাতমান উত্তৰফালে গুৰু-বোৰ্ডিঙৰ অধীক্ষক দত্তবৰুৱাদেৱৰ বাস ভৱনটো আছিল। ছাত্ৰাবাসৰ একেটি মাথোন প্ৰৱেশ দ্বাৰ আছিল; সেই বাটেৰে সকলোৱে ওলোৱা সোমোৱা কৰিছিল।

দত্তবৰুৱাদেৱ সেই সময়ত নিজৰ বাস-ভৱনত অকলে আছিল। ঘৰটোৰ উত্তৰাংশত বিছনা-পত্ৰ আৰু বয়-বস্তু ৰাখিছিল; আৰু দক্ষিণাংশটো জিৰণি-চৰা আৰু অধ্যয়নাগাৰ স্বৰূপে ব্যৱহাৰ কৰিছিল। আমি থকা বছৰটোত তেখেতৰ সুকীয়া ৰান্ধনি কোনো নাছিল; বজালী অঞ্চলৰ আমাৰ সহপাঠী বন্ধু স্বৰ্গীয় খগেশ্বৰ শৰ্মা আৰু শ্ৰীযুত ভৱানী-কান্ত শৰ্মাই নিজৰ চাউল মুঠি সিজোৱাৰ লগতে শিক্ষা গুৰুৰ ভাগৰো চাউল মুঠি সিজাই দিছিল। কিয়নো তেতিয়া প্ৰশিক্ষাৰ্থীসকলে উমৈহতীয়া ৰান্ধনি ৰাখিব নোৱাৰিছিল। মনমিলা চাই ৪।৫ জন বা তাতকৈ বেচি শিক্ষকে লগ লাগি একোটা দল হৈ একেটা পাক ঘৰতে খাইছিল। তেওঁলোকে আগধৰি নিৰ্দ্ধাৰণ কৰা পাল অনু-সৰি প্ৰত্যেকে বজাৰ কৰা, কাঠ-খৰি ফলা, ভাত ৰন্ধা, চাহ-জলপানৰ যোগান ধৰা আদি যাৱতীয় কাম কৰিব লাগিছিল। তদুপৰি নিজৰ কানি-কাপোৰখিনিও নিজে ধুই লৈছিল। বুনিয়াদী শিক্ষা পদ্ধতিৰ নাম-গন্ধ নথকা দিনতো যোৰহাট নৰ্মাল স্কুলে এইদৰে আত্ম-নিৰ্ভৰশীলতাৰ মহান আদৰ্শক কাৰ্য্যকৰী ৰূপদান দিবলৈ সক্ষম হৈছিল।

তেখেতে ৰাতিপুৱাৰ চাহ-জলপানখিনি মুখত দি পুথি-প্ৰবন্ধ আদি ৰচনা কাৰ্য্যত একাণপতীয়াকৈ লাগিছিল। তেখেতৰ ডাঙৰ মেজখনত সদায় কেবাখনো কিতাপ যতনাই থৈ দিয়া আছিল। এই সময়ত, তেখেতে বাওঁ হাতেৰে গুড়গুড়ীটো লৈ টোৰ্ টোৰ্কৈ হুপি হুপি সোঁহাতেৰে অবিৰামভাবে তীব্ৰ গতিত কলম চলাইছিল। কেতিয়াবা হুপিবলৈ পাহৰাৰ ফলত জুই নুমালে আকৌ টিকিৰা জ্বলাই লৈছিল; আৰু কেতিয়াবা নলীডাল ভাজ লগাই থৈ দিছিল। এইদৰে একেৰাহে ৩।৪ ঘণ্টা কাম কৰি ৰাতিপুৱা প্ৰায় ৯টা বজাত কলম সামৰি স্নান-ভোজনাদি কৰিছিল। দুপৰীয়াৰ ভোজনৰ অন্তত খন্তেক জিৰণি লৈ নিৰ্দ্ধাৰিত সময়ৰ প্ৰায় ১০ মিনিটমান আগতে স্কুললৈ

গৈছিল আৰু ঘণ্টা পৰাৰ লগে লগেই শ্ৰেণীলৈ গৈ পাঠ আৰম্ভ কৰিছিল। কোনোজন শিক্ষাৰ্থীয়ে কেতিয়াবা সন্তোষজনক কাৰণ দেখুৱাব নোৱাৰাকৈ পলমকৈ শ্ৰেণীত সোমালে তেওঁক ডাবি-হুকি মাৰি হ'লেও ভৱিষ্যতলৈ সতৰ্ক কৰি দিছিল। সেই দেখি তেখেতৰ অনুশাসন মানি প্ৰায় সকলো ছাত্ৰই সময়মতে শ্ৰেণীত উপস্থিত হৈছিল। আৰু ইয়াৰ প্ৰভাৱত গুৰুসকলৰ অন্তৰত সময়-নিষ্ঠাৰ এটি গভীৰ সাঁচ বহিছিল।

সেই সময়ত আমি গুৰু ট্ৰেইনিঙৰ ছাত্ৰ। তেখেতে আমাক অসমীয়া আৰু ভূগোল শিকাইছিল। সাময়িকভাৱে শাৰীৰিক ব্যায়াম শিক্ষকস্বৰূপেও কেইমাহমান পাইছিলোঁ। তেতিয়া তেখেত এগৰাকী তজবজীয়া আৰু দেখনিয়াৰ ডেকা-শিক্ষক। ডাড়ি-গোফ খুৰোৱা ভৰা মুখখনিত এটি শান্ত আৰু চিন্তাশীল পুৰুষৰ চিন বিৰিঙি উঠিছিল। সাজ-পাৰ বুলিবলৈ আড়ম্বৰহীনভাৱে পৰিধান কৰা গাত এটি পিৰাণ বা কামিজ আৰু এটি বনিয়ন, কঁকালত এখন মজলীয়া ধৰণৰ চুৰিয়া আৰু ভৰিত এযোৰ জোতা।

দত্তবৰুৱাদেৱ এগৰাকী সুশিক্ষক বুলি সুনাম আছিল। ৰং-ধেমালি, স্ফূৰ্তি-তামাচা আৰু আলোচনাৰ যোগেদি শিক্ষা দিয়াৰ ফলত পাঠ-দান ৰসাল আৰু কাৰ্যকৰী হৈছিল। এয়ে তেখেতৰ শিক্ষা-দানৰ বিশিষ্টতা আছিল। শিক্ষণীয় বিষয় সম্বন্ধে তেখেতৰ যথেষ্ট জ্ঞান আছিল। বিশেষকৈ ভূগোল আৰু বুৰঞ্জীত গভীৰ জ্ঞান দেখি সকলোৱে তবধ মানিছিল। কি সাহিত্য, কি ব্যাকৰণ, কি ভূগোল যি কোনো বিষয়তে ছাত্ৰই সামান্য ভুল কৰিলেও তেখেতৰ তীক্ষ্ণ দৃষ্টিৰ আগত ধৰা নপৰাকৈ নাছিল। তেনে ভুল বা ক্ৰটীপূৰ্ণ কাম গ্ৰহণযোগ্য বুলি ধৰা নহৈছিল। এইবাবে মাজে-সময়ে লাজ দি বা কটুবাক্য প্ৰয়োগ কৰি হ'লেও সেইবোৰ শুধৰাই লৈছিল। অধম বা মধ্যম ছাত্ৰই যেনেকৈ এই বাক্য-বাণৰ দ্বাৰা লজ্জিত হৈ নিজৰ কৰ্তব্য আৰু দায়িত্বৰ প্ৰতি সজাগ আৰু সচেতন হৈছিল, উত্তম ছাত্ৰসকলেও তেনেকৈ প্ৰশংসনীয় মন্তব্য আৰু উৎসাহ-বাণীৰ দ্বাৰা উৎসাহিত হৈ কামত দুগুণে আগ বাঢ়িছিল।

আমাৰ স্কুলত দিনৰ এক বজাৰ সময়ত জিৰণিৰ ঘণ্টা পৰি-ছিল। তেখেতে এই আধা ঘণ্টা সময়কো অথলে যাবলৈ নিদি

বাস-ভৱনলৈ গৈ আধৰুৱা কাম সমাধা কৰিছিল। শুক্ৰবাৰে এঘণ্টা জিৰণি পালে আৰু অধিক সুবিধা পাইছিল।

স্কুল ছুটী হোৱাৰ লগে লগেই তেখেতে খন্তেকো তাত নোৰোৱাকৈ পোনেই বাসভৱনলৈ গৈছিল আৰু হাত-মুখ ধুই আবেলিৰ চাহ-জলপান যুগুত হৈ নুঠালৈকে লিখা-পঢ়াতেই লাগিছিল। সিখিনি হৈ উঠিলে তাক মুখত দি পুনৰ চকুৰে নমনা নোহোৱালৈকে তাতেই লাগি আছিল। সাজ লাগিলে লেমটো মেজৰ ওপৰত আধা জ্বলাকৈ থৈ ফুৰিবলৈ গৈছিল। সাধাৰণতে ভোগদৈ নৈৰ দাঁতিয়ে তেখেতৰ ফুৰা ঠাই আছিল। সন্ধ্যা-ভ্ৰমণৰ অন্তত আকৌ মেজৰ ওচৰ চাপি কলম লৈ ৰাতি ৯ বজালৈ তাতেই কটাইছিল। তেখেতৰ এনে অতুলনীয় অধ্যয়ন-প্ৰিয়তা আৰু অসাধাৰণ লিখন-স্পৃহা দেখি সকলোৰে বিস্ময় মানিছিল। সেই সময়ৰ নৰ্মাল স্কুলৰ ২য় বাৰ্ষিক শ্ৰেণীৰ কৃতী ছাত্ৰ বন্ধুবৰ কালিৰাম বৈশ্য (এতিয়া এম-এ, বি-টি) দেৱত বাদে কোনো শিক্ষক বা শিক্ষাৰ্থীয়ে এনেকুৱাকৈ ক্লান্তিবোধ নকৰাকৈ দিনে-ৰাতিয়ে পঢ়া-শুনাত মনোনিবেশ কৰা দেখা নগৈছিল। অনবৰত এই পৱিত্ৰ কামত লাগি থকা বাবে সৰু-সুৰা কথাত কোনোৱে তেখেতক আমনি নিদিছিল। আনকি অন্তৰঙ্গ সাহিত্যিক বন্ধুসকলেও সাধাৰণতে গধূলি ফুৰাৰ সময়তহে তেখেতৰ লগত বাটে-বাটে কথা-বাৰ্তা পাতিছিল আৰু অগত্যা নোৱাৰাতহে বাস-ভৱনত দেখা কৰিছিল।

মাজে-সময়ে শিক্ষাৰ্থীসকলক পুথিৰ পাণ্ডুলিপি প্ৰস্তুত কৰা, চিত্ৰ আৰু মেপ অঙ্কন কৰা আদি কামৰ ভাৰ দি তেখেতে বিৰাট কামৰ বোজা সামান্যভাৱে পাতলাই লৈছিল। এখন সৰু পদৰ পুথি নকল কৰি দিয়াৰ ভাৰ মোৰ ওপৰতো পৰিছিল। শিক্ষাৰ্থী-সকলে এই কামৰ দ্বাৰা এটি নতুন অভিজ্ঞতা লাভ কৰিবলৈ সমৰ্থ হোৱা বাবে কোনো আপত্তি নকৰাকৈয়ে কামখিনি কৰি দিছিল।

দত্তবৰুৱাদেৱ এগৰাকী সুবিবেচক আৰু সুদক্ষ পৰিচালক আছিল। কাৰ হতুৱাই কি কাম কেতিয়া কেনেকৈ কৰাব লাগে তাক বেচিকৈ জানিছিল। কাৰোবাৰ কোনো কামত কিবা দোষ ত্ৰুটী বা অপৰাধ হ'লে তাক সহানুভূতিৰ মনোভাবেৰে বিচাৰ কৰি চাই বিহিত ব্যৱস্থা কৰিছিল। আৰু ভৱিষ্যতলৈ যেন তেনে কাম কৰা নহয় তাৰ বাবে সতৰ্ক কৰি দিছিল।

আমি প্ৰশিক্ষণ লৈ থকা কামত শিক্ষাৰ্থীসকলে ৰাতি ১০টা বজাৰ পাচত পঢ়া-শুনা কৰা নিষেধ আছিল। কিন্তু দুই এজনত বাদে সৰহ ভাগ প্ৰশিক্ষাৰ্থীৰে ঘড়ী নাছিল; সেই বাবে ছাত্ৰাবাসৰ নিচেই ওচৰতে থকা থানাৰ বৰ কাঁহত দহোটাৰ কোব পৰা মাত্ৰকে সকলোৱে লেম নুমাই শুই পৰিছিল। শিক্ষাৰ্থীসকলে এই নিয়ম যথাযথভাৱে পালন কৰিছে নে নাই মাজে-সময়ে তেখেতে ইয়াৰ গোপনে সন্ধেদ লৈছিল। শিক্ষাৰ্থীসকলে নিতৌ সময়মতে যথা-স্থানত গধূলি উপস্থিত থাকে নে নাই তাকো ছাত্ৰ-উপদেষ্টা বা মণি-টৰক সুধি লৈছিল।

শিক্ষাৰ্থীসকলে ছাত্ৰাবাসৰ নিয়মমতে নিজৰ চুৰিয়া-চোলা, কিতাপ-পত্ৰ, জোতা-খৰম, চকী-মেজ, বিছনাৰ কানি-কাপোৰ আদি পৰিপাটিকৈ থব লাগিছিল। আনকি পাকঘৰত মজিয়া, সাজ-বাচন, কাঠি-খৰি, চৌকা আদিকো চাফ-চিকুণকৈ নৰখাকৈ থাকিব নোৱাৰিছিল। ইয়াৰ উপৰি আগধৰি ছাত্ৰাবাসৰ অধীক্ষকৰ অনুমতি নোলোৱাকৈ কেৰে ৰাতি যাত্ৰা-ভাওনা, গান-খিয়েটৰ আদি চাবলৈ বা মিতিৰ কুটমৰ খা-খবৰ লবলৈ যাব নোৱাৰিছিল.

তেখেতে আমাক শিক্ষামূলক ভ্ৰমণৰ কাৰণে বৰকৈ উৎসাহ উদগনি দিছিল। আৰু লগতে যান-বাহনৰ আশ্ৰয় নোলোৱাকৈ পদ-যাত্ৰাৰ দ্বাৰা এই কাম সমাধা কৰিব পৰাটো অধিক লাভবান হোৱা যাব বুলি মূল্যবান উপদেশ দি উপকৃত কৰিছিল। এই উপদেশ-বাণীকে সাৰোগত কৰি আমি এবেলি যোৰহাটৰ পৰা উত্তৰ সদৰ আলিয়েদি শিৱসাগৰলৈ ওঠৰজনীয়া দল এটি খোজকাঢ়ি ফুৰি-বলৈ গৈছিলো। এনেকৈ যোৱাৰ বাবেহে আমি আহোম ৰজাদিনীয়া অনেক পুখুৰী, দৌল, দেৱালয়, অট্টালিকা, আলিবাট আদি দৰ্শনৰ সুযোগ পাইছিলো। পূজা আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱৰ বন্ধৰ সময়তো তেনেকৈ ডিব্ৰুগড়, ডিগবৈ, শদিয়া আদি ঠাইলৈ যাবলৈ আমাৰ সাহ হৈছিল। এবাৰৰ ভ্ৰমণে যে হাজাৰ বাৰ পুথি পঢ়াতকৈও অধিক কাৰ্য্যকৰী জ্ঞান লাভ কৰিবলৈ সক্ষম কৰে এই এই কথাৰ সত্যতা এই দুবাৰৰ ভ্ৰমণৰ দ্বাৰা আমি উপলব্ধি কৰিব পাৰিছিলোঁ।

১৯২৪ চনৰ ডিচেম্বৰ মাহত আমি আমাৰ শিক্ষা সাং কৰি ঘৰ পাওঁ। তেতিয়াৰেপৰা দত্তবৰুৱা দেৱৰ ঘনিষ্ঠতাৰপৰা বঞ্চিত হব লগীয়া হয়। অৱশ্যে সভা-সমিতি আদিত দৰ্শন কৰাৰ সুযোগ পোৱা গৈছিল। ১৯৩৭ চনৰ অক্টোবৰ মাহৰ ২৪,২৫ তাৰিখে বৰপেটাত বহা অসম-শিক্ষক সন্মিলনৰ ১০ম বাৰ্ষিক অধি-বেশনত দুদিন একেৰাহে আলাপ আলোচনা কৰিব পৰা গৈছিল। তেতিয়া তেখেত উক্ত সন্মিলনৰ সম্পাদক আছিল। আমি অভ্যৰ্থনা সমিতিৰ যুটীয়া সম্পাদক হিচাপে কাম কৰিব লগীয়া হৈছিল।

ইং ১৯৪০ চনৰপৰা তেখেতৰ লগত পুনৰ ঘনিষ্ঠতাৰ সূত্ৰপাত হয়। তেখেতৰ সম্পাদিত আৰু প্ৰকাশিত পুথিৰ খা-খবৰ প্ৰচাৰ আৰু তেখেতে অনুসন্ধান কৰা পুথিৰ সম্ভেদ দিয়া আদিয়েই মোৰ প্ৰধান দায়িত্ব আছিল।

তেখেতে ১৮৬১ শকৰ পৰা একাদিক্ৰমে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ তিথি মহোৎসৱ সাতদিনীয়াকৈ অতি পয়োভৰেৰে পাতিছিল। তিথিৰ কেইদিন বিভিন্ন ঠাইৰ নিমন্ত্ৰিত আৰু দৰ্শক-লোকে সেই ঠাই এখন পুণ্য-ধামত পৰিণত কৰি তুলিছিল। তাত অবিৰাম ভাবে চলি থকা ভাগৱত পাঠ, ধৰ্ম সম্বন্ধীয় বক্তৃতা, হৰি-কীৰ্ত্তন, আইসকলৰ নাম কীৰ্ত্তন, নিত্য-প্ৰসঙ্গ, যুগল, ৰাইজৰ সমূহীয়া নাম কীৰ্ত্তন আদিয়ে সকলোৰে মন আকৰ্ষণ কৰিছিল। লগতে ভোজনৰ যি বিৰাট ব্যৱস্থা কৰিছিল, তাক নেদেখাকৈ অনুভৱ কৰা টান। সেই সময়ত পৰিয়ালৰ প্ৰত্যেক জনেই দিনে-ৰাতি কৰ্ম ব্যস্ত হৈ থাকিব লাগিছিল। ইমান কাৰ্য্যৰ মাজতো তেখেতে সকলো কামতে চকু ৰাখিছিল। তেখেতৰ সুযোগ্য অনুজ শ্ৰীযুত বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা বি এল দেৱে চুৰিয়াৰ আঁচল এটি গাত দি গোটেইটো নিশা উদংগাৰে লম্বোদৰৰ দৰে বহি থাকি আৰু আৱশ্যক মতে অভ্যাগত লোকক যিদৰে সোধ পোছ কৰিছিল সি সকলোৰে পক্ষে সম্ভৱ নহয়।

তেখেতে ভাৰত ভ্ৰমণ কৰি আহি ঘৰ পোৱাৰ পাচত চাবলৈ যাওঁতে কৈছিল—"কিহে পিতি, ইমান দিনে দেখোঁন মোৰ একোৱেই হোৱা নাছিল; ঘৰ পোৱাতহে হাপানীয়ে আকৌ লগ ধৰিছে। এতিয়া

আৰু ঔষধেও আগৰ দৰে গুণ নিদিয়া হৈছে। কোনোবা দিন হঠাতেই মৰি থাকিম। তুমি ছলি দুটাক নাপাহৰিবা।"

১৮৭৭ শকত তেখেতে চিঠিৰে মোক মাতি পঠোৱাত মই নলবাৰীলৈ গৈছিলোঁ। যোৱাৰ দিনা আবেলি কথা-বাৰ্ত্তা হোৱাৰ পাচত গধূলি মোক চ'ৰা ঘৰত বহিবলৈ দি তেখেত ঘৰুৱা নামঘৰ (সৎসঙ্গী কীৰ্ত্তনঘৰ) ত সোমাল। পোনতে স্পষ্ট ভাবে পদ পদ মাতি নাম ললে; লাহে লাহে মাত ক্ষীণ হৈ আহিল। নাম লওঁতে পলম হোৱা দেখি মই উঠি গৈ দেখিলোঁ যে তেখেত তন্ময় হৈ হাতযোৰকৈ বহি আছে। সিদিনাহে 'ভকত' আৰু ভক্তিৰ বিষয়ে সামন্য বোধ জন্মিল। তেখেতে বহু সময়ৰ মূৰত নামঘৰৰ ঘৰৰ পৰা ওলাই আহি মাত লগালে—"কিহে পিতি তুমি ভাত খোৱা নাই?" মই কলোঁ—"চাৰ, আপোনাক এৰি খাবলৈ ভাল নালাগে।" তাৰ পাচত তেখেতে মোক ভোজন-গৃহলৈ মাতি নি ওচৰতে বহুৱাই লৈ পৰম তৃপ্তিৰে ভোজন কৰালে। তামোল-চালি খোৱাৰ পাচত মোক শুবলৈ দি তেখেতে পাটীত পৰিল।

পিচদিনা ৰাতিপুৱা শুই উঠি কান্ধত মুখচা এখন লৈ চ'ৰা ঘৰৰ পিবালিৰ চকী এখনত বহিল। আৰু চকুমুদি কৰযোৰে অতি ব্যাকুলতাবে "অ' গুৰুদেৱ, অ' মোৰ কৃষ্ণ; অ' মোৰ প্ৰাণ বন্ধু" আদি সম্বোধনেৰে কোনো প্ৰিযজনক মতাব দৰে ভগবানক এক মন এক প্ৰাণে মাতিবলৈ ধৰিলে। চাওঁতে চাওঁতে তেখেতৰ দু চকুৰে দুধাৰি প্ৰেমাশ্ৰু নিগৰি ওলাল। তেখেতে কান্ধৰ কাপোৰ-খনেৰে তাক মচি পেলালে। তেতিয়া কোনো উঠা নাছিল। সাৰ পাইছিল যদিও বাহিৰ ওলোৱা নাছিল। যিহক তাৰ পাচত আকৌ পূৰ্ব্বৰদৰে নাম লবলৈ ধৰিলে। আধাঘণ্টা মান থাকি নাম সামৰিলে। তাৰ পাচতহে চকু-মুখ ধুই পুৱাৰ জলপান গ্ৰহণ কৰিলে। জল-পান কৰাৰ লগতে কলে—"তোমাৰ পুৱাৰ গীত দুটি শুনি বৰ ভাল পালোঁ। আমাৰ ইয়াত সত্ৰীয়া সুৰত গীত-পদ গাব জনা লোকৰ অভাব। তোমালোকৰ বৰপেটাৰ ফালেও আগৰদৰে বৰগীতৰ চৰ্চা এতিয়া নাই বোধকৰোঁ।" মই কলোঁ—"হয় চাৰ; ময়ো আবুৰ পৰাহে বৰগীতৰ আভাস পাইছিলোঁ। আগেয়ে যেনেকৈ বৰপেটাৰ প্ৰায় প্ৰত্যেক হাটীতে ৰাগ টানি পুৱাৰ গীত গাইছিল

এতিয়া তেনেকৈ গোৱা শুনা নাযায়। কিন্তু উঠি অহা ডেকা কিছুমানে পুনৰ বৰগীতৰ শিক্ষা লবলৈ আগ্ৰহ কৰা দেখা গৈছে। তদুপৰি আপোনাৰ সম্পাদিত অসমীয়া শ্ৰীমদ্ভাগৱতখনি প্ৰকাশ হোৱাৰ পৰা বৰপেটাৰ কেবা ঠাইতো নিয়মিত ভাবে নিতৌ ভাগৱত পাঠ পাঠ আৰু তাৰ ব্যাখ্যা কৰা কেবাটিও দল গঠিত হৈছে। সময়ত ই গাঁৱে-ভূয়ে বিয়পিব বুলিও কৰা আশা হৈছে।" এই প্ৰসঙ্গতে তেখেতে কৈছিল—"মই কেবাটিও লাইব্ৰেৰী আৰু ধৰ্মানুষ্ঠানলৈ পুথি দান স্বৰূপে দিছোঁ। সেই অনুষ্ঠানবোৰৰ কোনো কোনো ধাৰ্মিক লোক ইয়ালৈ আহি ভক্তি ভাৱতে ভাগৱত পুথি শিৰত তুলি লৈ গৈছে। কোনো কোনোৱে ডাক খৰচখিনি বহন কৰি পুথি গ্ৰহণ কৰিছে। কিন্তু দুই এটি অনুষ্ঠানৰ কৰ্তৃপক্ষই আমাৰ খৰচতে তেওঁলোকলৈ পুথি পঠাবলৈ লিখিছে। ইয়াৰ দ্বাৰা তেওঁলোকৰ পুথিৰ প্ৰতি যথোচিত শ্ৰদ্ধা-ভক্তিৰ অভাৱকে বুজাইছে। আৰু যেন তেওঁলোকতকৈ আমাৰহে গৰজ বেচি তেনে ভাব প্ৰকাশ পাইছে; গতিকে তেনেকুৱা অনুষ্ঠানলৈ পুথি পঠোৱা নাই।"

এই আলোচনা প্ৰসঙ্গতে সুযোগ পাই মই কলোঁ—"চাৰ, আপুনি অশেষ কষ্ট স্বীকাৰ আৰু অৰ্থ ব্যয় কৰি পুৰণি পুথিসমূহ প্ৰকাশ কৰি বৰ ডাঙৰ কামকে কৰিলে। এই কথা সকলোৱে মুক্তকণ্ঠে স্বীকাৰ কৰিছে। আপুনি আৰু অলপ লাহে-ধীৰে কৰা হলে কামখিনি তেনেই নিখুঁত হলহেঁতেন। এই সম্পৰ্কে দুই একে কোৱা কুই কৰা কাণত পৰে আৰু মযো তাকেই পাইছোঁ।" এই কথা শুনি তেখেতে কলে—"বাপা, মোক আৰু এই কথা নুশুনাবা। আধামৰা মানুহ এজনে কি কৰিব পাৰে। মই স্বীকাৰ কৰোঁ যে আমাৰ প্ৰকাশিত পুথিবোৰত অনেক ভুল ত্ৰুটি বৈ গল। অসমত বহুত ধনবান লোক আছে; কিন্তু তেওঁলোকে এনেকুৱাকৈ পুথি ছপাই ৰাইজক দিব পৰা নাই। ভগৱন্তৰ কৃপাত বহুত আৰ্জিলোঁ আৰু সেই ধন এনেধৰণৰ কামতেই ব্যয় কৰিলোঁ। মই চাৰিও ফালৰ পৰা নানা উপায়েৰে পুথিবোৰ সংগ্ৰহ কৰি যথাসাধ্য সম্পাদন কৰি ছপাই ৰাইজৰ হাতত দিছোঁ। এতিয়া আলোচনা সমালোচনা কৰি পুনৰ পুথিবোৰ সংশোধন কৰাৰ কথা মোক জনালে লাভ নাই। ইজৰ বস্তু ৰাইজক দিছোঁ। তেওঁলোকে অধ্যয়ন গবেষণা আদিৰ

দ্বাৰা সংশোধন কৰি লওক। শ্ৰদ্ধাবনে উপযুক্ত আগ্ৰহশীললোকে এই কামত হাত দিলে যে ই অনেক পৰিমানে নিৰ্ভুল হৈ উঠিব তাত কোনো সন্দেহ নাই।'' ইয়াকে কৈ তেখেতে বক্তব্য সামৰিলে।

যোৱা ১৮৭৯ শকত বৰপেটা সত্ৰৰ ''শঙ্কৰী কলা-প্ৰচাৰ সমিতি''য়ে শ্ৰীমান মহানন্দ দাসৰ দ্বাৰা প্ৰদৰ্শিত কৃষ্ণ-নৃত্য প্ৰদৰ্শন কৰি পিচদিনা ৰাতিপুৱা দত্তবৰুৱা দেৱে মোক কৈছিল—''শুনিছা পিতি অৰ্জ্জুন, কালি ৰাতি বৈকুণ্ঠৰ বস্তু দেখিলোঁ। লৰাটিৰ কৃষ্ণ-নৃত্য দেখি চিত্ৰ-ভাগৱতৰ চিত্ৰবোৰে মূৰ্তিমান হৈ মোৰ আগত নৃত্য কৰা যেন লাগিছিল। বৰপেটীয়া ৰাইজে এই শঙ্কৰী কলা-প্ৰচাৰ সমিতিখন জীয়াই ৰাখিবলৈ আৰু ইয়াৰ ক্ৰমাৎ উন্নতি সাধনত সহায় কৰিবলৈ যত্নবান হব লাগে। বৰপেটীয়া ৰাইজে এই বিষয়ত মন-কান নিদিলে কোনে দিব ? তুমি এই কথা ভকতসকলৰ আগত উলিয়াবাচোন।''

ইয়াৰ পাচত্তো তেখেতৰ খা-খবৰ লবলৈ নলবাৰীলৈ গৈ আছিলোঁ। তেখেতে বৰদোৱা থানৰ 'আকাশী গঙ্গা' সংস্কাৰ আৰু দহ মুকুতৰ থান মধুপুৰ ধামৰ উন্নতি কল্পে লোৱা বিবিধ কামৰ আচনি কাৰ্য্যকৰী হৈ উঠিবলৈ নৌপাওঁতেই ভগবানে তেখেতক ওচৰ চপাই ললে।

তেখেতৰ নিৰ্দ্দেশ মতে আজি সৎসঙ্গী কীৰ্ত্তন ঘৰৰ দক্ষিণ-ফালে তেখেতৰ পবিত্ৰ দেহাৱশেষৰ ওপৰত এটি স্মৃতি স্তম্ভ জিলি-কিব লাগিছে।

*　　　*　　　*

শ্ৰীতিলক দাস : বৰপেটা

আমাৰ পিতৃদেৱ শ্ৰীগোলক চন্দ্ৰ দাসৰ বয়স আজি ৮৫ বছৰ হৈছে। এতিয়া তেওঁ শয্যাশায়ী ; কিন্তু অসম আৰু দেশ-বিদেশৰ খবৰ তেওঁ সদায় লৈ থাকে। খবৰৰ কাকত আদি পঢ়িবৰ শক্তি কবলৈ গ'লে লোপ পাইছে। এবছৰত আগতে তেওঁৰ স্বাস্থ্য বৰ ভাল আছিল, সকলো ফালে ঘূৰি-পকি ফুৰিছিল।

অভয়াপুৰীৰপৰা এবাৰ ঘৰলৈ আহিছো। দেউতাই হঠাতেই ক'লে, "বাপা, মোৰ হৰিনাৰায়ণ দত্তবৰুৱাক চাবৰ বৰ ইচ্ছা হৈছে।"

মই ক'লো, "গুৰু কীৰ্তনতেই তেনেহলে এবাৰ যাম। তেওঁৰ ঘৰত সাতদিনীয়া উৎসৱ পাতে। মোৰো এবাৰ যাবৰ মন আছে।"

"অহা তিথিতেই যাব পাৰিলে ভাল হয়, মায়েকো লৈ যাব লাগে।"

"ভালেই হয়, তেওঁলোকে বৰ ভাল পাব।"

"এনে মানুহ যে বাপা কেতিয়াবা আৰু দেশত জন্মিব!"

বৃদ্ধ পিতৃৰ মুখৰপৰা ওলাই আহে এনে কথা। তেওঁৰ প্ৰৱল ইচ্ছাত মোৰো হাবিলাষ জন্মি উঠে।

কিন্তু দুখৰ কথা, সিবাৰৰ তিথি পাৰ হৈ গ'ল। চৰকাৰী লেঠা আৰু প্ৰবাসী অসুবিধাই আমাৰ হাবিলাষ পূৰণ নকৰিলে। মনত বৰ বেয়া লাগিল।

কিছু দিন পাচত আই-দেউতাক চাবলৈ আকৌ এবাৰ ঘৰলৈ আহিলোঁ। দেউতাৰ স্বাস্থ্য ভালেই আছে।

কথা প্ৰসঙ্গত কোচ বেহাৰত হোৱা মহাপুৰুষ গুৰুৰ জন্মোৎসৱৰ কথা ওলাল।

"নীলমণি ফুকন সিংহ, তেওঁৰ কাৰণেহে জন্মোৎসৱ সম্ভৱ হৈছিল।" দেউতাই কয়।

সঁচাকৈয়ে দেখি আহিছোঁ, অসমীয়া সাহিত্য-সংস্কৃতিৰ মহিমালী খন। দুখ লাগে, চকুলো ওলায়। নৰনাৰায়ণ মহাৰাজৰ ৰাজ্যত, দুজনা গুৰুৰ লীলা-ক্ষেত্ৰত হাতত ডেগাৰ লৈ খেদি আহিল বাগ্মীবৰ ফুকনক বঙালী ডেকাই। তেওঁলোকৰ সন্দেহ এইবিলাক কোচ বেহাৰক অসমৰ অন্তৰ্ভূক্ত কৰাৰ ষড়যন্ত্ৰ।

দিনবোৰ পাৰ হ'ল।

জগৎগুৰু শ্ৰীশঙ্কৰৰ কীৰ্তনৰ দিন ওচৰ চাপি আহিল। দেউতালৈ চিঠি দিলোঁ, দুয়োকো দত্তবৰুৱাৰ ঘৰলৈ যাবৰ বাবে সাজু হৈ থাকিবলৈ।

বৰপেটালৈ আহিলোঁ। আই আৰু দেউতা দত্তবৰুৱা-দৰ্শনৰ বাবে সাজু হ'ল। পিচ দিনা ৰাতিপুৱাৰ বাচত নলবাৰী মুৱা হ'লো। তীৰ্থযাত্ৰীসকল হ'লো—আই-দেউতা, জন সাহিত্য

সাধক শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস, মই আৰু মোৰ প্ৰথমা কন্যা শ্ৰীমতী অৰুণা (বানু)।

দেউতাৰ মুখখন উজ্জ্বল আৰু আনন্দময়।

"শ্ৰীৰাম বাপা, বহুত দিনৰপৰা দত্তবৰুৱাক চাবৰ মোৰ খুব ইচ্ছা হৈ আছিল।"

"তেওঁ খুব ভাল পাব, তেওঁ মহৎ লোক।"

দত্তবৰুৱাক মই আগতে এবাৰহে দেখিছোঁ। সিবেলি অৱশ্যে আমিও কেইজনমান লগ লাগি তেওঁক চাবলৈ আহিছিলোঁ। ৰাতি ট্ৰেইনৰপৰা নামি ৰাতিটো ষ্টেচনতেই কটাইছিলোঁ। ৰাতিপুৱাই গা-পা ধুই দোকানত একো কাপকৈ চাহ খাই ইপিনে সিপিনে ঘূৰি ঘূৰি যাওঁতে বেলা দুপৰ হৈছিল। সকলোৰে মনত আনন্দ, কাৰণ এজন মহান লোকৰ দৰ্শনৰ বাবে আমি ওলাইছিলোঁ।

সুন্দৰ তেওঁৰ মূৰ্তি, ৰঙচুৱা গাল, চকু-মুখত আধ্যাত্মিকতাৰ চিন, মনত দৃঢ়তাৰ ভাৱ। প্ৰত্যেককেই কাৰ কি নাম, কোনে কি কৰে, কাৰ ক'ত ঘৰ, ইত্যাদি কথা তেওঁ সুধিছিল। আমালোকৰ মনবিলাকত আনন্দৰ ভাৱ, আদৰ্শৰ প্ৰলেপ। আমাৰ মাজত বহি তেওঁ দুপৰীয়াৰ ভোজন একেলগে কৰিলে। কিমান যে তৃপ্তি লাগিছিল সিদিনাৰ ভাত সাজ!

আজিও আমি গৈ পালোঁ। আমাৰ বাবে এটি সুকীয়া ঘৰ দেখুৱাই দিলে।

দেউতাই হাত-মুখ ধুই গাত পাতৰ চাদৰখন আৰু হাতত লাঠি ডাল লৈ ৰভালৈ গ'ল। অজস্ৰ মানুহ ৰভাৰ বাহিৰে ভিতৰে আছে। শ্ৰীৰামচন্দ্ৰ দাসে দেউতাক দত্তবৰুৱাৰ লগত চিনাকি কৰি দিলে। তেওঁৰ হাবিলাষৰ কথা শুনি দত্তবৰুৱাদেৱৰ চকু দুটি চলচলীয়া হ'ল। হাত যোৰকৈ তেওঁ ক'লে, "সকলো শ্ৰীগুৰুৰ কৃপা।" দুয়ো ওচৰা-উচৰিকৈ বহি আলাপ-আলোচনা আৰম্ভ কৰিলে। দেউতাৰ হাবিলাষ পূৰ্ণ হোৱাত মোৰ আনন্দ লাগিল।

নাম-কীৰ্তন, গায়ন-বায়ন, ভাগৱত-পাঠ, থিয় নাম, ঘোষা কীৰ্তন, ব্যাস কীৰ্তন, নটুৱা সকলো চলিছে, যেন পৃথিৱীলৈ পুনৰ দুজনাগুৰু বৈকুণ্ঠৰপৰা নামি আহিছে।

আইক ভিতৰলৈ আদৰি নিলে দত্তবৰুৱাৰ পত্নীয়ে। আমাৰ

আই তেওঁলোকৰ পৰিয়ালৰেই যেন এটি হৈ পৰিল। তেওঁৰ কথা আমি ভাবিবলৈ এৰি দিলোঁ। শ্ৰীৰামচন্দ্ৰ দাসো হৈ গ'ল তেওঁ-লোকৰেই এজন। ময়ো স্বাভাৱিক ভাৱেই তেওঁলোকৰ লগত মিলি গ'লো। গোটেই দিন আৰু ৰাতিৰো কিছু অংশ হৰি কথাৰ মহা-নন্দতেই পাৰ হৈ গ'ল।

পিচ দিনা আমি ঘৰমুৱা হবলৈ ওলালো। হৰিনাম মহাৰসৰ ধ্বনি মুখৰিত হৈ আছে, ঠাইখিনি যেন এৰিবৰেই মন নাযায়।

দত্তবৰুৱাদেৱৰ আতিথ্যত কোনো মুগ্ধ নহৈ নোৱাৰে। তেওঁৰ মানত ডাঙৰ সৰু নাই। সকলোকে তেওঁ সমানে আদৰ কৰা দেখিলোঁ। অধ্যাপক এজনক তেওঁ যেনে দৰে আদৰ কৰে, গাঁৱলীয়া সাধাৰণ খেতিয়কজনকো তেওঁ তেনে দৰে আদৰ কৰা দেখিলোঁ।

আমি সকলোৰেপৰা বিদায় ললোঁ। মই মাত লগাই তেওঁক সেৱা কৰিবলৈ খোজোতেই তেওঁ মোক সাবটি ধৰিলে, মোৰ চকু চলচলীয়া হ'ল; তেওঁৰো চকু দুটি সজল হৈ উঠিল। দেউতাই হাত যোৰ কৰোঁতে তেওঁ হাত যোৰ কৰি আগবাঢ়ি আহি দেউতাক সাৱটি ধৰিলে। দৃশ্যটো দেখি মোৰ বৰ আনন্দ লাগিল। দেউতাৰ প্ৰাণৰ হাবিলাষ পূৰ্ণ হ'ল।

তীৰ্থৰ পৰাহে যেন উভতি আহি ঘৰ পালোঁ।

দিনবিলাক পাৰ হৈ গ'ল। অভযাপুৰীৰপৰা বদলি হৈ আহি ৪।২।৫৯ ইং তাৰিখে বৰপেটা পালোঁ।

হঠাতেই খবৰ আহিল (১৮৮০ শকৰ ফাগুন মাহৰ ৬ তাৰিখ বুধবাৰে) যে অসমীয়া ভাষা-সাহিত্যৰ নিৰৱ পূজাৰী শঙ্কৰভক্ত-পুৰুষ, শিক্ষা-সংস্কৃতিৰ অকৃত্ৰিম সেৱক শ্ৰীশ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা বৈকুণ্ঠ প্ৰয়াণ কৰিলে। বৈকুণ্ঠত ভগৱন্ত পুৰুষৰ আৰু তেওঁৰ পাৰিষদসকলৰ মহানন্দ আৰু মৰতত নৰ-নাৰীৰ করুণ-ক্ৰন্দন। মৰণ-শীল সংসাৰ। তাৰ জানো ব্যতিক্ৰম হব পাৰে? কিন্তু তেওঁ থাপি গ'ল—কালে জয় কৰিব নোৱাৰা যুগমীয়া স্মৃতি।

"বাপা, হৰিনাৰায়ণ দত্তবৰুৱা বোলে গ'ল?"

"উ, খবৰ পালোঁ।"

"এনে লোক অসমত নাই, এনে লোকৰ জন্ম হোৱা টান। চাকৰি কৰি কিমান ঠাই ঘূৰিলোঁ, ধুবুৰীৰপৰা ডিব্রু, ক'তো এনে বৰলোক লগ নাপালোঁ। তেওঁৰ কাৰ্য্য আচৰিত যেন লাগে। কি যে পৰিকল্পনাৰে তেওঁ কামবিলাক কৰিছিল।"

মই মুখেৰে একো নামাতি দেউতাৰ মন্তব্যবিলাক শুনি গ'লো।

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস আমাৰ ঘৰলৈ আহে। শয্যাশায়ী দেউতাৰ কাষত বহি কথা পাতে।

শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী আৰু শ্ৰীনীলমণি ফুকন ডাঙৰীয়াৰ ডাঙৰীয়াৰ কথা দেউতাই কয়।

"সৰুতে অম্বিকাগিৰি বৰ দুষ্ট আছিল। সেই অম্বিকাগিৰি কেনেকৈ যে ডাঙৰ কৱি হৈছে?" হাঁহি হাঁহি দেউতাই কয়।

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসে কিবাকিবি কথা কয়।

"শ্ৰীৰাম বাপা, দত্তবৰুৱাৰ ল'ৰাবিলাকৰপৰা চিঠি-পত্ৰ পোৱানে?"

"হয়, মাজে সময়ে পাওঁ দিয়ক।"

"তোমাক দত্তবৰুৱাই বৰ মৰম কৰিছিল। তেওঁ মহাপুৰুষীয়া ধৰ্মৰ বাবে যথেষ্ট কৰি থৈ গ'ল, এনে লোকৰ জন্ম হোৱা টান। ভগৱন্তৰ ইচ্ছাতহে এনে পুৰুষ আহে।"

ভক্তিত গদ-গদ হৈ থকা শ্ৰীদত্তবৰুৱাদেৱৰ ৰঙচুৱা, ভৰা মুখখন, সজল চকুদুটি স্পষ্ট হৈ মোৰ চকুৰ আগত ভাঁহি উঠে।

"মোৰ গা ভাল নহয় শ্ৰীৰাম।"

"আপুনি শান্তি পাব, একো চিন্তা নকৰিব।"

"তুমি আহি থাকিবা, তোমাক দেখিলে মোৰ ভাল লাগে।"

"হয়, আহি থাকিম। মই এটা গীত গাই শুনাওঁ, গীতটো শুনিলে আপুনি বৰ ভাল পাব।"

তেওঁৰ স্বাভাৱিক গল্‌গলীয়া মাতেৰে তেওঁ গাবলৈ ধৰিলে,—

অ' গুৰুদেৱ, অ' গুৰুদেৱ।
দিয়া প্ৰভু মোক উপদেশ॥
হে বাপ, পানীৰে ভুমুকা জল
পানীতে লুকাইল।
দেহাৰে ভুমুকা জ্‌ল দেহাতে লুকাইল॥

শুখে গৈল নদী-নলা পৰি ৰৈল বালা ।
উৰে গৈল ৰাজহংস শৰীৰ হৈল কলা ।।
ধন গৰ্ব মন গৰ্ব যৌৱন গৰ্ব কায়াঁ ।
দুদিনীয়া ভৱ খেলা সৱে হৰিৰ মায়া ।।

*  *  *

গীত শেষ হোৱাৰ লগে লগে এটি পৱিত্ৰ নিস্তব্ধতা বিৰাজ কৰিলে। সেই নিস্তব্ধতা ভাঙি শ্ৰীদাসে ক'লে, "মোক দত্তবৰুৱাই উপদেশ দিছিল—শ্ৰীৰাম, তুমি য'তে যোৱা, ত'তে নাম গাবা ।"

বাৰ্দ্ধক্যৰ দুৰ্বলতাই চেপি ধৰা মাতেৰে দেউতাই ক'লে, "বৰ ধাৰ্মিক পুৰুষ আছিল তেওঁ। নাম-ধৰ্মত তেওঁৰ অগাধ বিশ্বাস।"

"হয় ।"

মই মনে মনে থাকোঁ আৰু ভাবোঁ,—মহান আছিল তেওঁ। তেওঁৰ কৰ্ম-প্ৰতিভাৰে তেওঁ অসমক দি গ'ল বিৰাট সম্পদ, যি সম্পদে তেওঁৰ সোঁৱৰণী কৰি থলে অম্লান, আৰু অসমৰ বুকুত তেওঁক জীয়াই ৰাখিলে অমৰ কৰি।



## ।। প্ৰশস্তি ।।

[২০।৯।৫০ ইং তাৰিখে ৰাজমোহন নাথদেৱক দত্তবৰুৱাই চিত্ৰ-ভাগৱত এখন উপহাৰ স্বৰূপে পঠোৱা সন্দৰ্ভত]

বিচিত্ৰ তোমাৰ লীলা হৰিনাৰায়ণ।
বাওনাই লভে চন্দ্ৰ কৰিলোঁ দৰ্শন ।।
বিচিত্ৰ তোমাৰ কীৰ্তি; বিচিত্ৰ জগত।
তাতোকৈ বিচিত্ৰ ইটো চিত্ৰ-ভাগৱত ।।
বিদূৰে লভিলে কাম্য দিয়া ক্ষুদ্ৰকণ।
দেখি শুনি স্তব্ধমান শ্ৰীৰাজমোহন ।।

*　　　　*　　　　*

[সমবেদনাৰ সঁহাৰিস্বৰূপ পঠোৱা চিঠিৰ সৈতে পোৱা]

অমৰ পুৰুষ অসমৰ ৰত্ন হৰিনাৰায়ণ দত্ত।
ধৰ্মকাৰ্য্য লৈ দেশে ও বিদেশে ফুৰিছিলা কৰি কষ্ট ।।
অসমৰ সত্ৰসমূহত ঘূৰিলা কঠোৰ পৰিশ্ৰম কৰি।
দেশকো দেখিলা কাজো সম্ফলিলা ব্ৰতি যেন ব্ৰত ধৰি ।।১।

সম্পূৰ্ণ ভাগৱত একত্ৰে ছপালা ভাৰত ৰামায়ণো আনি।
দুষ্প্ৰাপ্য বস্তুকো হাততে পোৱালা লোকৰ উপকাৰ মানি ।।
নাম ঘৰে ঘৰে গাঁৱে গাঁৱে সবে তাকেহে সবেও গাইছে।
তোমাৰ প্ৰসাদত স্নুলভ সম্পদ সকলো সমাজে পাইছে ।। ২ ।।

গুৰু পুৰুষৰ ৰচিত শাস্ত্ৰবোৰ একেলগে গোট কৈলা।
শঙ্কৰ বাক্যামৃত নাম দিয়া তাকো সমাজত প্ৰচাৰিলা ।।
আনো বহুতৰ ধৰ্ম পুস্তকৰ ভুল শুধৰণী দিলা।
মৌ-মাখিবোৰে যেনে মধু গোটাই তুমিও সেইদৰে নিলা ।। ৩ ।।

## দত্তবৰুৱাৰ জীৱন-কথা

আৰু এটি বৰ কথা গুৰুতৰ কৰিলা তুমি সজ্জন।
কায়স্থ জাতিৰ ইতিবৃত্তখানি সকলোৰে মহাধন ॥
অনেক লোকৰ নাম-গ্ৰাম-ধৰ্ম তাতেই সকলো পাব।
অজ্ঞানীক নকও জ্ঞানীসকলে তোমাৰ সুযশ গাব ॥ ৪ ॥

অতি গোপনৰ চিত্ৰ দশমৰ পট ছপা কৰি দিলা।
নজনা নুশুনা লোক সকলোৰো মন-বুদ্ধি আকৰ্ষিলা ॥
এনে গুৰুতৰ কৰ্ম অসমৰ কোনো লোকে নকৰিলা।
তোমাৰ অনুগ্ৰহত সকলো দেশতে আপোন চক্ষে দেখিলা ॥ ৫ ॥

সংসাৰত তুমি অমৰ থাকিবা তোমাৰ কীৰিতি ৰব।
সমাজ-সমিতিত তোমাৰ নাম-যশ সকলো সজ্জনে গাব ॥
ভৱিষ্যতে এনে নহব কিজানি আগেও হৈ যোৱা নাই।
সমাজ-সমিতিৰ কথাকে নকও গঁওঁৱায়ো তোমাৰ গুণ গায় ॥ ৬ ॥

ব্ৰাহ্মণ, মহন্ত, সন্ত, সাধুসবে কৰা আশীৰ্বাদ দান।
পৰকালে তেওঁৰ সদগতি হৌক পাওক বৈকুণ্ঠত থান ॥
আৰু বহু তেওঁৰ গুণ-গৰিমাৰ নাপাও ওৰ কবলৈ কথা।
ভালৰ ভাল গুণ সকলোৱে গাব তাতনো কিহৰ লেঠা ॥ ৭ ॥

দত্তবৰুৱা মোৰ বৰ বন্ধু মই ভাল গুণ গাম।
অন্য লোকে যদি তেওঁৰ যশ কয় বহুতো আনন্দ পাম ॥
নগাঁও জিলাৰ বালিসত্ৰ গাও মোৰ জানা থকা ঠাই ॥
নাম হ'ল শিবেন্দ্ৰ জাতি হ'ল গোস্বামী বৰুৱাৰ গুণ গায় ॥ ৮ ॥

ইতি—

শ্ৰীশিবেন্দ্ৰনাৰায়ণ দেবাধিকাৰ গোস্বামী
শ্ৰীশ্ৰীনৰোৱা বালিসত্ৰ, নগাঁও।



জীৱনৰ অন্তিম কালত

## ॥ স্বীকৃতি ॥

### কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ প্ৰদত্ত মানপত্ৰ




কামৰূপ জিলান্তঃপাতি নলবাৰী গ্ৰামবাসিনং সাহিত্যানুশীলন-আদি বিবিধ গুণশালিনং কামৰূপ সংস্কৃত সঞ্জীৱনীসভা তদ্‌গুণগণ-প্ৰীমুদ্ধৈনং শ্ৰীযুক্ত হৰিনাৰায়ণ দত্ত বৰুৱা মহাশয়ং সাহিত্যৰত্ন ইত্যুপাধিভূষণৈৰ্ভূষয়িত্বা প্ৰমুদিতা সঞ্জাতা।

প্ৰদত্তমিদং কামৰূপ সংস্কৃত সঞ্জীৱনী সভাতঃ
১৮৬৬ শকাব্দীয়
চৈত্ৰমাসস্য ২১ দিৱসীয়
২৩ শ অধিৱেশনে

কামৰূপ সংস্কৃত সঞ্জীৱনী সভা সভ্যপ্ৰতিনিধিনা

শ্ৰী প্ৰতাপচন্দ্ৰ গোস্বামিনা
সভাপতিনা।

শ্ৰী শ্ৰীকান্ত ভট্টাচাৰ্য্যেণ
সম্পাদকেনচ।

# অসম সাহিত্য সভা

স্থাপিত ১৯১৭ চন—১৮৬০ চনৰ ২১ আইন অনুসৰি ৰেজিষ্টাৰী কৰা।

## —প্ৰশংসা পত্ৰ—

**শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা সাহিত্যৰত্ন**
**নলবাৰী, কামৰূপ, অসম।**

ভাগৱৎ প্ৰেমিক দত্তবৰুৱা,

অসম সাহিত্য সভাৰ এই ২২শ সন্মিলনত আপুনি আপোনাৰ সংগৃহীত আৰু প্ৰকাশিত শ্ৰীমন্তশঙ্কৰ গ্ৰন্থাৱলী 'শ্ৰীশঙ্কৰ বাক্যামৃত' সুধী সমাজৰ সন্মুখত আনুষ্ঠানিকভাৱে নিৱেদন কৰাত সভাই পৰম আনন্দ লাভ কৰিছে। এই সুযোগতে সৎ-সাহিত্য প্ৰচাৰ ব্ৰতী আপোনাৰ কৃতী জীৱনৰ দান সুঁৱৰি সভাই আপোনালৈ এই প্ৰশংসা-পত্ৰ আগ বঢ়াইছে।

অসম চৰকাৰৰ শিক্ষা বিভাগৰ নিম্ন শ্ৰেণীৰ চাকৰিয়াল হিচাবে আপুনি জীৱন আৰম্ভ কৰিও আমাৰ সাহিত্য ভঁৰাললৈ যি কেইমুঠি লখিমী আগ বঢ়াইছে তাৰবাবে আপোনাৰ শলাগ নলৈ নোৱাৰি। বিভিন্ন খাপৰ পাঠ্যপুথিৰ যোগেদি আপুনি কম বয়সীয়া বিদ্যাৰ্থী-সকলৰ জ্ঞান সাধনাৰ সমল যোগাইছে। ইয়াৰ উপৰিও পুথি প্ৰকাশ শিল্পত আজি আপুনি এজন আগৰণুৱা হৈ থিয় দিব পাৰিছে আৰু আনৰো পথ-প্ৰদৰ্শক হব পাৰিছে।

আপোনাৰ সুযত্নৰ ফলত অসমৰ বৈষ্ণৱ-সাহিত্যৰ অমূল্য গ্ৰন্থ-ৰাজি সকলোৰে ঘৰে ঘৰে আদৰণীয়া সম্পদৰূপে পাব পাৰিছে। এইখিনি কাম এজন লোকৰ পক্ষে সাধাৰণ পক্ষত সম্ভৱ নহলেও আপুনি নিজে এটা প্ৰকাশ অনুষ্ঠান যেন হৈ পৰিছে আৰু স্বনামধন্য ৺হৰিবিলাস আগৰৱালা, শিৱনাথ ভট্টাচাৰ্য্য, দুৰ্গাধৰ বৰকটকী আদিৰ প্ৰশংসনীয় উদ্যমক আপুনি অধিকতৰ প্ৰাণৱন্ত ৰূপ দি তুলিছে।

দত্তবৰুৱাৰ জীৱন-কথা

আপোনাৰ সংগৃহীত, সম্পাদিত বিভিন্ন ভক্ত-কবিৰ 'শ্ৰীমদ্ভাগৱত', 'ৰামায়ণ' আজিৰ এই আনন্দ উৎসৱত মুক্তিলাভ কৰা 'শ্ৰীশঙ্কৰ বাক্যামৃত', আৰু প্ৰস্তাৱিত 'অসমীয়া মহাভাৰত' আপোনাৰ প্ৰকাশ উদ্যোগৰ অক্ষয় কীৰ্তি হৈ থাকিব বুলি আমাৰ বিশ্বাস। আপুনি অশেষ অৰ্থ ব্যয় কৰি 'চিত্ৰ ভাগৱত' উলিয়াই বাহিৰৰ কলা-জগতৰ সন্মুখত আমাৰ চিত্ৰ-কলাৰ নিদৰ্শন দাঙি ধৰিবৰ সুযোগ দিয়াত আমাৰ চিত্ৰ-কলাৰ ভৱিষৎ বুৰঞ্জী লিখকসকলে নিশ্চয় আপোনাৰ নাম আনন্দেৰে সুঁৱৰিব। আপোনাৰ প্ৰকাশিত মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী', গোবিন্দ মিশ্ৰৰ 'গীতা', সুবৃহৎ 'কথা-গুৰুচৰিত' আৰু বৈকুণ্ঠনাথ ভট্টদেৱৰ সংস্কৃত সঙ্কলন 'ভক্তিবিৱেক' আদি পুৰণি পুথিসমূহৰ কথাও আমাৰ মনত থাকিব। আপোনাৰ টীকা-ব্যাখ্যা সম্বলিত 'নামঘোষা', 'শ্ৰীশঙ্কৰদেৱৰ বৰগীত' আৰু 'শ্ৰীমাধৱ দেৱৰ বৰগীতে' আপোনাৰ পৈণত বয়সৰ বৈষ্ণৱ-সাহিত্য চৰ্চাৰ সুখকৰ ইঙ্গিত দিয়ে। আপোনাৰ বিৰাট গ্ৰন্থ 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত' আমাৰ ঐতিহাসিকসকলে বুৰঞ্জীৰ সমলৰ এটি দলিল বুলিয়ে বিবেচনা কৰিব নিশ্চয়।

'শ্ৰীশঙ্কৰ-বাক্যামৃত' মুকলি কৰাৰ ছলতে আপোনাক এই প্ৰশস্তি বচনেৰে অভিনন্দিত কৰিবলৈ পাই সাহিত্য সভাৰ মহাহৰ্ষ উপস্থিত হৈছে। আপোনাৰ সৎ-কাৰ্য্য আমাৰ জাতীয় স্মৃতিত চিৰন্তন হৈ থাওক এয়ে আমাৰ সবল বাঞ্চা।

স্বাঃ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা
সভাপতি
২২শ সন্মিলন,
অসম সাহিত্য সভা, শ্বিলং

শ্ৰীকেশৱনাৰায়ণ দত্ত,
প্ৰধান সম্পাদক,
শ্বিলং, ৮।১১।৫৩ চন।

*　　*　　*

চিত্ৰ-ভাগৱত

The publication of a work like this would have done credit to any research institution, but actually we owe it to the enterprising zeal of Srijut Hari Narayan Datta Borooah, a retired school teacher who has devoted his life and energies to the study and publication of old Assamese texts. The labours of the veteran scholar will be amply rewarded if some of his younger contemporaries emulate his example and help to widen our knowledge of a little known phase of Assamese culture.

K. K. HANDIQUI, M.A. (*Cal. et Oxon*),
Vice-Chancellor, Gauhati University.

* * *

শ্ৰীবেণুধৰ শৰ্মা ঃ গুৱাহাটী

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শত অনুপ্ৰাণিত হৈ তেখেতে মৰণক আগ কৰি যিভাৱে বৈষ্ণৱ ধৰ্মৰ আঁতি-গুৰি বিচাৰি আৰু তাৰ তথ্য সংগ্ৰহত গোটেই অসম পৰিভ্ৰমণ কৰিছিল, তাক দেখা-শুনাসকলে স্তম্ভিত হৈ কৈছিল "দত্তবৰুৱা গঁচাকৈয়ে শ্ৰীমন্ত শঙ্কৰৰ অনুগত শিষ্য হয়।"

আজীৱন একনিষ্ঠভাৱে বৈষ্ণৱ ধৰ্ম অনুশীলন কৰি দত্তবৰুৱাই দৈনন্দিন জীৱনৰ ধাৰাটোকে বৈষ্ণৱময় কৰি পেলালে। তেওঁৰ সাধনাৰ ফল হাতে হাতে পালেও। ঈশ্বৰত তনু-মন অৰ্পণ কৰি 'মুখে ৰাম নাম স্মৰি' একাগ্ৰভাৱে কৃতকামত ব্ৰতী হোৱা বাবেই হৰিনাৰায়ণ দত্তবৰুৱাই জীৱনৰ সঙ্কল্প সিদ্ধি কৰিব পাৰিলে। এখেতৰ দৰে আত্মবলৰ দ্বাৰাই সিদ্ধকাম হোৱা সৰল নিৰহঙ্কাৰী অতিথি বৎসল পুৰুষ অতি বিৰল।

* * *

## অসমীয়া মহাভাৰত

So far this national epic did not appear with all its *parvas* in one complete volume. As early as in 1925 the late Durgadhar Barkataki of Jorhat published seperately only a few *parvas*. Our gratitude and appreciation are, therefore, to Sri Harinarayan Dutta Barua who with great effort and enthusiasm collected the manuscripts of the different *parvas* scattered all over the state and now presents the same to us in a single volume. Sri Dutta Barua needs no special introduction to the lovers of Assamese language. He has dedicated his life to the cause of Assamese language, literature and culture. He has utilised his well earned retired life for the development of the Assamese literature particularly by editing and publishing numerous valuable old Assamese texts.

Sri Harinarayan Dutta Barua is now reaching his 71 years. We wish him long life and health to persue his services to the cause of the Assamese literature with singleminded devotion.

GAUHATI
16.12.55

B. K. BARUA.

* * *

শ্ৰীমদ্ভাগৱত

I think the work has been very ably edited, and you deserve the thanks of all Assamese people and of student of Indian Literature. M. S. faithfully represented in the print. I shall certainly recommend its prescription as a University text book.

SUNITI KUMAR CHATTERJEE.

*　　　*　　　*

কথা-গুৰু চৰিত

This magnificent prose work of immense national interest would not have been published so soon if we had not received Shri Harinarayan Dutta Barua's financial assistance at the opportune moment. A self-made man, Shri Harinarayan Dutta Barua is a very silent and solid worker in the field of Assamese liturature. Beginning his career as a school pundit on a salary of rupees eleven per month, Shri Dutta Barua has made himself very conspicuous by his manifold literary activities, and has become to-day an outstanding figure in the publication enterprise of Assamese Vaisnavite texts. He patronises individual scholars and writers in the matter of publishing their works. He has thus become the pride and ornament to the teaching profession of the province for his intellectual pursuits. His life has well revealed how sincere individual efforts alone can further the cause of the literature of a province. Shri Dutta Barua to-day spends his well earned retired life by

collecting, compiling, editing and bringing to light rare and valuable early Assamese texts and paintings. His manuscript hunting led to the recovery of an artistically illuminated manuscript of the Assamese version of the Bhagavata Purana. This has now been published with a learned introduction by Shri K. K. Handiqui, Vice-Chancellor, Gauhati University under the title Chitra Bhagavata, which stands as a monumental work in the field of mediaeval Indian painting. Shri Dutta Barua earns the gratitude of the Assamese people by having creditably edited and published the Assamese versions of the Bhagavata Purana (1948), Madhava Deva (1937), Bhakti Ratnavali (1949) by Madhavadeva, Sankardevar Bani (1948), Srimadbhagavadgita by Govindamisra (1946), the Ramayana (1952), Bargits of Sankara and Madhava (1950) and the Namaghosa of Madhava Deva (1937). His Kamarupar Kayastha Samaj, a history of the Kayasthas of Kamarupa, is a publication of much historical importance. At present he is engaged in editing the Assamese version of the Mahabharata and Shri Sankarvakyamrita, the entire works of Sankara Deva. We may therefore join with Shri K. K. Handiqui, and rightly say that any of these publications alone would have done credit to any research institution. But Shri Dutta Barua has to-day individually done more than what an institution could do, and the Assamese people will ever remain grateful to Shri Dutta Barua, and will cherish his name in love and admiration.

Gauhati University, Gauhati. Feb., '52.

B. KAKATI
B. K. BARUA.

* * *

## প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ ইতিবৃত্ত

গুৱাহাটী
১।৫।৪২

মৰমৰ দত্তবৰুৱা,

শ্ৰীমান বিচিত্ৰই আহি কালি গধূলিপৰত আপোনাৰ "প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ ইতিবৃত্তি" গ্ৰন্থ এখনি দিছে। আপোনাৰ এই মৰমৰ উপহাৰৰ কাৰণে ধন্যবাদ দিছোঁ।

আপোনাৰ ধৈৰ্য্য, অধ্যৱসায় দেখি আচৰিত আৰু স্তম্ভিত হৈছোঁ। গোটেই জীৱন একাগ্ৰভাৱে পৰিশ্ৰম কৰি সদৌ কায়স্থ সমাজৰে ইতিহাস, পুৰুষীনামা আৰু কপি আদি সংগ্ৰহ কৰি ৮০০ ৯০০পিঠিৰ এখন কিতাপ উলিয়াব পাৰিছে ভাবিলে বিস্ময় মানিব লাগে। মোৰ বিশ্বাস অসমীয়াৰ ভিতৰত অতি কমেহে একাগ্ৰতাৰ পৰিচয় দিব পাৰিছে আজিলৈকে। আপোনাৰ গ্ৰন্থত অলেখ ঐতিহাসিক তথ্য সোমাই আছে। এই কায়স্থ সমাজেই অসমৰ ধৰ্মচৰ্চা, সাহিত্য আৰু ৰজাঘৰীয়া কাম-কাজত প্ৰসিদ্ধি লাভ কৰিছিল, মাজে মাজে বুৰঞ্জীত কোনো কোনো মুখীয়াল কায়স্থৰ নাম পোৱা যায়, কিন্তু তেওঁলোকক চিনাক্ত কৰিবলৈ বৰ টান হৈ পৰে, আপোনাৰ পুৰুষীনামাৰপৰা এতিয়া সহজ হ'ল। "কামৰূপৰ বুৰঞ্জী"ৰ ৫৬ পিঠি চাওক। অসমীয়া কটকী ঢাকালৈ যাওঁতে "চান্দৰায় চৌধাৰীৰ বিলাতত ২ ৰাতি" থাকি গৈছিল। এই চান্দৰায় কোন মই বহুদিনৰেপৰা ভাবি উলিয়াব পৰা নাছিলোঁ, আপোনাৰ কিতাপৰপৰাহে জানিলোঁ এওঁ নাৰায়ণ গোমোস্তাৰ বংশৰ। এইদৰে ভৱিষ্যত ঐতিহাসিকসকলৰ কাৰণে আপোনাৰ গ্ৰন্থ অমূল্য হব। পেঞ্চন লৈ মানুহে জিৰায়; আপুনি পেঞ্চন পোৱাৰ পাছতো ইমান পৰিশ্ৰম কৰিছে; আপোনাৰ দেশপ্ৰেম আৰু স্বাৰ্থত্যাগ গোটেই অসমীয়াৰে আদৰ্শ নিশ্চয়। শুনিছোঁ কায়স্থসমাজ সম্পৰ্কে আপুনি দ্বিতীয় সঙ্কলন কৰিছে। তাতো কিছু পুৰুষীনামা দিব পাৰে। চান্দো সদাগৰৰ (বনিয়া কাকতী) বংশাৱলী আৰু মজিন্দাৰ বৰুৱাৰ বংশাবলী প্ৰকাশিত হৈছে। শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱালৈ (যোৰহাট) আপুনি এই বিষয়ে লিখিব পাৰে।

আপোনালৈ আকৌ শলাগৰ শৰাই যাচিলোঁ।

আপোনাৰ আত্ম-জীৱনীকণো পঢ়িলোঁ। লগতে মোৰ নামো এঠাইত খোচ মাৰি থৈ যোৱাত (৮১০ পৃঃ) গৌৰবান্বিত হৈছোঁ।

ইতি—

আপোনাৰ—
শ্ৰীসূৰ্য্য কুমাৰ ভূঞা।

## প্ৰাচীন কায়স্থ সমাজৰ ইতিবৃত্ত

যোৰহাট।
৪।১১।৪২

প্ৰিয় হৰিনাৰায়ণ,

তুমি সম্পাদন আৰু ছাপা কৰি উলিউৱা কামৰূপৰ কায়স্থ জাতিৰ ইতিবৃত্তখন মোক কেতিয়াবাই দিছিলা। ময়ো তেতিয়াই পুথিখন বৰ আগ্ৰহেৰে পঢ়ি চাইছিলোঁ। সেই গ্ৰন্থৰ বিষয়ে মোৰ মতামত তোমাক প্ৰত্যক্ষে কৈছোঁ। কি জানি লিখি দিলেও তুমি ভাল পোৱা বা তোমাৰ কামত আহিব, ইয়াকে ভাবি তলত মোৰ সংক্ষেপ মন্তব্য লিখিলোঁ।

অসমীয়া ভাষাত বুৰঞ্জী-বিষয়ক মৌলিক গ্ৰন্থ নাই বুলি কলে অত্যুক্তি নহয়, এই কাৰণে যে আগেয়ে লিখি থোৱা আহোম-বুৰঞ্জী কেইখন আৰু চৰিত-পুথি কেইখনৰ বাহিৰে আধুনিক যুগত কোনো পণ্ডিতে পৰিশ্ৰম কৰি নানা প্ৰকাৰ তথ্য সংগ্ৰহ কৰি কোনো ঐতিহাসিক গ্ৰন্থ প্ৰণয়ন কৰা নাই। তুমি কোনো এক বিষয়ক (কায়স্থ-জাতিৰ বংশবিলাকৰ বিষয়ে) এনে এখন গ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰি উলিয়ালা। ই তোমাৰ পৰিশ্ৰম, অধ্যৱসায় আৰু বিদ্যোৎসাহিতাৰ চিন। ভৱিষ্যতে অসমীয়া জাতিৰ ইতিবৃত্ত লিখোঁতা কোনোৱা ওলালে তোমাৰ গ্ৰন্থৰপৰা তেওঁ অশেষ উপকাৰ পাব। গ্ৰন্থখন নানা প্ৰকাৰ তথ্যেৰে ভৰা। ইয়াত সাধাৰণৰ অবিদিত অনেক কথা আছে; আহোমৰ পূৰ্বৰ কামৰূপৰ বুৰঞ্জীৰ সম্পৰ্কে বহুতো কথা ইয়াৰপৰা পাব পাৰি।

তুমি এই গ্ৰন্থখন উলিয়াই দি এজন ঐতিহাসিক পণ্ডিত হিচাবে আমাৰ সাহিত্যত সদায় উল্লিখিত হৈ থাকিবা। ইতি—আশীৰ্বাদ।

শুভাৰ্থী—
শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

* * *

অসম সাহিত্য সভাৰ চন্দ্ৰকান্ত হল, আৰু চন্দ্ৰকান্ত ইন্দ্ৰকান্ত ট্ৰাষ্ট কৰা হয় আৰু চন্দ্ৰকান্ত অভিধান সঙ্কলনৰ ব্যৱস্থা হয়।

প্ৰায় এবছৰৰ ভিতৰতে হলটো হৈ উঠে। আৰু কোহিৰাম দাস বি-এৰ হতুৱাই অভিধান সঙ্কলনৰ কাম আৰম্ভ কৰে। পাচত শ্ৰীনকুলচন্দ্ৰ ভূঞা আৰু চন্দ্ৰকান্ত গোস্বামী শ্ৰীদাসৰ সহযোগী নিযুক্ত হয়।

আমি যত্ন কৰি অসমৰ প্ৰতি মহকুমাত কিছুমান শাখা-সভা পতাওঁ আৰু সেইবোৰৰপৰা বৰঙনি আদায় কৰোঁ।

চৰকাৰলৈ লিখালিখি কৰি সভাৰ লাইব্ৰেৰীলৈ একে লগে ভালেখিনি টকা মঞ্জুৰ কৰোৱা হয় আৰু বহুতো দুষ্প্ৰাপ্য ইংৰাজী, সংস্কৃত পুথি আৰু অসমীয়া প্ৰায় সকলো প্ৰকাশিত কিতাপবোৰ আনি ৰখা হয়। হেমচন্দ্ৰ গোস্বামীৰ যত্নত এই সময়তেই ৫০০০ টকাৰ নবদেৱ ট্ৰাষ্ট ফাণ্ড আৰু গোলাঘাটৰ গোস্বামীৰ দানত তেখেতৰ মাতৃৰ নামত ২০০০ টকাৰ কমলাদেৱী শিশু-সাহিত্য ফাণ্ড তৈয়াৰ হয়।

## পুৰণি পুথি অনুসন্ধান

১৯২৬ চনৰ জুনত মই মাজুলী অঞ্চলত পুৰণি পুথি অনুসন্ধান কৰি ফুৰোঁ। এই সময়তে আউনীআটীত হস্তীবিদ্যা মহাৰ্ণব পুথি দেখা পাওঁ।

১৯২৭ চনৰ জুন মাহত নগাঁৱৰ বটদ্ৰৱা অঞ্চলত মই পুথি অনুসন্ধান কৰিবলৈ যাওঁ। এই সময়তেই কালিসত্ৰত সচিত্ৰ দশম (পদ) আৰু কৰ্চুং সত্ৰৰ সচিত্ৰ সংস্কৃত ভাগৱত (দশম) দেখা পাওঁ।

১৯২৮ চনৰ শাওণ মাহত পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী ধৰ্মভূষণ দেৱ পুৰণি পুথি অনুসন্ধান কৰিবলৈ কোচবিহাৰ আৰু ৰংপুৰলৈ যায়। তেখেতে সেইবোৰ ঠাই ঘূৰি নানা দুষ্প্ৰাপ্য পুথিৰ সন্ধান দিয়ে আৰু কোচবিহাৰ আৰু ৰংপুৰত অসমীয়া সাহিত্য আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ে বক্তৃতা দিয়ে।

এটা বিশেষ কাম হৈছিল--শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ যাদব ৰায় বিগ্ৰহৰ লগতে থকা শ্ৰীমন্ত শঙ্কৰদেৱৰ শ্ৰীহস্তাক্ষৰ বুলি প্ৰবাদ থকা সংস্কৃত ভাগৱত মই দৰ্শন কৰা। ইয়াৰ কিছুমান পাত আধা-পোৰা অৱস্থাত আছে, কিছুমান পাত ভালে আছে। সভাৰপৰা ফটোগ্ৰাফাৰ পঠোৱাই এই ভাগৱতৰ দুটামান পাতৰ ফটো লোৱা হৈছিল। এই ফটো চন্দ্ৰকান্ত হলৰ বেৰত আঁৰি থোৱা আছিল।

এই সময়তে শ্ৰীচন্দ্ৰধৰ বৰুৱাৰ সম্পাদিত অসম সাহিত্য সভা পত্ৰিকা প্ৰকাশ হৈছিল।

[শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাদেৱৰ অনুৰোধত দত্তবৰুৱাই এই পত্ৰখনি লিখিছিল। অসম সাহিত্য সভাৰ সৈতে দত্তবৰুৱাৰ নিবিড় সম্পৰ্কৰ স্বাক্ষৰস্বৰূপে এই পত্ৰখনিৰ সম্পূৰ্ণ পাঠ দিয়া হ'ল।]

সুৰুমী প্ৰকাশ, যোৰহাট। ২৫/২/৭৯

শ্ৰীমান মুনীন্দ্ৰ, তোমালোকৰ পূজনীয় পিতৃদেৱৰ বিয়োগ বাতৰি আৰু আদ্যশ্ৰাদ্ধৰ নিমন্ত্ৰণ পাইছোঁ। আমাৰ কায়িক উপস্থিতি সম্ভৱ নহ'লেও আন্তৰিক শ্ৰদ্ধাঞ্জলি তোমালোকৰ হাতে জনাইছোঁ।

“কীৰ্ত্তিৰ্যস্য স জীৱতি।” পিতৃদেৱে অকল তোমালোকৰ বাবেই নহয়, সদৌ অসমীয়া জাতিৰ বাবেও নিজ কৃতকীৰ্তি এৰি গৈছে। নিজা ভাইৰ অগ্ৰজৰ দৰেই তেখেতে মোক সদায় স্নেহ কৰিছিল আৰু সেই দেখি যোৰহাটে প্ৰান্তীয় সোণালী জয়ন্তী উৎসৱ পতাৰ দিনা তেখেতে মোক বিশেষ আদৰৰ চকুৰে চাইছিল! এইবাবেই তেখেতৰ বিয়োগ মই ব্যক্তিগতভাৱে অনুভৱ কৰিছোঁ। বৰ্তমান কালত ৭৪ বছৰ বয়স নিশ্চয় অকাল বুলিব নোৱাৰি। তথাপি তোমালোকৰ

শ্ৰীমান মুনীন,

০০০ ০০০ ২৫ তাৰিখে পুৱা কলিকতাৰপৰা আহি পুৱা নতুন অসমীয়াত শোকসভাবিলাকৰ প্ৰস্তাৱ দেখি মৰ্মান্তিক বেজাৰ পালোঁ যে মোৰ এজন প্ৰাণৰপৰা উভয়ে উভয়ক শ্ৰদ্ধা কৰা আৰু ভালপোৱা বন্ধু ইহ সংসাৰৰপৰা নিজৰ পৰম-প্ৰীতিৰ স্থানলৈ প্ৰয়াণ কৰিলে। স্বভাৱতে, মোৰ এই বৃদ্ধ অৱস্থাত এজন এজনকৈ অন্তৰঙ্গ বন্ধুৰ বিয়োগত অকলশৰীয়া ভাবটো বাঢ়ি উঠিছে। বিশেষকৈ মনত কষ্ট পাইছোঁ মধুপুৰ থানৰ সু-দিহাৰ কথা তেখেতে কথা কওঁতে asthmaৰ হেন্দোলনিতো পাহৰা নাছিল। সেই কাম সিদ্ধ হোৱা দেখি নগ'ল। ০০০ ০০০ দেশে তেওঁৰ গুণ-গান কৰিছে—সন্তাপ পাইছে- সমবেদনা অনুভৱ কৰিছে। এয়ে তোমালোকৰ পক্ষে শোক লাঘৱ কৰিব লাগে।

তোমালোকৰ
শ্ৰীনীলমণি ফুকন

* * *

শ্ৰীশ্ৰীযাদৱো জয়তি

প্ৰিয়বৰেষু,

০০০ ০০০ দেউতাবাই অৱশ্যে, পৰিপূৰ্ণ আৰু পৰিপক্ক অৱস্থাতেই সংসাৰ এৰি গ'ল। তাত বেজাৰ কৰিব লগীয়া একো নাই। কিন্তু, বৈষ্ণৱ সাহিত্য প্ৰকাশ, প্ৰচাৰ আৰু প্ৰসাৰ কৰাত স্বৰ্গীয় হৰিনাৰায়ণ দত্তবৰুৱাৰ দৰে জীৱন উৎসৰ্গ কৰোঁতা পুৰুষ আৰু আন এজন যে সতকাই ওলাব তাৰ আশাহে অতি ক্ষীণ—এইযাৰ কথা ভাবিহে অলপ বেজাৰ লাগে। আশা কৰোঁ, মৃতকৰ সুপুত্ৰ তোমালোক আছা। তোমালোকেই তেখেতৰ পদাঙ্ক অনুসৰণ কৰি অপূৰণীয় ক্ষতি পূৰণ কৰিবাহঁক। ০০০ ০০০

তোমালোকৰ সমদুখী
শ্ৰীবেণুধৰ শৰ্মা

* * *

Lumpyngad
SHILLONG, ASSAM

I was fortunate to know your father intimately when I was D. C., Kamrup. His scholarship, character and puthi service endeared him to me and I had a close friendship with him. I feel his death to be personal loss.

His death is an irreparable loss to Assam. The only consolation is that he has fare full of years and honour after a life time of service and beneficent activities.

S. K. DUTTA

*    *    *

RAJ BHAVAN
GUINDY, MADRAS-22
*Feb.* 21.1959

....He was doing very useful work after retirement by collecting and publishing the various Vaisnavite religious books and made it available for spread of cult of ***Bhakti***. It will be difficult to fill up the gap that he has left in public life, particularly in this sector for development of literature as well as spread of Vaisnavite cult.

BISNURAM MEDHI

*    *    *

চেনিকুঠী : গুৱাহাটী
২১।২।৫৯

শ্ৰীযুত দত্তবৰুৱা,

আপোনাৰ বৰ্তমান অৱস্থাত চিঠিৰে প্ৰবোধ দিয়াৰ চেষ্টা কৰা নাই। পৰিস্থিতিৰ সন্মুখীন হবলৈ ঈশ্বৰে নিশ্চয় আপোনাক শক্তি দিছে। তেখেতৰ বিয়োগে এখন উল্লেখযোগ্য আসন উদং কৰি পেলালে। অসমীয়া ভাষা-সাহিত্যৰ আজিৰ জাগৰণৰ মুহূৰ্তত আৰু চৌপাশৰ নানান সমস্যা আৰু সংঘাতৰ বেলিকা তেখেতৰ নিচিনা উদ্যোগী সাহিত্যিক এজনৰ প্ৰয়োজন কিমান বেচি আছিল তাৰ বৰ্ণনা দিয়াৰ প্ৰয়োজন নাই।

আজি মাত্ৰ ইয়াকে কব খুজিছোঁ তেখেতে অসমক যিখিনি দি গ'ল, অসমে তাৰ বিনিময়ত তেখেতক যোগ্য স্বীকৃতি নিদিলে। সেই কলঙ্ক মোচন কৰিব পৰাকৈ আজি যেন নতুন অসমে তেখেতৰ আদৰ্শক সজীৱ কৰি ৰাখিবলৈ আত্মনিয়োগ কৰা ক্ষেত্ৰত বিশেষ তৎপৰতা দেখুৱায়। এয়ে মোৰ প্ৰাৰ্থনা।

কীৰ্তি হাজৰিকা

*  *  *

নতুন দিল্লী
২২ ফেব্ৰুৱাৰী : ১৯৫৯

প্ৰিয় দত্তবৰুৱা,

০০০ ০০০ তেখেতৰ দৰে সৎ আৰু উচ্চ আদৰ্শৰ ব্যক্তি এজনৰ আকস্মিক মৃত্যু আমাৰ দেশৰ কাৰণে কিমান ক্ষতিকৰ বুজিব পাৰিছোঁ। আপোনাসকলক সান্ত্বনা দিয়া শক্তি মোৰ নাই। কিন্তু আপোনা-সকলৰ এই ক্ষতিত ময়ো সমানেই ক্ষতিগ্ৰস্ত হৈছোঁ, সেয়ে মোৰ সান্ত্বনা। ০০০ ০০০

হেম বৰুৱা

*  *  *

চেনিকুঠী : গুৱাহাটী ১৯. ২. ৫৮

প্ৰিয় শ্ৰীদত্তবৰুৱা,

০০০ ০০০ আপোনালোকৰ দুঃখত আমিও সমদুখী বুলি ভাবি সান্তনা লাভ কৰিব। যিজনৰ কীৰ্তি আছে, তেওঁৰ মৰণ নাই। আপোনালোকৰ সকলোকে আমাৰ কথা ক'ব।

আপোনাৰ

মহেশ্বৰ নেওগ

জয়গুৰু

চান্দমাৰী

গুৱাহাটী

১৯।২।৫৯

মৰমৰ বৰবাপা,

মৰ্মান্তিক বেজাৰ পালোঁ চাৰৰ প্ৰয়াণৰ বাতৰি পাই। আজি ঘাট-মাউৰা হোৱা যেন লাগিছে। মোৰেই নহয়, সমস্ত ধৰ্মপ্ৰাণ অসমৰেই একে দুৰৱস্থা হ'ল। অনেকে তোমালোকক আশ্বাসবাণী শুনাব, মইনো কি কওঁ ? তুমি আৰু শ্ৰীমান যোগেন বাপা লায়ক হলাই, বাকী কিজনো হৈ উঠিব। কাৰবাৰ আদি ভালে চলিব বুলিয়েই ভাবিছোঁ, কেৱল ধৰ্মৰ আশ্ৰয় হৈ উঠিব যাতে পাৰা তাকেহে চিন্তা কৰিব লাগে। পিতাৰাৰ ঘৰখন তেখেতে ধৰ্ম প্ৰাণতাৰ দ্বাৰা এক ধাম বা ক্ষেত্ৰত পৰিণত কৰিছিল। মন কৰিলে তোমালোকেও পাৰিবা। ইতি—

তোমাৰ

শ্ৰীচন্দ্ৰনাথ বড়া

শ্ৰীমান মুনীন্দ্ৰ,

তোমালোকৰ শোকৰ বাতৰিত মৰ্ম্মো বেজাৰ পাইছোঁ। পিতাৰাৰ মৃত্যুত অসমে এজন জাতীয়তাবাদী প্ৰকাশক হেৰুৱালে। মোৰ বিশ্বাস তেওঁৰ পৰিকল্পনা তোমালোকে কাৰ্য্যকৰী কৰিবলৈ সক্ষম হবা।

মৰম আৰু শুভেচ্ছাৰে—

তোমাৰ

শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

*  *  *

গুৱাহাটী

২০।২।৫৯

মৰমৰ মুনীন,

০০০ ০০০ তেখেতৰ বিয়োগ হ'লেও, তেওঁ নিজৰ কঠোৰ অধ্যব্যৱসায়ৰ দ্বাৰা সমাজ আৰু সাহিত্যৰ সেৱা কৰি আমাৰ সমগ্ৰ প্ৰদেশতে যশস্যা আৰু গৌৰৱৰ স্মৃতি-স্তম্ভ ৰাখি থৈছে। তোমালোকৰ কাৰণে পৰিয়ালৰ বাবেও তেখেতে যথেষ্ট কৰিছে আৰু নিশ্চয় তোমালোকক প্ৰতিষ্ঠা কৰি থৈ গৈছে। ধন-সম্পত্তি আন বহুতেও আৰ্জিছে কিন্তু তেখেতে যিদৰে অসমীয়া সাহিত্য চৰ্চা কৰি আমাৰ গৌৰৱ বৃদ্ধি কৰিছে, তাৰ বাবে আমি সকলোৱে তেওঁৰ প্ৰতি সদায়ে শ্ৰদ্ধা আগবঢ়াই আহিছোঁ আৰু তেওঁৰ স্মৃতি দেশবাসীৰ ওচৰত উজ্জ্বল হৈ থাকিব।

ব্যক্তিগত ভাবেও মই তেওঁৰপৰা মৰম আৰু সহানুভূতি পাইছিছোঁ, সেইবাবেও মই কৃতজ্ঞ। যশস্যাৰ বাবে গৌৰৱহে কৰিবা। শোক বেচি নকৰিবা। ইতি—

শ্ৰীমান প্ৰফুল্ল

*  *  *

মৰমৰ দত্তবৰুৱা,

আন্তৰিক সমবেদনাৰ মাত্ৰ প্ৰমাণ দিব পৰা নাই চিঠিৰে। যত উপলব্ধি থাকে তাত ভাষাই কিমানেই বা প্ৰকাশ কৰিব পাৰে!!

মহান আত্মাৰ স্থূল সত্ত্বা আমি হেৰুৱাইছোঁ মাত্ৰ। কৰ্ম আৰু অধ্যৱসায়ৰ মূৰ্তিমন্ত প্ৰেৰণাৰে সেই আত্মা অমৰ হৈ আমাৰ মাজত যাউতি যুগলৈ ৰ'ল। সেই প্ৰেৰণাই অকল আপোনাকে পথ আৰু পোহৰ নেদেখুৱায়—অনাগত সকলো দিনকে শক্তি যোগাব। এনে সৎ আত্মাৰ স্মৃতিত মূৰ দোঁৱাই প্ৰণিপাত জনাই নিজেই কৃতাৰ্থ মানিছোঁ। মোৰ অন্তৰভৰা সমবেদনা পৰিয়ালৰ আটাইকে জনাব—

স্বৰ্গগত আত্মাজনাৰ অপূৰণ সকলো কৰ্মভাৰ এতিয়া আপোনাৰ ওপৰত। ভগৱানৰ আশীৰ্বাদে আপোনাৰ সৃজনশক্তিক দৃঢ়তা প্ৰদান কৰক—

শ্ৰদ্ধা আৰু মৰমেৰে—

নিৰ্মলপ্ৰভা বৰদলৈ
২৬. ২. ৫৯
গুৱাহাটী।

* * *

১৯. ২. ৫৯
গুৱাহাটী

মৰমৰ দত্তবৰুৱা,

০০০ ০০০ এই ক্ষতি সদৌ অসমৰে ক্ষতি। আপোনালোকৰ পৰিয়ালৰ সৈতে গোটেই অসমেই আজি শোক কৰিছে। আশা কৰোঁ এই কথা উপলব্ধি কৰি আপোনালোকে মনক বুজাব পাৰিব। মোৰ ধাৰণা, অনেক অশৰীৰী আত্মাই আপোনালোকৰ ওচৰত সমবেদনা জনাইছে বুলি যদি অনুভৱ কৰিব পাৰে তেন্তে আপোনালোকে দুখ লাঘৱ কৰিব পাৰিব। ইতি—

আপোনাৰ
যোগেশ দাস

* * *

গুৱাহাটী বিশ্ববিদ্যালয়
২৭. ২. ৫৯. ইং

কল্যাণীয় শ্ৰীমান মুনীন্দ্ৰ,

পৰম শ্ৰদ্ধা ভাজন, তোমালোকৰ পিতৃদেৱৰ তিৰোধান আকস্মিক আৰু অতি শোকাবহ। গোটেই অসমীয়া জাতিৰ কাৰণে তেখেতৰ বিয়োগ বিশেষভাৱে ক্ষতিকৰ। অতি সাধাৰণভাৱে জীৱন-যাত্ৰা আৰম্ভ কৰি নানা দুৰতিক্ৰম্য প্ৰতিকুল পৰিস্থিতিৰ মাজেদি এক সুমহান আদৰ্শৰ অনুপ্ৰেৰণাৰে নিয়ত সাধনাৰ দ্বাৰা প্ৰাচীন ভাগৱতী-ধৰ্ম আৰু সাহিত্যৰ পুনৰুজ্জীৱনৰ যি পথ তেখেতে প্ৰশস্ত কৰি গ'ল তাৰ তুলনা নাই। একক ব্ৰতৰ দ্বাৰা ইমানবোৰ প্ৰাচীন পুথি উদ্ধাৰ আৰু ছপা কৰি সৰ্বসাধাৰণৰ শিক্ষা আৰু সংস্কৃতিৰ বিকাশৰ যি পাতনি তেখেতে ৰচনা কৰিলে, জাতিৰ শিক্ষা সংস্কৃতি সমৃদ্ধিৰ পথত চৰকাৰী আৰু বেচৰকাৰী ৰাজহুৱা শিক্ষা ব্যৱস্থাৰ বৰঙনিতকৈ সেইটো কোনো গুণে কম নহয়। বৰং বেচি পৰিমাণে ব্যাপক আৰু জাতিৰ আত্মচেতনাৰ উদ্বোধক। জাতিৰ প্ৰতি তেখেতৰ উক্ত ধৰণৰ বিশেষ দানৰ কথাই লক্ষ্য কৰি স্বৰ্গীয় ডঃ কাকতীদেৱে তেখেতৰ তিৰোধানৰ ঠিক কেইদিনমান আগতে কৈছিল "দত্তবৰুৱাই যি কাম জাতিৰ কাৰণে কৰিছে সি স্থায়ী আৰু অতুলনীয়।"

তেখেতৰ পুন্যস্মৃতিৰ উদ্দেশ্যে প্ৰণাম জনালোঁ। তোমালোকৰ পিতৃ-বিয়োগ শোকৰ সমভাগী হিচাবে চিঠিৰেই তোমালোকৰ ওচৰ চাপিলো। ইতি—

শুভাৰ্থী
ভবানন্দ দত্ত

* * *

যোৰহাট
২০।২।৫৯

শুভাশীৰ্বাদ,

মৰমৰ শ্ৰীমান বাপাসকল,

০০০ ০০০ ভাই-ককাইৰ দৰে পঢ়া-শুনা কৰা আৰু একেলগে চাকৰি কৰি প্ৰায় সৰহভাগ জীৱনৰ কাল কটাইছিলোঁ। মোৰ মনটো বৰ উদাস লাগিছে।

যদিও মানৱৰ নশ্বৰ শৰীৰ আমাৰ চকুৰ আঁতৰ হৈছে তথাপি, তেখেতৰ সুকীৰ্তিৰ খ্যাতিয়ে আমাৰ মনত সদায় জাগি থাকিব। তেখেত মৰিও অমৰ হৈ আছে।০০০ ০০০ ইতি—

তোমাৰ
শ্ৰীনকুলচন্দ্ৰ সভাপণ্ডিত

* * *

শিৱসাগৰ
২৬।২।৫৯

প্ৰিয় দত্তবৰুৱা,

০০০ ০০০ অসমীয়া ভাষা-সাহিত্য আৰু জনসাধাৰণৰ বাবে তেখেতে যথাসাধ্যে যিখিনি কৰি থৈ গৈছে, সেইখিনি সৎকৰ্মৰ যোগেদিয়েই তেখেতৰ আত্মাই পৰম পদ লাভ কৰিব, লগতে আমি মাথোন শুভেচ্ছা জনাইছোঁ।০০০ ০০০

শ্ৰদ্ধা আৰু প্ৰীতিৰে সৈতে—ইতি।

আপোনাৰ
শ্ৰীলীলা গগৈ

* * *

গুৱাহাটী

মৰমৰ শ্ৰীমান মুনীন বাপা, ২৬, ২, ৫৯

000 000 তেওঁৰ নশ্বৰ দেহ আমাৰ মাজৰপৰা আঁতৰি গ'ল। কিন্তু তেওঁৰ পৱিত্ৰ আত্মা অসমীয়া শ্ৰীমদ্ভাগৱত, ৰামায়ণ, শ্ৰীশঙ্কৰবাক্যামৃত আদি অমূল্য গ্ৰন্থ বিলাকৰ বুকুত সোমাই আছে। গতিকে তেওঁ মৰিও অমৰ হ'ল এই জগতত। অসমবাসীৰ বাবে তেওঁ যথেষ্ট কাম কৰি থৈ গৈছে। ৰাইজৰ লগতে তোমালোকেও যেন তেওঁৰ পদাঙ্ক অনুসৰণ কৰিবলৈ সমৰ্থ হোৱা তাকে কামনা কৰিলোঁ। ইতি—

শ্ৰীপ্ৰতাপ তালুকদাৰ

* * *

অসম সাহিত্য সভা অভ্যৰ্থনা সমিতি
সপ্তবিংশ অধিবেশন : নগাও : ১৯৫৯ চন

সভাপতিৰ আসনপৰা গৃহীত প্ৰস্তাৱ (১৯।২।৫৯)

"অসম সাহিত্য সভাৰ আগন্তুক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্য্য পৰিচালনা সভাৰ আজিৰ বিশেষ বৈঠকত অসমৰ বিশিষ্ট সাহিত্যিক, শিক্ষাবিদ্ আৰু বৈষ্ণৱ সাহিত্যৰ প্ৰচাৰক হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্নদেৱৰ মৃত্যুত অসমৰ সাংস্কৃতিক জীৱনত হোৱা অপূৰণীয় ক্ষতি সোঁৱৰণ কৰি, গভীৰ শোক প্ৰকাশ কৰে আৰু স্বৰ্গগত আত্মাৰ শান্তিৰ কাৰণে প্ৰাৰ্থনা জনায়। লগতে শোক সন্তপ্ত পৰিয়াললৈ আন্তৰিক সমবেদনা আৰু সহানুভূতি জ্ঞাপন কৰে।"

স্বাঃ শ্ৰীমহীচন্দ্ৰ বৰা
১৯.২.৫৯

প্ৰস্তাৱৰ নকল দত্তবৰুৱাৰ পৰিয়ালবৰ্গলৈ পঠোৱা হ'ল।

মহেশ গোস্বামী,
প্ৰধান সম্পাদক

* * *

আজি বৰপেটা সদৰ মহলীয়া স্কুলৰ শিক্ষক আৰু ছাত্ৰ বৃন্দই অসমৰ সুনামধন্য পুৰুষ ৰত্ন "হৰি নাৰায়ণ দত্ত বৰুৱা" সাহিত্য ৰত্নৰ আকস্মিক মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে, আৰু তেখেতৰ আত্মাৰ সদগতিৰ অৰ্থে পৰমেশ্বৰৰ ওচৰত কামনা কৰে।

লগতে শোক সন্তপ্ত পৰিয়াল বৰ্গলৈ সমবেদনা জনায়।

২৩/২/৫৯ ইং — শ্ৰী-পৰ্ব্বতানন্দ-শৰ্ম্মা।
প্ৰধান শি:
সদৰ মহলীয়া স্কুল।

* * *

This emergent meeting of the Srimanta Sankar Kristi Bikas Samiti, Gauhati, held on 23.2.59 records its deep sense of sorrow at the demise of late Sri Harinarayan Dutta Baruah, Sahitya Ratna, an eminent patron of the Samiti, a distinguished author & publisher and an ardent worker in the cause of the Vaishnavite cult and culture in Assam and conveys its condolence to the bereaved family.

Resolved that a copy of the resolution be forwarded to the members of the bereaved family and to press.

Sd/ SURENDRA NATH CHALIHA.
*President.*

The members of the Shrimanta Sankardev Cultural Centre, Assam, Shillong, assembled at a special general meeting in the premises of the Centre on 5-4-59 at 7 P. M. to condole the death of Shri Harinarayan Dutta Borua and Shri Chandra Nath Roy and adopted the following resolution with Shri N. K. Das, M. A., B. L. in the chair.

Resolved that this meeting of the members of the Shrimanta Sankardev Cultural Centre Assam, Shillong expresses its profound sorrow at the demise of Shri Harinarayan Dutta Borua an eminent Assamese literature and a devoted scholar of the Assamese Baishnabite literature particularly the Sankari literature whose publications like the Chitra Bhagawat and Shri Sankar Bakyamrita will ever remain as monumental works in the Assamese Vaisnavi literature, true devotee of the Mohapursia Religion, and Shri Chandra Nath Roy a renowned Khasi Scholar and a philanthrophist, a great admirer of Hindu culture, and pray to God that the departed souls may rest in peace, and this meeting on behalf of the Shrimanta Sankardev Cultural Centre offer their deep condolence to the members of the bereaved families.

The resolution was moved from the chair and adopted all standing.

Resolved further that the copies of this resolution be sent to the Heads of the respective families and to the press for publication.

Sd/ N. K. DAS.
*President.*
*5-4-59.*

নলবাৰী সংস্কৃত কলেজ : নলবাৰী

অসম জননীৰ কৃতী সন্তান, আজীৱন শিক্ষাব্ৰতী আৰু সাহিত্য সেৱী, নলবাৰী সংস্কৃত কলেজৰ পৰিচালক সমিতিৰ সদস্য, বদান্য-প্ৰৱৰ হৰিনাৰায়ণ দত্তবৰুৱাদেৱৰ পৰলোক প্ৰাপ্তিত এই সভাই গভীৰ শোক প্ৰকাশ কৰি লোকান্তৰগত আত্মাৰ চিৰশান্তি কামনা কৰে আৰু শোক সন্তপ্ত পৰিয়ালবৰ্গৰ প্ৰতি সমবেদনা জ্ঞাপন কৰে।

শ্ৰীমনোৰঞ্জন শাস্ত্ৰী
সভাপতি
১৯।২।৫৯

* * *

অসম সত্ৰ সংঘৰ কাৰ্য্যকৰী সভাৰ আজিৰ এই তৃতীয় অধি-বেশনে পুণ্যতনু, উদাৰধী সুসাহিত্যিক, কৃতী ব্যৱসায়ী, সাহিত্যামোদী আৰু সৰৱৰহী হৰিনাৰায়ণ দত্তবৰুৱা, সাহিত্যৰত্নৰ অকাল মৃত্যুত মৰ্মান্তিক দুখ প্ৰকাশ কৰে, তেখেতৰ পৱিত্ৰাত্মাৰ সদগতিৰ অৰ্থে মঙ্গলময় ভগৱন্তৰ চৰণত ঐকান্তিক প্ৰাৰ্থনা জনায় আৰু তেখেতৰ শোক সন্তপ্ত পৰিয়াললৈ সহৃদয় সমবেদনা জ্ঞাপন কৰে।

সভাপতি,
শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত
২০।২।৫৯

প্ৰেৰক আৰু সম্পাদক,
শ্ৰীচক্ৰধৰ মহন্ত

* * *

## ।। সমবেদনা জ্ঞাপনকাৰীসৱ ।।

নাজিৰা উচ্চ ইংৰাজী বিদ্যালয় ; অসম কৃষি কলেজ, যোৰহাট ; গোপীনাথ বৰদলৈ হাইস্কুল, বৰপেটা ৰোড ; মৰিয়নী মহাদেৱ আগৰ-ৱালা হাইস্কুল, মৰিয়নী ; কণ্ট্ৰাক্তৰ এচোচিয়েন, গুৱাহাটী ; কঞ্চট্ৰাকচন কো-অপাৰেটিভ লিঃ গুৱাহাটী ; অসম সত্ৰ সংঘ, যোৰহাট, চৰকাৰী হাইস্কুল, ধুবুৰী ; ছয়গাওঁ চৰকাৰী মজলীয়া স্কুল ; বৰতলা হাইস্কুল ; মঙ্গলদৈ উচ্চ বালিকা বিদ্যালয় ; নৰ্মাল স্কুল, হাউলী ; পোষ্ট গ্ৰেজুৱেত বেছিক ট্ৰেইনিং কলেজ, তিতাবৰ ; তামুলপুৰ হাইস্কুল ; তেজপুৰ মহকুমা শিক্ষক সন্মিলন ; গন্ধিয়া যুৱক সন্মিলন ; নলবাৰী কলেজ ; উত্তৰ লক্ষীমপুৰ আজাদ প্ৰশিক্ষণ কেন্দ্ৰ ; সৰ্থেবাৰী হাইস্কুল ; আৰ, বি, হাইস্কুল পলাশবাৰী ; নগাওঁ নৰ্মাল স্কুল ; প্ৰগতি পুস্তকালয়, টিহু ; টিং খাং আলোচনা চক্ৰ ; শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ সমিতি, গুৱাহাটী ; মৰিগাঁও হাইস্কুল ; বীৰঝৰা হাইস্কুল, বগুৱাইগাঁও ; ৰেলৱে ডেকা শিল্পী সমাজ, মৰিয়নী ; আৰ্য্য পাঠশালা, গুৱাহাটী ; অৰিয়েণ্ট ইণ্ডিয়া লিঃ, গুৱাহাটী ; কটন কলেজ, গুৱাহাটী ; বৰপেটা সদৰ মজলীয়া স্কুল ; উত্তৰ গুৱাহাটী ছোৱালী হাইস্কুল ; চান্দকুছি হাইস্কুল ; কোঠালকুছি মজলীয়া স্কুল ; হিন্দু ব্লক এম, ভি, স্কুল, নগাঁও ; জৰ্জ স্কুল, ডিব্ৰুগড় ; যোৰহাট প্ৰশিক্ষণ বিদ্যালয় ; নলবাৰী ছোৱালী হাইস্কুল ; ধমধমা হাইস্কুল ; চানেকী প্ৰতিষ্ঠান, সৰ্থেবাৰী ; আৰ্য্য ধৰ্মমণ্ডল, সমতা ; অল আসাম গৱৰ্ণমেণ্ট পেঞ্চনাৰ্চ এচোচিয়েন, গুৱাহাটী ; তালুলীছিগা হাইস্কুল ; চৌখুটী হাইস্কুল ; গিৰিবালা হাইস্কুল, টিং ; অসম মহুৰাৰ এচোচিয়েন, নলবাৰী ; ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং ইন্চটিটিউত, যোৰহাট ; দহোটিয়া হাইস্কুল ; আৰ, চি, আগৰৱালা হাইস্কুল, মৰাণ ; চেনাইৰাম স্কুল, তিনচুকীয়া ; নাওলপাৰা মইনা মেল ; কায়স্থ প্ৰীতি পৰিষদ, গুৱাহাটী ; ভকতপাৰা এম, ই স্কুল ; ভট্টাচাৰ্য্য এণ্ড চন্স, যোৰহাট ; মহেন্দ্ৰ কন্দলী সংস্কৃত বিদ্যাপীঠ, বটদ্ৰৱা ; শ্ৰীমন্ত শঙ্কৰদেৱ কালচাৰেল চেণ্টাৰ, চিৰং ; ডিব্ৰুগড়, সাহিত্য সভা ; সংস্কৃত কলেজ, নলবাৰী ; অক্সফোৰ্ড ইউনিভাৰচিটি প্ৰেছ, কলিকতা ; কবিতা সভা, গুৱাহাটী ;

